# ড° ভাস্কৰ কুমাৰ কাকতিৰ
# নিৰ্বাচিত সংলাপ




পাঞ্চজন্য বুক্‌ছ
বামুণীমৈদাম, গুৱাহাটী- ২১

**NIRBACHITA SANGLAP :** A book of drama by **Dr. Bhaskar Kumar Kakati** and published by ***Panchajanya Books,*** Bamunimaidam, Guwahati- 781021 and Printed at **Panchajanya Printing & Publishing,** Bamunimaidam, Guwahati- 781021

ISBN : 978-93-93855-98-5

প্ৰকাশক ঃ পাঞ্চজন্য বুক্‌ছ
ঔদ্যোগিক পাম, বামুণীমৈদাম, গুৱাহাটী- ২১
দূৰভাষ ঃ ৯৮৬৪২-০১১০৩

প্ৰথম প্ৰকাশ ঃ মাৰ্চ, ২০২৩



প্ৰচ্ছদ ঃ ৰাজীৱ কলিতা

মূল্য ঃ ২৫০.০০ টকা

মুদ্ৰণ ঃ পাঞ্চজন্য প্ৰিন্টিং এণ্ড পাব্লিচিং
বামুণীমৈদাম, গুৱাহাটী- ২১

সোঁৰৰণী মাথোঁ স্মৃতি নহয়
উদ্দীপ্ত সূৰুযৰ চানেকি।
কৃষ্ণচূড়াৰ দেশত জোনাকী মেল
ৰ'দ কাঁচলিৰ জিকমিকনি।।

ক'ত সপোনৰ প্ৰভাতী ক্ষণে
অবুজ প্ৰেমক ৰিঙিয়াই মাতে।
প্ৰতিটো পল নাহে উভতি
অতীতক ধৰোঁ বুকুতে সাৱটি।
ৰ'দ কাঁচলিৰ জিকমিকনি।।

ক'ৰবাৰ এছাটি বলিয়া বতাহে
মন গহনত স্পন্দন তোলে।
জীৱন নাটৰ সেউজ ৰঙে
সপোনৰ আকাশত ডেউকা মেলে।।

নদীৰ সীমনাৰ বলিয়া বতাহ
শিপাম আমি সুদূৰ আকাশ।।

# যিবোৰ কথা নক'লেও নহয়

গাঁৱৰ ভাওনা- পৰিয়ালৰ প্ৰায়বোৰ সদস্যই কিবা নহয় কিবা এটা ভাও লৈছে। তেতিয়া মই প্ৰথম শ্ৰেণীত পঢ়োঁ। সকলোৱে অভিনয় কৰা দেখি মোৰো ভাও ল'বলৈ মন গ'ল। মোৰ ধাউতি দেখি মোকো ককাই বান্দৰৰ নেগুৰ এডাল বনাই দিলে— সেয়াই আৰম্ভণি। এনেকৈ নাটকৰ সৈতে পৰিচিত হ'লো। ভাওনাৰ পৰা আৰম্ভ হোৱা মোৰ এই নাট্য যাত্ৰাত বহু কেইজন নাট্য গুৰু, পৰিচালকৰ লগত ভাৰতৰ বিভিন্ন মঞ্চত অভিনয় কৰিলোঁ। ইয়াৰ মাজতে নাটকৰ বাবে কেইবাখনো মঞ্চত স্বীকৃতিও লাভ কৰিলোঁ।

অভিনয় মোৰ প্ৰথম প্ৰেম হ'লেও কৰ্মসূত্ৰে সেই ধাৰাবাহিকতা ধৰি ৰাখিব নোৱাৰিলোঁ যদিও নাটকৰ প্ৰতি থকা অগাধ ভালপোৱাক নুই কৰিব নোৱাৰি নাট্য সাহিত্য ৰচনাত মনোনিৱেশ কৰিলোঁ। এই নাট্য সংকলনটিত সন্নিৱিষ্ট 'নতুন প্ৰতিশ্ৰুতিৰ সন্ধানত' নামৰ একাংকিকা নাটখনিৰ বাহিৰে বাকী সকলো নাট এই সময়ছোৱাত ৰচিত। "নতুন প্ৰতিশ্ৰুতিৰ সন্ধানত" নামৰ একাংকিকা নাটখনি মই ২০০৬-২০০৮ বৰ্ষত গৌহাটী বিশ্ববিদ্যালয়ত পঢ়ি থাকোঁতেই ৰচনা কৰিছিলোঁ।

অসমীয়া নাট্য আন্দোলনৰ ইতিহাস পুৰণি হ'লেও, মৌলিক নাটকৰ অভাৱেই হৈছে অসমীয়া নাট্য আন্দোলনৰ মূল সমস্যা। বহু সাহিত্যিকে নাট চায়, সমালোচনা কৰে কিন্তু সাহিত্যৰ সকলোবোৰ উপাদান থকা সত্বেও নাটকক সাহিত্য হিচাপে গ্ৰহণ কৰি ল'ব নিবিচাৰে। সাধাৰণতে কোৱা হয় যে পঢ়িবলৈ সুৱলা নাট্য সাহিত্য মঞ্চৰ বাবে উপযোগী নহয় আৰু ইয়াৰ বিপৰীত মঞ্চৰ বাবে উপযোগী নাট পঢ়িবলৈ সুৱলা নহয়। গতিকে এই নাট্য সংকলনটিত সন্নিৱিষ্ট আটাইকেইখন নাট মঞ্চ তথা পঢ়াৰ উপযোগী কৰাৰ চেষ্টাৰে লিখিবলৈ প্ৰয়াস কৰা হৈছে।

এই নাট্য সংকলনটিত সন্নিৱিষ্ট নাট 'শকুন্তলাৰ কথাৰে' (পৌৰাণিক নাট), '১৬৭১'ৰ (ঐতিহাসিক নাট), মূল কাহিনীটো মনতে বহুবাৰ যুকিয়াই

চোৱাৰ পাছত বিভিন্ন উৎসৰ তথ্যৰ সহায়ত নাট কেইখনক আগুৱাই নিবলৈ চেষ্টা কৰা হৈছে। তথা বিভিন্ন উৎসৰ পৰা পোৱা সমুদায় তথ্যক ভিত্তি কৰি এই নাটকেইখন ৰচনা কৰা হ'ল। নাট কেইখন ৰচনা কৰোঁতে লোৱা বিভিন্ন উৎস সমূহক সন্দৰ্ভ (reference) হিচাপে উল্লেখ কৰা হ'ল। 'এটা দ্বীপ এখন নদী আৰু এজাক মানুহ' (সামাজিক নাট) 'মথাউৰি' (সামাজিক নাট) আৰু 'নতুন প্ৰতিশ্ৰুতিৰ সন্ধানত', (একাংকিকা নাট), 'অপ্ৰত্যাশিত' (একাংকিকা নাট) নাটকেইখনৰ মূল কাহিনী আৰু চৰিত্ৰবোৰ কাল্পনিক হ'লেও বাস্তৱ হৈছে এই নাটকেইখনিৰ পটভূমিৰ মূল উপজীব্য। 'মথাউৰি' নাটখন প্ৰথমে একাংকিকা নাট হিচাপে ৰচনা কৰা হৈছিল যদিও বিষয়বস্তুৰ গুৰুত্বতাৰ কথা লক্ষ্য ৰাখি নাটখনিক সামাজিক নাট হিচাপে উপস্থাপন কৰিবলৈ প্ৰয়াস কৰা হৈছে।

ইতিমধ্যে 'শকুন্তলাৰ কথাৰে' নামৰ নাটখনি সৃষ্টি থিয়েটাৰে ২০১৬ চনত মৰিগাঁও জিলা পুথিভঁৰালত সফলতাৰে পৰিৱেশন কৰিছে। এই চেগতে মই নাট্যগোষ্ঠীটিলৈ ধন্যবাদ জ্ঞাপন কৰিলোঁ। মোৰ পিতৃ-মাতৃ শ্ৰীদিলীপ কুমাৰ কাকতি আৰু স্বৰ্গীয়া কল্পনা কাকতিৰ লগতে শহুৰ দেউতা শ্ৰীৰোহেশ্বৰ নাথ আৰু শাহু মা শ্ৰীৰেণু দেৱীৰ প্ৰতিও অত্যন্ত কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। মোৰ ওপৰত ধাৰাবাহিক সমৰ্থন আৰু মোৰ জীৱনৰ এটা উচ্চাকাংক্ষাক বাস্তৱায়িত কৰাত সহায় কৰাৰ বাবে মই মৰমৰ পত্নী শ্ৰীগংগোত্ৰী শিৰমক গভীৰভাৱে কৃতজ্ঞতা জনালোঁ। মই মোৰ মৰমৰ একমাত্ৰ পুত্ৰ শ্ৰীতুণ্ডালীপ ভাস্কৰক (ৰাগ) বিশেষভাৱে ধন্যবাদ জ্ঞাপন কৰিছোঁ, যিয়ে মোক নাটকেইখন ৰচনা কৰাৰ সময়ত মনোনিৱেশ কৰিব পৰাকৈ অহৰহ মৰমৰে আৱৰি ৰাখিলে।

পাঞ্চজন্য বুকছৰ স্বত্বাধিকাৰী শ্ৰীধীৰাজ কুমাৰ লহকৰে এই সংকলনটি প্ৰকাশৰ দায়িত্ব লৈ মোক কৃতাৰ্থ কৰিলে। হিৰণজিৎ তালুকদাৰে নাট্য সংকলনটি ছপাবৰ বাবে সাজু কৰিছে। তেওঁলৈ মোৰ ধন্যবাদ আৰু কৃতজ্ঞতা জনালোঁ। বেটুপাতৰ শিল্পী ৰাজীৱ কলিতালৈকো অশেষ কৃতজ্ঞতা জনালোঁ। নগাঁও মহাবিদ্যালয়ৰ ইতিহাস বিভাগৰ সহকাৰী অধ্যাপক তথা গৌহাটী বিশ্ববিদ্যালয়ৰ সহপাঠী ড° অৰণী শইকীয়াই মোক ১৬৭১ শীৰ্ষক নাটখনি ৰচনা কৰি থাকোঁতে বিভিন্ন উৎস প্ৰদান কৰি সহায় কৰাৰ বাবে তেওঁকো ধন্যবাদ জ্ঞাপন কৰিলোঁ।

পাঠক-দৰ্শকলৈ মোৰ দ্বাৰা ৰচিত এই নাট কেইখন আগবঢ়ালো। আঁকোৰালি ল'লে সুখী হ'ম। নাট্য সংকলনটিত সন্নিৱিষ্ট নাটসমূহৰ অবাণিজ্যিক পৰিৱেশনৰ বাবে নাট্যকাৰৰ আগতীয়া অনুমতি লোৱাৰ প্ৰয়োজন নাই। অৱশ্যে ইচ্ছুক নাট্যদলে এই সংকলনত অন্তৰ্ভুক্ত কোনো নাটক প্ৰদৰ্শন কৰিব বিচাৰে তেন্তে নাট্যকাৰক তেওঁলোকে অৱগত কৰিলে নাট্যকাৰে সুখী অনুভৱ কৰিব।

ভাস্কৰ কুমাৰ কাকতি

**ড° ভাস্কৰ কুমাৰ কাকতি**

ম'বাইল ঃ ৯৮৫৪৭৫৪৫১৪

ইমেইল ঃ bhaskarkumarkakati@gmail.com

# সূচীপত্ৰ

# শকুন্তলাৰ কথাৰে
## (পৌৰাণিক নাটক)

### নাট্যকাৰৰ একলম

শকুন্তলাৰ কথাৰে কাহিনী ভাগৰ মূল ভেটি হ'ল মহাভাৰতৰ আদি পৰ্বত বৰ্ণিত 'শকুন্তলোপাখ্যান' আৰু কালিদাসৰ 'অভিজ্ঞানমশকুন্তলম'।

মহাভাৰত কিম্বা অভিজ্ঞানমশকুন্তলমৰ মূল কাহিনী ভাগক লক্ষ্য কৰিলে দেখা যায় যে দুয়োটা কাহিনীতে শকুন্তলাক তেওঁৰ দুখ-যন্ত্ৰণাক নিজৰ ভাগ্যৰ বা কৰ্মফল বুলি মানি ল'বলৈ বাধ্য কৰোৱা হৈছে। এনে চৰিত্ৰ নিৰ্মাণৰ জৰিয়তে শকুন্তলাক দুয়োটা কাহিনীতে এক 'মুক' চৰিত্ৰ হিচাপে প্ৰতিষ্ঠা কৰোৱা হৈছে। পুৰুষতান্ত্ৰিক সমাজত যে নাৰীৰ নিজৰ অধিকাৰ সাব্যস্ত কৰাৰ অধিকাৰ নাই এই কথা দুয়োখন নাটকতেই প্ৰতিফলিত হৈছে। তদুপৰি দুয়োটা কাহিনীতে দুষ্যন্তৰ চৰিত্ৰলৈ চকু দিলে সততে চকু পৰা কথাটো হ'ল দুষ্যন্তই ৰাজসভাত শকুন্তলাক নিজৰ পত্নী হিচাপে অস্বীকাৰ কৰাটো। নাৰীৰ দুখ-লাঞ্ছনা যে পুৰুষৰ চাৰিত্ৰিক দোষৰ তুলনাত তেনেই নগণ্য সেয়া দুয়োটা কাহিনীতে প্ৰতিষ্ঠা কৰা হৈছে বিশেষকৈ অভিজ্ঞনমশকুন্তলমত দুষ্যন্তৰ চাৰিত্ৰিক দোষক ঢাকিবলৈ দুৰ্বাসাৰ অভিশাপক অন্তৰ্ভুক্ত কৰা হৈছে বুলি বহু সমালোচকে কয়। ইয়াতে প্ৰশ্ন হয় এজনী নাৰীয়ে যেতিয়া শকুন্তলাৰ দৰে তেওঁৰ নিজৰ প্ৰাপ্য অধিকাৰৰ পৰা বঞ্চিত হয় তেতিয়া কি কৰাটো উচিত? শকুন্তলাৰ দৰে সকলো নিজৰ ভাগ্য ফল কিম্বা কৰ্ম ফল বুলি নিৰৱে সহি থকাটো উচিত, নে প্ৰতিবাদৰ ভাষাৰে নিজৰ অধিকাৰ সাব্যস্ত কৰাটো উচিত? এজন পুৰুষে তেওঁৰ চৰিত্ৰৰ দোষ ঢাকিবলৈ বাবেই কাৰোবাক নিজৰ প্ৰাপ্য অধিকাৰৰ পৰা বঞ্চিত কৰাটো উচিতনে? এনেবোৰ প্ৰশ্নৰ বাবে সৃষ্ট হয় শকুন্তলাৰ কথাৰে'।

মহাভাৰত আৰু অভিজ্ঞনমশকুন্তলমৰ কাহিনীৰ আধাৰত ৰচিত হ'লেও

অৱশ্যে শকুন্তলাৰ কথাবোৰ কাহিনী ভাগত প্ৰভুত পৰিৱৰ্তন কৰা হৈছে। আদৰ্শ নাৰীও যে শক্তিশালী বা আদৰ্শৰ অৰ্থ কেৱল মৌনতাৰ সকলো দুখ-লাঞ্ছনা সহি থকাটো নহয় তাক শকুন্তলাৰ চৰিত্ৰৰ পুনঃনিৰ্মাণৰ দ্বাৰা প্ৰতিষ্ঠা কৰিবলৈ চেষ্টা কৰা হৈছে। ফলস্বৰূপে চৰম বিপৰ্যয়ৰ মুখত বিপন্না শকুন্তলাক আগৰ কাহিনীৰ দৰে মৌন চৰিত্ৰ হিচাপে নহয় বৰং প্ৰতিবাদী নাৰী হিচাপে এই নাটখনিত উপস্থাপন হৈছে।

**চৰিত্ৰ সমূহ**

**মহিলা**

১. শকুন্তলা ঃ- কণ্ব মুনিৰ কন্যা। নাটক-নায়িকা।
২. অনসূয়া ঃ- শকুন্তলাৰ সখী। আশ্ৰমবাসী।
৩. প্ৰিয়ম্বদা ঃ- শকুন্তলাৰ সখী। আশ্ৰমবাসী।
৪. গৌতমী ঃ- কণ্বমুনিৰ আশ্ৰমৰ মুখ্য মহিলা তপস্বী

**পুৰুষ**

১. দুষ্যন্ত ঃ- হস্তিনাপুৰৰ ৰজা। পুৰুষ মুখ্য চৰিত্ৰ।
২. মাধব্য ঃ- দুষ্যন্তৰ ৰাজ বিষয়া।
৩. ভদ্ৰসেন ঃ- হস্তিনাপুৰৰ সেনাপতি।
৪. কণ্ব ঃ- এক তপস্বী।
৫. বৈখানস ঃ- কণ্ব মুনিৰ আশ্ৰমৰ এক যুৱ তপস্বী।

**অন্য**

১. কোৰাছ ঃ নাটৰ সকলো অভিনেতা।

## প্ৰস্তাৱনা দৃশ্য

(মঞ্চ সজ্জাত জটিলতা নাই-ক্ষীণ পোহৰত মঞ্চত এগৰাকী নাৰী (শকুন্তলাক) দেখা যায়)

শকুন্তলা ঃ- মোৰ জীৱনৰ লক্ষ্য কি? কি মোৰ জীৱনৰ অৰ্থ? স্বামী পুত্ৰৰে ভৰি থকা এখন সংসাৰ নে নিজস্ব মন এটাৰো অধিকাৰী? মই কোন-নিজস্ব বুলিবলৈ মোৰ আছে কি? জন্মৰ প্ৰাকমুহূৰ্তৰ পৰা

মোক লৈ কৰা হয় ক'তনো খেলা আৰু জন্মৰ পাছত অনুশাসন আৰু সমাজৰ নামত মই হওঁ গৃহ বন্দী। কৈশোৰত পিতৃৰ অধীন মই, যৌৱনত স্বামীৰ আৰু বৃদ্ধকালত পুত্ৰৰ। তেন্তে ক'ত আছে মোৰ নিজস্বতা? জীৱনৰ প্ৰতিটো পলতেই যে মই লাঞ্চিত-শোষিত। যেন মোৰ কোনো অনুভূতি নাই, নাই কোনো নিজস্বতা। মোক ৰক্ষণশীলতাৰ গণ্ডীত ধৰি ৰাখিবৰ বাবে যুগে-যুগে সৃষ্ট হয় আদৰ্শীয় পৰম্পৰা যি পৰম্পৰাৰ সুযোগ লৈ মোৰ অনুভূতিক, মোৰ নিজস্বতাক ছিন্ন-বিচ্ছিন্ন কৰে পুৰুষ ৰূপী মানুহৰ দল এজাকে। যুগে যুগে মোক শিকোৱা হয় কেনেকৈ নীৰৱতাৰে সহ্য কৰিব লাগে নিৰ্মম অত্যাচাৰ। কেনেকৈ বিনা প্ৰতিবাদৰে মানি ল'ব লাগে পুৰুষৰ প্ৰতিটো বাক্য, যেন মই কাৰোবাৰ হাতৰ নিৰ্জীৱ পুতুলাহে। আৰু এনেকৈ সৃষ্টি হয় হাজাৰ গৰাকী তাৰা, মন্দোদৰী, সীতা, দ্ৰৌপদী কিম্বা শকুন্তলা। কিন্তু কোনোবাই উপলব্ধি কৰি চাইছিল নে, স্বামী হত্যাকাৰীক বিবাহ কৰাবলৈ বাধ্য হোৱা তাৰা কিম্বা মন্দোদৰীৰ মনটোৱে প্ৰকৃততে বিচাৰিছিল কি? নিজৰ স্বামীক কদাপি আনৰ লগত ভগাই ল'ব নিবিচাৰা এজনী নাৰীক যেতিয়া পাঁচজন পুৰুষৰ পত্নী হ'বলৈ বাধ্য কৰোৱা হয়, তেতিয়া কোনোবাই লৈছিল নে তেওঁৰ মনৰ উমান কিম্বা নিজৰ অধিকাৰ সাব্যস্ত কৰিবলৈ ৰাজসভাত অপমানিত হোৱা শকুন্তলাৰ প্ৰতিবাদৰ ভাষা বুজিছিল নে সেই সকল মনীষীয়ে যি সকলে নাৰীক কেৱল পৰম্পৰা আৰু আদৰ্শৰ গণ্ডীত থৈ বাৰে বাৰে শোষিত হ'বলৈ বাধ্য কৰাই যুগে যুগে। মাত্ৰ এবাৰ যদি কোনোবাই-এবাৰ চুই চালে হয় আমাৰ এই ভাঙি যোৱা কলিজাখন। যদি বুজিলে হয় আমাৰ বুকুৰ স্পন্দন-তেন্তে তেওঁলোকে উপলব্ধি কৰিলে হয়, নাৰী কাৰোৰে হাতৰ পুতলা নহয়।

(মঞ্চৰ ক্ষীণ পোহৰ তীব্ৰ হয়। গীত পৰিবেশন কৰি কোৰাছৰ প্ৰৱেশ)

কোৰাছ ঃ (গীত) শুনা শুনা সৰ্বজন আমাৰ বচন

শকুন্তলাৰ কথা শুনা হোৱা সাৱধান।
নহয় যে ই মাথোঁ এটা সাধু কথা
যুগে যুগে পাবা নাৰীৰ এনে বহু বেথা।
শোষিত লাঞ্ছিত হয় যুগে যুগে নাৰী
প্ৰতিবাদৰ ভাষা যে নাপায় কিয় বিচাৰি?
চলিব জানো চিৰদিন এনেকৈ সংসাৰ
বিচাৰিব জানো কোনোবাই ইয়াৰ প্ৰতিকাৰ।
শুনা শুনা সৰ্বজন আমাৰ বচন
শকুন্তলাৰ কথা শুনা হোৱা সাৱধান।
শুনা শুনা সৰ্বজন আমাৰ বচন
শকুন্তলাৰ কথা শুনা হোৱা সাৱধান।

(বিঃদ্ৰঃ- প্ৰস্তাৱনা দৃশ্যটো পৰীক্ষামূলক সংযোজন- তাক প্ৰদৰ্শন নকৰিলেও নাটৰ মূল কাহিনীত কোনো প্ৰভাৱ নপৰে।)

**(পট পৰে)**

## প্ৰথম দৃশ্য

(কণ্বমুনিৰ আশ্ৰমৰ তপোবন (এখন ফুলৰ উদ্যান)। সূৰ্যাস্তৰ সময়। শকুন্তলা, অনসূয়া আৰু প্ৰিয়ম্বদাই ফুলত পানী দি আছে।)

অনসূয়া ঃ (নতুনকৈ জন্মা ফুলৰ পুলি এটালৈ আঙুলিয়াই) চোৱাচোন সখী কালি ৰুৱা পুলিটো ইমান লহপহকৈ বাঢ়িছে। আই ঐ দেহী ইমান মৰম লাগিছে।

প্ৰিয়ম্বদা ঃ ঠিকেই কৈছা-দেখিবলৈ একেবাৰে আমাৰ সখী শকুন্তলাৰ দৰেই মৰম লগা। পিছে... (আধাতে ৰৈ যায়)

অনসূয়া ঃ পিছে কি হ'ল? আধাতে ৰ'লা যে? কোৱা কি কৰ বিচাৰিছিলা।

প্ৰিয়ম্বদা ঃ কিনো ক'ম মনৰ বেদনা। এনেহেন সখীজনীৰ কুলাই পাচিয়ে নধৰা দুখ দেখিলে মোৰ হ'লে অন্তৰখন দহি যায়।

অনসূয়া ঃ কিয় বা ক'লা তেনেকৈ— মই হ'লে বুজি নাপালোঁ।

প্ৰিয়ম্বদা ঃ এনেহেন লাহৰী গাভৰু জনীকনো হ'ল বুলিয়েইনো পিতাকে এনেকৈ কামত খটুৱাই নে? এনেকে সখীক কামত খটুৱাই কুলপতিয়ে কিন্তু সুবিবেচনা কৰা নাই। আই ঐ দেহি-চোৱাচোন ইমান পৰিশ্ৰম কৰি কৰি সখীজনী কিমান শুকাই-খীণাই গৈছে।

শকুন্তলা ঃ সখী প্ৰিয়া- তোমাকলৈ নোৱাৰিছোঁ আৰু। তুমি আজিও ভুল বুজিলা। এয়া পিতাৰ আদেশ বুলি নহয়, মই এই উদ্যানখনত কাম কৰি ভালপাওঁ বাবেহে কৰিছোঁ।

প্ৰিয়ম্বদা ঃ অ আই সঁচানে-তপোবনৰ প্ৰতি ইমান আকুলনে? পিছে ইমান আকুলতা ভাল নহয়। তাতে গাভৰু জীৱন দুদিনীয়া-আজি আছে কাইলৈ নাই। জানাই দেখোন-নাৰীৰ প্ৰকৃত স্থান পিতৃ গৃহ নহয় স্বামীগৃহহে। আজি নহ'লেও-এদিন হ'লেওতো তোমাৰ বিবাহ হ'ব। তেতিয়া কৰিবা কি? বিবাহৰ পিছতো এই আশ্ৰম-এই তপোবন সকলো ত্যাগ কৰিব লাগিব।

শকুন্তলা ঃ এৰা-কি যে নিয়ম। আমি জানো এক ঈশ্বৰে সৃষ্টি নহয়? তেনেস্থলত-পুৰুষ আৰু নাৰীৰ বাবে কিয় বেলেগ বেলেগ নিয়ম? (সুৰ সলনি) কিন্তু নিয়ম যিয়েই নহওক কিয়-পিছে তুমি কোৱাৰ দৰে মই এই আশ্ৰম এৰি যাব নোৱাৰোঁ। মোৰ জীউ দুটিক এৰি মই ক'লৈকো যাব নোৱাৰোঁ।

প্ৰিয়ম্বদা ঃ (দুষ্টালি) বাৰু-এটা কথা কোৱাচোন? আশ্ৰমখনি বাৰু তোমাৰ এটি জীউ, তেন্তে আনটি জীউ কোন? কাক ইমান সযতনে কোনেও গম নোপোৱাকৈ লুকুৱাই ৰাখিছা নিজৰ বুকুৰ মাজত?

শকুন্তলা ঃ কোন হ'ব আৰু তুমি আৰু অনসূয়া।

প্ৰিয়ম্বদা ঃ হ'ব দিয়া সময়ত দেখিম। কল্পনা কৰাচোন এতিয়াই যদি কোনবা সুন্দৰ, সুশ্ৰী ৰাজকুমাৰ এজন আহি তোমাক প্ৰেম নিবেদন কৰে-তুমি কি কৰিবা? এনেদৰে এই আশ্ৰমতে বন্দী হয় থাকিবা, নে তেওঁৰ প্ৰেমক সঁহাৰি দিবা?

শকুন্তলা ঃ কি যে কোৱা সখী। মই হ'লো আশ্ৰমবাসী। এই ঘোৰ অৰণ্যৰ আশ্ৰমখনেই হৈছে মোৰ আশ্ৰয়স্থল। এইয়ালৈ নো কি সকামত কোননো ৰাজকুমাৰ আহিব। আৰু ভুলক্ৰমে তুমি কোৱাৰ দৰে

কেতিয়াবা কিবা কাৰণে আহিলেই যেনিবা, কিন্তু পিতৃ-মাতৃ পৰিচয়হীন কন্যা এজনীক কোন ৰাজকুমাৰে নিজৰ জীৱন সংগিনী হিচাপে স্বীকাৰ কৰিব?

অনসূয়া ঃ কিয় কৈছা তেনেকৈ সখী?

শকুন্তলা ঃ পিতা কণ্বই মোক যদিহে ঘোৰ অৰণ্যৰ পৰা উদ্ধাৰ নকৰিলেহেঁতেন তেন্তে মোৰ জন্মদাতা কাঠচিতীয়া পিতৃ-মাতৃৰ দায়িত্বহীনতাত কেতিয়াবা মই কোনোবা ক্ষুধাতুৰ পশুৰ আহাৰ হ'লোঁ হয়। ভাগ্যইহে ৰক্ষা কৰিলে মোক। তেনে এগৰাকী কন্যাই ৰাজকুমাৰৰ সপোন নেদেখে। সপোনৰ দৰে জীৱন বাস্তৱ ইমান মিঠা নহয়।

প্ৰিয়ম্বদা ঃ সখী তুমি নিজকে জোখতকৈ বহুত তলত ভাবি লৈছা। তেনে কথা নহয়। জনাইচোন-চন্দ্ৰটোৰ ক'লা দাগ আছে। ক'লা দাগ আছে বাবেইতো আমি চন্দ্ৰটোক ঘৃণা নকৰোঁ বৰং চন্দ্ৰটোৰ ক'লা দাগে আমাক আকৰ্ষিতহে কৰে।

অনসূয়া ঃ ৱাহঃ আজি দেখোন হাইঠা মাটিত (প্ৰিয়ম্বদাক) সখী প্ৰিয়ম্বদা, ইমান গধুৰ কথা ক'বলৈ কেতিয়াৰ পৰা শিকিলা? (শকুন্তলাক) আৰু-সখী শকুন্তলা, তোমাৰ জন্মদাতা পিতৃ-মাতৃয়ে অভিভাৱকৰ কৰ্তব্য পালন কৰা নাই সঁচা কিন্তু জন্মদাতা নহ'লেও পিতৃ কণ্বইটো কোনো দিনে তোমাক ঘৃণাক্ষৰেও পিতৃ-মাতৃৰ অভাৱ অনুভৱ কৰিব দিয়া নাই। গতিকে সেইবোৰ ভাবি নিজক আৰু কষ্ট নিদিবা। তাতে কথা দিলোঁ, মই আৰু প্ৰিয়ম্বদা থকালৈ তোমাক পৃথিৱীৰ কোনো দুখে চুব নোৱাৰে।

শকুন্তলা ঃ সেইবাবেই মই পিতা কণ্বৰ ওচৰত চিৰঋণী। আৰু তোমালোক আছা বাবেইতো জীয়াই আছোঁ মই- সান্তনা দিওঁ নিজক। তোমালোক যদি নাথাকিলাহেঁতেন মোৰ কি যে অৱস্থা হ'লহেঁতেন।

প্ৰিয়ম্বদা ঃ অ' দেখিছা কথা পাতি থাকোঁতে সাঁজ লাগিবৰ হ'ল। এতিয়াও বহু কেইজোপা ফুলত পানী দিবলৈ বাকী আছে। আহা-বাকী থকা ফুল কেইজোপাটো পানী দিওঁগৈ।

অনসূয়া ঃ হয়-ঠিকেই কৈছা (সকলোৱে ফুলত আকৌ পানী দিয়ে।)
(বৈখানসৰ প্ৰৱেশ)

বৈখানস ঃ তোমালোক ইয়াতেই আছা। মই আকৌ তোমালোকক বিচাৰি গোটেই আশ্ৰমখন চলাথ কৰিলোঁ।

প্ৰিয়ম্বদা ঃ অ আই-তুমি হ'বলা নাজানা, এই সময়ত আমি এই তপোবনত ফুলত পানী দিবলৈ আহোঁ।

বৈখানস ঃ (লাজ পাব) নহয় মানে...

প্ৰিয়ম্বদা ঃ হ'ব-আমাৰ আগত এতিয়া লাজ কৰিব নালাগে। প্ৰকৃত কথাটো কোৱা আমাক কিয় বিচাৰিছিলা?

বৈখানস ঃ আৰ্য্যা গৌতমীয়ে তোমালোকক স্মৰণ কৰিছে।

অনসূয়া ঃ দেখিছা মই পাহৰিছিলোঁ, মাতৃৰ সান্ধ্য বন্দনাৰ সামগ্ৰীখিনি মোৰ কুটিৰতেই আছে। তোমালোক খন্তেক অপেক্ষা কৰা। মই সাউতকৈ দি আহোঁ (যাব খোজে)।

প্ৰিয়ম্বদা ঃ আমাৰো কাম শেষ হ'ল। ৰ'বা আমিও যাওঁ।

অনসূয়া ঃ আহা তেন্তে।
(তিনিও যাব খোজে-বৈখানসে শকুন্তলাক ক'ব)

বৈখানস ঃ শকুন্তলা।

শকুন্তলা ঃ (পাছলৈ ঘূৰি) কিবা ক'ব ভ্ৰাতৃ)

বৈখানস ঃ মানে... (কিবা ক'ব খুজিও কিবা এটা চিন্তা কৰি নিজৰ মনৰ কথা নকয়)।

অনসূয়া ঃ সখী শকুন্তলা-তুমি আহি থাকা। আমি আৰু পলম নকৰোঁ। পূজা-অৰ্চনাত বিঘিনি হোৱাটো উচিত নহ'ব।
(প্ৰিয়ম্বদা আৰু অনসূয়াৰ প্ৰস্থান)

বৈখানস ঃ শকুন্তলা।

শকুন্তলা ঃ কিবা ক'ব ভাতৃ?
(বৈখানসে শকুন্তলাৰ চকুলৈ চাব-নিৰুত্তৰ)

শকুন্তলা ঃ আপুনি মোক কিবা ক'বলৈ বিচাৰিছিল ভাতৃ। ব্যক্ত কৰক- বিলম নকৰিব। সান্ধ্য বন্দনাৰ সময় সমাগত।

বৈখানস ঃ সকলো সম্বোধন মোৰ ভাল নালাগে।

শকুন্তলা ঃ ক্ষমা ভাতৃ- মই আপোনাৰ কথাৰ অৰ্থ নুবুজিলো।

বৈখানস ঃ ভাতৃ সম্বোধন বাহিৰে জানো অন্য সম্বোধন নাই।

শকুন্তলা ঃ এই সম্বোধনত কি অশুদ্ধ দেখিলে? যেতিয়াৰ পৰা মই বুজি পোৱা হৈছোঁ তেতিয়াৰ পৰাই আপোনাক মোৰ ভাতৃ হিচাপে সম্বোধন কৰি আহিছোঁ। আৰু ভাতৃক ভাতৃ বুলি সম্বোধন নকৰি কি বুলি কৰিম?

বৈখানস ঃ তাকেইটো ক'ব বিচাৰিছোঁ মই। ভাতৃ সম্বোধন মোৰ কাম্য নহয়। তোমাক তেনে দৃষ্টিৰে মই নাচাওঁ।

শকুন্তলা ঃ তেন্তে আপুনি কি ক'বলৈ বিচাৰিছে?

বৈখানস ঃ তুমি সঁচাকৈ বুজা নাইনে-নে বুজিও বুজি নোপোৱাৰ অভিনয় কৰিছা? অ-তুমি মোৰ মুখৰে শুনিব বিচাৰিছা যেতিয়া শুনা তেন্তে। ল'ৰালি কালৰে পৰা মই তোমাক মোৰ ভগ্নী হিচাপে নহয়, মোৰ জীৱন-মৰণৰ লগৰী হিচাপেই কল্পনা কৰি আহিছোঁ। তেনেস্থলত মই তোমাৰ পৰা ভাতৃ সম্বোধন কাম্য নকৰোঁ।

শকুন্তলা ঃ (উদ্বিগ্ন) আপুনি কি কৈছে বুজিছেতো?

বৈখানস ঃ মই ঠিকেই কৈছোঁ। মোৰ হৃদয়ত তোমাৰ এক সুকীয়া স্থান আছে। যি স্থানৰ অধিকাৰী কেৱল তুমি। তোমাৰ অবিহনে সেই ৰিক্ত স্থান কোনেও পূৰাব নোৱাৰে।

শকুন্তলা ঃ আপোনাৰ স্বতঃস্ফূৰ্ত স্বীকাৰোক্তিক মই অতিশয় আনন্দিত। আপোনাৰ সৎ-সাহসক মই সন্মান জনাইছোঁ। কিন্তু...

বৈখানস ঃ কিন্তু কি?

শকুন্তলা ঃ মই তেনে দৃষ্টিৰে আপোনাক চোৱা নাই কাহানিও। মোক ক্ষমা কৰক।

বৈখানস ঃ কিয়-কিয় কৈছা তেনেকৈ? তোমাৰ কি মন নাযায় মোৰ দৰে পুৰুষ এজনৰ সান্নিধ্য পাবলৈ? মোৰ প্ৰস্তাৱক কি যুক্তিৰে এনেকৈ দলিয়াই দিছা? পুৰুষ হিচাপে মই কি তোমাৰ প্ৰেমৰ যোগ্য নহয়?

শকুন্তলা ঃ এইয়া যোগ্যতা-অযোগ্যতাৰ কথা নহয়। এইয়া হ'ল ইচ্ছা-অনিচ্ছাৰ কথা। নাৰী হিচাপে প্ৰতিটো ক্ষেত্ৰতেই পুৰুষৰ অধীন

হ'লেও নিজস্ব বুলিবলৈ মোৰো এটা মন আছে। মোৰো আছে নিজা বুলিবলৈ সপোন।

বৈখানস ঃ আস কুমাৰী কন্যাৰ সপোনৰ কি মূল্য আছে? বিবাহৰ পাছত স্বামীৰ সপোনেই হয় পত্নীৰ সপোন। তেনেস্থলত-মই কি ভুল কৰিছোঁ। মই তোমাক মোৰ সপোনৰ সমভাগী হ'বলৈ নিমন্ত্ৰণ জনাইছোঁ। এইয়া প্ৰকৃতিৰ নিয়ম।

শকুন্তলা ঃ ক্ষমা ভাতৃ-আপুনি মোক জীৱন সংগীৰূপে বিচাৰিলেও এই মুহূৰ্তত মোৰ মনে আপোনাৰ প্ৰস্তাৱটো গ্ৰহণ কৰিবলৈ অপাৰগ। তাতে এতিয়া আশ্ৰমত পিতাও নাই। আশ্ৰমবাসী হিচাবে আপুনি জানে-কুমাৰী কন্যা হিচাপে বহুক্ষেত্ৰত মই মোৰ পিতাৰ অধীন। তেনেস্থলত এই মুহূৰ্তত মই আপোনাৰ প্ৰস্তাৱটো গ্ৰহণ কৰোঁ কেনেকৈ?

বৈখানস ঃ আস তুমি মোৰ মনটোক অলপ বুজিবলৈ চেষ্টা নকৰা কিয়?

শকুন্তলা ঃ ক্ষমা কৰক ভাতৃ। তথাপিও কথা দিছোঁ- পিতা আহক। পিতাক আপোনাৰ কথা ক'ম-যদি পিতাই আপোনাৰ প্ৰস্তাৱটোক সন্মতি দিয়ে মই আপোনাৰ প্ৰস্তাৱটিক বিবেচনা কৰি চাম। কিন্তু মনত ৰাখিব-ইয়াৰ অৰ্থ এইয়া নহয় যে মই আপোনাৰ প্ৰস্তাৱটোক গ্ৰহণ কৰিছোঁ।

(শকুন্তলা প্ৰস্থান। বৈখানসে শকুন্তলাৰ ফালে চাই কিবা এটা চিন্তা কৰে।)

**(পট পৰে)**

## দ্বিতীয় দৃশ্য

(কণ্ৱমুনিৰ আশ্ৰমৰ ওচৰৰ স্থান। ৰজা দুষ্যন্তই তেওঁৰ সখী মাধব্য আৰু সেনাপতি ভদ্ৰসেনৰ সৈতে এটা হৰিণক পাছে পাছে খেদি আহে।)

দুষ্যন্ত ঃ উসঃ হৰিণাটোৱে আমাক বহু দূৰলৈ আহিলে। বৰ তেজাল হৰিণা। ইমান বেগেৰে দৌৰিব পাৰে। মাধব্য...

(মাধব্যৰ পৰা কোন উত্তৰ নুশুনি দুষ্যন্তই পাছলৈ ঘূৰি চায়। মাধব্যক গছ এজোপাৰ তলত বহি থকা দেখা পায়। আকৌ মাতে)

দুষ্যন্ত ঃ মাধব্য।

মাধব্য ঃ (নেপথ্যত) হয় মহাৰাজ।

দুষ্যন্ত ঃ কি হ'ল, তাতেই ৰ'লা যে? আহা।

(মাধব্যই দুষ্যন্ত প্ৰশ্নৰ উত্তৰ দি সোমাই আহে।)

মাধব্য ঃ কিনো ক'ম মহাৰাজ। মূৰৰ ওপৰত যিহে ৰ'দ। নাই বোলে ক'ৰবাত অকণমান ছাঁ। এই মোৰ অৰণ্যত আৰু কিমান অনাই-বনাই ফুৰিম? মোৰ বৰ ভাগৰহে লাগিছে। ইফালে পিয়াহত মোৰ অণ্ঠ-কণ্ঠ শুকাই গৈছে।

দুষ্যন্ত ঃ তুমি হস্তিনাপুৰৰ ৰজা দুষ্যন্তৰ পৰম বান্ধৱ চক্ৰৱৰ্তী ৰজা দুষ্যন্তৰ পৰম মিত্ৰ ইমান দুৰ্বল হ'লে প্ৰজাই হাঁহিব। এতিয়া বিশ্ৰামৰ কথা নক'বা, বৰং মৃগয়া বিহাৰৰ আনন্দহে উপভোগ কৰা।

মাধব্য ঃ প্ৰখৰ ৰ'দ আৰু পিয়াহত মোৰ অৱস্থা নাইকিয়া হৈছে আৰু আপুনি মৃগয়া বিহাৰৰ আনন্দ উপভোগ কৰাৰ কথা কৈছে।

দুষ্যন্ত ঃ মৃগয়া বিহাৰৰ এইয়া প্ৰথম অভিজ্ঞতা নহয় তোমাৰ-সেইবাবেই উপভোগ কৰিব পৰা নাই এই আনন্দ। এটা তীব্ৰ বেগী মৃগয়াক যেতিয়া মাত্ৰ এডাল শৰে ধৰাশায়ী কৰি তোলে-যেতিয়া তাৰ মৰণ কাতৰ আৰ্তনাদ কাণত পৰে। আস লক্ষ্য ভেদাৰ কি আনন্দ তাক মই কেনেকৈ বৰ্ণনা কৰিম।

মাধব্য ঃ ক্ষমা মহাৰাজ। সেইবোৰ বাৰু পাছে পৰেও বুজিম। ইফালে পিয়াহত অন্ত-কণ্ঠ শুকাই গৈছে। যদিহে এতিয়া অলপ পানীৰ যোগাৰ নহয় তেন্তে মোৰ মৰাশ হস্তিনাপুৰলৈ লৈ যাবলৈ সাজু হওক।

(মাধব্যৰ অৱস্থা লক্ষ্য কৰি)

দুষ্যন্ত ঃ সেনাপতি ভদ্ৰসেন।

(ভদ্ৰসেন সোমাই আহে)

ভদ্ৰসেন ঃ আজ্ঞা মহাৰাজ।

দুষ্যন্ত ঃ সখী মাধব্যৰ অৱস্থাটো দেখিছা নহয়। তেওঁৰ পিয়াহত প্ৰাণ যোৱাৰ উপক্ৰম হৈছে। (কণ্বমুনিৰ আশ্ৰমলৈ আঙুলিয়াই) সৌখন কোনোবা তপস্বীৰ আশ্ৰম যেন লাগিছে। যোৱাচোন চোৱাগৈ যদি অলপ পানীৰ ব্যৱস্থা হয়।

ভদ্ৰসেন ঃ যি আজ্ঞা মহাৰাজ।

(ভদ্ৰসেনৰ প্ৰস্থান)

মাধব্য ঃ উস-দুপৰীয়াৰ এই উৎকট ৰ'দে মোৰ দেহা জ্বলাই নিছে। আহক-ভদ্ৰসেন উভতি নাহে মানে সৌ বৃক্ষ জোপাৰ ছাঁতে কিছু সময় বিশ্ৰাম লওঁ। (দুয়ো গছ এজোপাৰ তলত বহে) মহাৰাজ লক্ষ্য কৰিছেনে-ভৰ দুপৰীয়া অৰণ্যখন কিমান শান্ত হৈ পৰে। জনপ্ৰাণীহীন। কিমান নিস্তব্ধ পৰিৱেশ-যেন অৰণ্যৰ সকলো পশু-পক্ষী নিদ্ৰাদেৱীৰ চৰণত আশ্ৰয় ল'লে।

দুষ্যন্ত ঃ (চাৰিওফালে নিৰীক্ষণ কৰি) এৰা ঠিকেই কৈছা। আজিহে মই লক্ষ্য কৰিলোঁ অশান্ত অৰণ্যৰ এই শান্ত ৰূপ। দৃষ্টি য'তেই গৈছে সকলোতে দেখিছোঁ মাথোঁ অৰণ্যৰ বিশালতা-সৌন্দৰ্যতা।

মাধব্য ঃ মহাৰাজ... (বাক্যটো সম্পূৰ্ণ নকৰে)

দুষ্যন্ত ঃ কোৱা-ৰৈ গলা যে?

মাধব্য ঃ ভুল হ'লে অবিজ্ঞ বুলি ক্ষমা কৰিব। যদি অৰণ্যৰ মাজত বিচাৰি পাইছে সৌন্দৰ্যতা, তেন্তে এই সৌন্দৰ্যৰ ধৰোহৰ বোৰক ধ্বংস কৰে কিয়?

দুষ্যন্ত ঃ কি ক'ব বিচাৰিছা?

মাধব্য ঃ এই অৰণ্যৰ সৌন্দৰ্যৰ ধৰোহৰ নিৰপৰাধী জীৱ-জন্তুবোৰক ক্ষণিক সুখৰ বাবে হত্যা কৰে কিয়?

দুষ্যন্ত ঃ মই ক্ষত্ৰিয়-ক্ষত্ৰিয় হিচাপে চিকাৰ কৰাটো মোৰ ধৰ্ম। মই মোৰ ক্ষত্ৰিয় ধৰ্ম পালন কৰিছোঁ, ইয়াত তুমি কি ভুল দেখিলা?

মাধব্য ঃ ঠিকেই কৈছে-ক্ষত্ৰিয় হিচাপে আপুনি চিকাৰ কৰি ক্ষত্ৰিয় ধৰ্ম পালন কৰিছে সঁচা, কিন্তু ৰজা হিচাপে আপোনাৰ ধৰ্ম কি?

দুষ্যন্ত ঃ কি ক'ব বিচাৰিছা মাধব্য? ৰজা হিচাপে মই কি প্ৰজাৰ প্ৰতি থকা কৰ্তব্যবোধ সূচাৰুৰূপে পালন কৰা নাই?

মাধব্য ঃ মোৰ কথাৰ অৰ্থ তেনে নহয় মহাৰাজ। প্ৰজাৰ প্ৰতি থকা কৰ্তব্যবোধ পালন কৰিবলৈ আপুনি কোনো কৃপানালি কৰা নাই। আপোনাৰ দৰে ৰজা এই ভূ-ভাৰস্তত বিৰল। কিন্তু নিজকে প্ৰশ্ন কৰকচোন আপোনাৰ ৰাজ্যৰ বিভিন্ন অৰণ্যত বসবাস কৰা জীৱ-জন্তুবোৰৰ প্ৰতি থকা আপোনাৰ দায়িত্ব আপুনি সুচাৰুৰূপে পালন কৰিছেনে? সিহঁতো জানো আপোনাৰ প্ৰজা নহয়? তেনেস্থলত ক্ষণিক আত্ম-তৃপ্তিৰ বাবে এই নিমাখিত পশু-পক্ষীবোৰক হত্যা কৰি সুশাসনৰ পৰিচয় দিছে জানো?

দুষ্যন্ত ঃ (নিৰুত্তৰ)

মাধব্য ঃ মহাৰাজ মই কিবা অনুচিত ক'লোঁ? যদি অনুচিত বুলি গণ্য কৰে তেন্তে আপোনাৰ বিশ্বাসী বুলি ক্ষমা কৰিব।

দুষ্যন্ত ঃ ক্ষমা বিচাৰি মোক আৰু লজ্জিত নকৰিবা মাধব্য। তুমি কোৱা প্ৰতিটো কথাই শুদ্ধ আৰু সত্য। ৰজা হিচাপে মই যি দৰে মোৰ ৰাজ্যৰ সকলো প্ৰজাৰ পালনকৰ্তা ঠিক তেনেদৰে মোৰ ৰাজ্যৰ সকলো অৰণ্যৰ, তাত বসবাস কৰা সকলো জীৱ-জন্তু পালনকৰ্তা মই। তেনেস্থলত অন্য প্ৰজাৰ দৰে সিহঁতৰ প্ৰতিও মোৰ দায়িত্ব আছে-কৰ্তব্য আছে। মোৰ প্ৰতিগৰাকী প্ৰজাৰ দৰে সিহঁতেও বিচাৰে মোৰ পৰা নিৰাপত্তা। কিন্তু মই কৰিছোঁ কি? তুমি ঠিকেই কৈছা- যি ৰজাই তেওঁৰ ৰাজ্যৰ প্ৰতিটো প্ৰাণীৰে নিৰাপত্তা সুৰক্ষিত কৰিব নোৱাৰে তেওঁক প্ৰজাৰ প্ৰতি থকা কৰ্তব্যবোধ সুচাৰুৰূপে পালন কৰিছে বুলি অভিহিত কৰিব নোৱাৰি। কথা দিলোঁ মাধব্য আজিৰ পৰা মই হাতত ধনু ল'ম প্ৰজাৰ নিৰাপত্তাৰ স্বাৰ্থতহে, হত্যাৰ উদ্দেশ্যে নহয়।

মাধব্য ঃ মোক লজ্জিত নকৰাৰ বাবে কৃতজ্ঞ মহাৰাজ।

দুষ্যন্ত ঃ তুমি নহয় মাধব্য-মইহে তোমাৰ ওচৰত কৃতজ্ঞ হোৱাটো উচিত। মোক আজিৰ এই ঘটনাটোৱে জীৱনৰ আৰু এটা সত্যৰ সৈতে পৰিচিত কৰিলে।

মাধব্য ঃ কি মহাৰাজ?

দুষ্যন্ত ঃ আমাৰ জীৱনত কিয় পথ-প্ৰদৰ্শক লাগে? আজি যদি তুমি সেই

পথ-প্ৰদৰ্শকৰ ভূমিকা পালন কৰি মোক সত্যৰ অন্বেষণ নকৰালা হয় তেন্তে মই কৰি অহা ভুল চিৰ জীৱন কৰি থাকিলো হয়।

মাধৱ্য ঃ মই কৃতজ্ঞ মহাৰাজ। পিছে সেনাপতি ভদ্ৰসেনৰ এতিয়ালৈ দেখাদেখি নাই। ইফালে আতুৰ পিয়াহত মোৰ প্ৰাণ যায়।

দুষ্যন্ত ঃ (কিবা এটা শুনি) সখী গছৰ পাত খচকাৰ শব্দ শুনিছানে? শুনাচোন-যেন কোনোবা এইফালে আহি আছে।

মাধৱ্য ঃ (শুনিবলৈ চেষ্টা কৰি-মনত শংকা) সেনাপতি ভদ্ৰসেনটো যোৱা নাছিলে এইফালে। তেন্তে? মহাৰাজ-কোনোবা হিংস্ৰ জন্তু নহয়তো?

দুষ্যন্ত ঃ ইমান অলপ ধতুৰা হ'লে নহ'ব মাধৱ্য। (গছৰ পাত খচকাৰ শব্দ অনুসৰণ কৰি) হিংস্ৰ জন্তু নহয়। সৌৱা দেখিছানে-কঁকালত কলচীলৈ তিনিজনী দীপ-লিপ কন্যাহে এইফালে আহি আছে।

মাধৱ্য ঃ ক'ত মহাৰাজ ক'ত? (তিনিজন কন্যাক দেখা পায়) অ' দেখিছোঁ।

দুষ্যন্ত ঃ (চিন্তা কৰি নিজকে কয়) এই ঘোৰ অৰণ্যৰ মাজত এই তিনিগৰাকী দীপ-লিপ কন্যা কোন? ইমান অতুলনীয়। কোনো গৰাকী কম নহয়। কোনোবা বনকুঁৱৰী নহয়তো?

মাধৱ্য ঃ (হাঁহি) পিছে পাহৰি নাযাব মহাৰাজ-আপুনি বিবাহিত। কুমাৰী সুন্দৰী কন্যাৰ ইমান গুণ নাগাব।

দুষ্যন্ত ঃ কুমাৰী সুন্দৰীৰ সৌন্দৰ্য উপভোগ কৰিবলৈ অবিবাহিত হ'ব লাগিব বুলি কোনো কোনো শাস্ত্ৰত লিখা নাই।

মাধৱ্য ঃ (হাঁহি) আপোনাক আৰু কথাৰে বলে নোৱাৰি।

দুষ্যন্ত ঃ আহাচোন-সৌ জোপা বৃক্ষৰ আঁৰৰে পৰা উমান লওঁ এওঁ লোক কোন।

(দুয়ো এজোপা গছৰ আঁৰৰ পৰা শকুন্তলাহঁতৰ কাৰ্যকলাপ নিৰীক্ষণ কৰে। শকুন্তলা আৰু প্ৰিয়ম্বদা, অনসূয়াৰ হাঁহি নেপথ্যত শুনা যায়। শকুন্তলাই কিবা কথাত অভিমান কৰি সোমাই আহে। অভিমান কৰি কয়)

শকুন্তলা ঃ এই বৰ দুষ্ট। যোৱা আজিৰ পৰা মই আৰু তোমাৰ লগত কথা

নাপাতো।

(প্ৰিয়ম্বদাই হাঁহি হাঁহি পাছে পাছে দৌৰি সোমাই আহি দুষ্টালিৰে শকুন্তলাৰ অভিমান ভাঙিব চেষ্টা কৰে।)

প্ৰিয়ম্বদা ঃ সখী-সখী। চাওঁ চাওঁ, আই ঐ দেহি লাহৰিজনী। বেয়া পালা নহয়। হ'ব দিয়া-এইবাৰ পিতা সোমতীৰ্থৰ পৰা উভতি আহিলেই তোমাৰ বিয়াখন আয়োজন কৰিববৈলে ক'ব লাগিব।

শকুন্তলা ঃ আকৌ দুষ্টামি আৰম্ভ কৰিলা নহয়।

প্ৰিয়ম্বদা ঃ আই ঐ দেহি-বিবাহৰ কথা কওঁতেই আমাৰ সখী কেনেকৈ লাজুকী লতাৰ দৰে মৰহি গ'ল। (বাহিৰত থকা অনসূয়াক লক্ষ্য কৰি) সখী-চোৱাহিচোন। আমাৰ সখী কেনেকৈ লাজত ৰঙা পৰি গৈছে। (অনসূয়া সোমাই আহে-কঁকালত এটা পানী ভৰ্তি কলহ। প্ৰিয়ম্বদাই শকুন্তলাক সোধে) কোৱাচোন-কোৱাচোন সখী কাৰ কথা কল্পনা কৰি তুমি লাজতে মৰহি গ'লা? (সুৰ সলনি কৰি) তোমাৰ সপোনৰ গৰাকীজন ৰজা দুষ্যন্ত নহয়তো?

শকুন্তলা ঃ কি যে কোৱা তুমি? কাৰ লগত তুলনা কৰিছা মোক। তেওঁ হ'ল ৰূপে-গুণে নমস্য ব্যক্তি আৰু মই... (হঠাৎ দুষ্যন্তহঁতক দেখা পায়) সখী।

অনসূয়া ঃ কি হ'ল?

শকুন্তলা ঃ চোৱাচোন। (দুষ্যন্তহঁত লুকাই থকা গছ জোপালৈ আঙুলিয়াই) এই অৰণ্যত এই ভৰ দুপৰীয়া সৌ বৃক্ষ জোপাৰ আঁৰত সেয়া কোন?

(প্ৰিয়ম্বদাই গছজোপাৰ ওচৰলৈ এখোজ আগুৱাই যায়। দাম্ভিকতাৰে দুষ্যন্তহঁতক উদ্দেশি কয়)

প্ৰিয়ম্বদা ঃ হে অচিনাকি পথিক। বৃক্ষৰ আঁৰত লুকাই কি কৰি আছে? যদি কিবা অসৎ উদ্দেশ্য পুহি ৰাখিছে তেন্তে সাৱধান। আমি হ'ব পাৰো নাৰী-কিন্তু অস্ত্ৰ-শস্ত্ৰৰ বিদ্যাত আমি মহাৰাজ দুষ্যন্তকৈও অধিক পাৰ্গত। ভালে ভালে সন্মুখলৈ আহক।

অনসূয়া ঃ অলপ অধিক হ'ল নেকি সখী। অতি দাম্ভিকতা উচিত নহয়।

প্ৰিয়ম্বদা ঃ (অনসূয়াক ইংগিতৰে বাধা দি) ভয় নেদেখুৱালে সকলোৰে

সাহস পায়। (দুষ্যন্তহঁতক) কোন হয় আপোনালোক? সাহস আছে যদি সন্মুখলৈ আহক।

(দুষ্যন্ত মাধৱ্য বৃক্ষৰ আঁৰৰ পৰা ওলাই আহে)

মাধৱ্য ঃ ক্ষমা কন্যা, কোনো অসৎ উদ্দেশ্য নাই আমাৰ। মৃগয়াৰ উদ্দেশ্য আহি পথভ্ৰষ্ট হ'লো।

প্ৰিয়ম্বদা ঃ যদি পথভ্ৰষ্টহে হৈছিল, তেন্তে বৃক্ষৰ আঁৰৰ পৰা কিহৰ উমানলৈ আছিল?

মাধৱ্য ঃ আপোনালোক কোন তাৰ পৰিচয় ল'বৰ বাবেহে আমি বৃক্ষৰ আঁৰত লুকাই আছিলো।

প্ৰিয়ম্বদা ঃ তেন্তে আমাৰ পৰিচয় পালেই নিশ্চয়-নাৰী হ'লেও অস্ত্ৰ-শস্ত্ৰ...

অনসূয়া ঃ (প্ৰিয়ম্বদাক আধাতে বাধা দি) সখী।

প্ৰিয়দম্বা ঃ (ইংগিতৰে অনসূয়াক মনে মনে থাকিব দি মাধৱ্যহঁতক কয়) আপোনালোকক আগতেই সাৱধান কৰি দিছোঁ, নাৰী বুলি আমাৰ কিবা ক্ষতি কৰাৰ কথা মনলৈ নানিব। অস্ত্ৰ-শস্ত্ৰৰ বিদ্যাত আমি মহাৰাজ দুষ্যন্তকৈও...

দুষ্যন্ত ঃ (প্ৰিয়ম্বদাৰ বাক্যটো সম্পূৰ্ণ কৰিব নিদি) অধিক পাৰ্গত-সেয়া আমি জ্ঞাত হ'লো। তথাপিও কিন্তু মই হ'লে এটা কথা এতিয়াও বুজিব পৰা নাই।

প্ৰিয়ম্বদা ঃ যদি মনত কিবা শংকা আছে তেন্তে নিচিন্তে ব্যক্ত কৰক।

দুষ্যন্ত ঃ আপুনি যে ক'লে আপোনালোক অস্ত্ৰ-শস্ত্ৰৰ বিদ্যাত মহাৰাজ দুষ্যন্তকৈও অধিক পাৰ্গত...

প্ৰিয়ম্বদা ঃ (দুষ্যন্তক সম্পূৰ্ণ কৰিব নিদিয়াকৈ) কিবা সন্দেহ?

দুষ্যন্ত ঃ নাই নাই-আপুনি কৈছে যেতিয়া সন্দেহৰ কোনো স্থল নাই। পিছে মহাৰাজ দুষ্যন্ত হ'ল ক্ষত্ৰিয়। কিন্তু আপোনাসৱক ক্ষত্ৰিয় যেন লগা নাই, বৰং কোনোবা আশ্ৰমবাসী যেন অনুভৱ হৈছে। তেনেস্থলত...

প্ৰিয়ম্বদা ঃ (ঠটমট খায়) কিয়-কিয় ক'লোঁ মানে (হঠাৎ মনলৈ কিবা এটা আহে) মহাৰাজ যেতিয়া যুৱৰাজ আছিল, তেতিয়া মই তেওঁৰ সৈতে একেই গৰাকী গুৰুৰ অধীনত অস্ত্ৰ-শস্ত্ৰৰ জ্ঞান লৈছিলোঁ।

গুৰুদেৱৰ মই সবাতোতকৈ প্ৰিয় শিষ্যা আছিলো। প্ৰতিটো কামতে আগৰণুৱা আছিলো মই। মহাৰাজ দুষ্যন্ততকৈ অধিক পাৰ্গত আছিলো। (কিবা এটা মনত পৰাত কথাৰ সুৰ সলনি কৰি) ইমানবোৰ কথা আপোনাক কিয় লাগে? আপোনালোকৰ সাজ-সজ্জা আৰু চতুৰ কথা-বতৰাবোৰ শুনি আপোনাসৰক কোনোবা ৰজা-মহাৰজা যেন লাগিছে। প্ৰথমে আপোনালোকৰ পৰিচয় দিয়ক।

দুষ্যন্ত ঃ মাধৱ্য-এওঁলোকৰ ইচ্ছা পূৰণ কৰা।

মাধৱ্য ঃ (দুষ্যন্তক) যি আজ্ঞা। (অনসূয়াহঁতক) কন্যা সকল, মই মাধৱ্য আৰু এইয়া হ'ল মোৰ পৰম বান্ধৱ, হস্তিনাপুৰৰ মহাৰাজ দুষ্যন্ত। (সকলো আচৰিত হয়-প্ৰিয়ম্বদাৰ মূৰত সৰগ ভাগি পৰে।)

সকলো ঃ কি?

প্ৰিয়ম্বদা ঃ (নিজক ক'ব) নিগমে মৰিলোঁ মই। কিহে পাইছিল নিজক ইমান বৰাই ক'বলৈ? তাকো স্বয়ং মহাৰাজ দুষ্যন্তৰ আগত, আজি নিগমে মৰিলোঁ। (দুষ্যন্তক) হে মহাৰাজ, কাটক বা মাৰক, এই অভাগিনীৰ দোষ মৰ্জন কৰক। নিজৰ নিৰাপত্তাৰ খাতিৰহে অলপ বৰাই কৈছিলোঁ।

দুষ্যন্ত ঃ (মিচিকিয়া হাঁহি) মই সকলো বুজিছোঁ। কিন্তু যদিহে ক্ষমা কৰিব লাগে তেন্তে আমাৰ এটা উপকাৰ সাধিব লাগিব।
(অনসূয়া, প্ৰিয়ম্বদা আৰু শকুন্তলা আচৰিত হ'ব। ইজনীয়ে সিজনীক চাব)

অনসূয়া ঃ আজ্ঞা মহাৰাজ।

দুষ্যন্ত ঃ পিয়াহত আমাৰ প্ৰাণ যোৱাৰ উপক্ৰম হৈছে। আমাৰ তৃষ্ণা নিবাৰণ কৰিলে আমি অত্যন্ত সুখী হ'ম।

প্ৰিয়ম্বদা ঃ (প্ৰিয়ম্বদাৰ মুখলৈ পানী আহে) সেইটো জানো সুধিব লগা কথা। আজ্ঞা দিলেই হ'ল। আপোনালোকক শুশ্ৰূষা কৰিব পৰাটো আমাৰ বাবে পৰম সৌভাগ্য। আপোনালোক সৌ বৃক্ষ জোপাৰ তলতে কিছু বিশ্ৰাম কৰক, মই এতিয়াই পানীৰ যোগাৰ কৰিম।

(প্ৰিয়ম্বদাই লৰালৰিকৈ নিজৰ কলহটো আনিবলৈ বাহিৰলৈ ওলাই যায়। আনফালে শকুন্তলাই দুষ্যন্তক আৰু অনসূয়াই মাধব্যক নিজৰ নিজৰ কলহৰ পৰা পানী বাকি দিয়ে। দুষ্যন্তৰ চকু শকুন্তলাৰ ওপৰত পৰে-চাৰি চকুৰ মিলন হয়। প্ৰিয়ম্বদাই পানী ভৰ্তি কলহলৈ সোমাই আহি দুষ্যন্ত আৰু শকুন্তলাৰ সলনি হোৱা ভাৱ-ভংগীক লক্ষ্য কৰি দুষ্টামিৰ হাঁহি মাৰে)

প্ৰিয়ম্বদা ঃ মহাৰাজ-আপোনাৰ তৃষ্ণা নিবাৰণ হ'লেই চাগৈ। মইহে এনেয়ে কষ্ট কৰি পানীৰ কলহটো আনিলো।

(দুষ্যন্ত আৰু শকুন্তলাই সংজ্ঞা পায়। নিজৰ সলনি হোৱা অভিব্যক্তিবোৰ লুকুৱাবলৈ চেষ্টা কৰে।)

দুষ্যন্ত ঃ কিছু বিলম্ব কৰিলা তুমি। তথাপিও কৃতজ্ঞ মই। তোমালোকক ভাগ্যৰ বলতহে লগ পালোঁ।

অনসূয়া ঃ আপোনালোকে এনেয়ে কষ্ট খালে। (বাহিৰলৈ আঙুলিয়াই) সৌখনেই আমাৰ আশ্ৰম। আপোনালোকে ইচ্ছা কৰাহেঁতেন আমাৰ আশ্ৰমলৈকে যাব পাৰিলে হয়।

দুষ্যন্ত ঃ বিনা অনুমতিত আশ্ৰমত প্ৰৱেশ নকৰাই যুগুত বুলিহে ভাবিহে ইয়াতে ক্ষন্তেক বিশ্ৰাম কৰিছিলোঁ। অৱশ্যে আমাৰ সেনাপতিয়ে আশ্ৰমখননো কাৰ, তাৰ বুজ ল'ব গৈছে। বাৰু কাৰ আশ্ৰম সেইখন? আৰু তোমালোকৰ সম্পূৰ্ণ পৰিচয়।

প্ৰিয়ম্বদা ঃ (উৎফুল্লিত) মই প্ৰিয়ম্বদা। (অনসূয়াক ইংগিক কৰি) এইয়া অনসূয়া আৰু (শকুন্তলাক ইংগিত কৰি) এইয়া হ'ল আমাৰ প্ৰাণৰ সখী শকুন্তলা। (বাহিৰলৈ ইংগিত কৰি) সৌ আশ্ৰমখনযে দেখিছে সেই আশ্ৰমখন হ'ল মহৰ্ষি কণ্ৱমুনিৰ। শকুন্তলা মহৰ্ষি কণ্ৱমুনিৰেই দুহিতা।

মাধব্য ঃ (চিন্তা কৰি) মহৰ্ষি কণ্ৱ ব্ৰহ্মচাৰী বুলি প্ৰসিদ্ধ। তেনেস্থলত আপোনালোকৰ সখী তেওঁৰ দুহিতা, এইয়া কেনেকৈ সম্ভৱ?

অনসূয়া ঃ সেইবোৰ বহু কথা। প্ৰকৃততে...

(অনসূয়াৰ কথা শেষ হোৱাৰ আগতেই চিঞৰি-চিঞৰি বাহিৰৰ পৰা ভদ্ৰসেন প্ৰৱেশ কৰে।)

ভদ্ৰসেন ঃ মহাৰাজ-মহাৰাজ।

দুষ্যন্ত ঃ কি হ'ল ভদ্ৰসেন-ইমান উধাতু খাই আহিছা যে?

ভদ্ৰসেন ঃ এটা ভয়ংকৰ কথা হৈছে।

দুষ্যন্ত ঃ কি?

ভদ্ৰসেন ঃ এটা উদণ্ড হাতীয়ে আশ্ৰমৰ ভিতৰত সোমাই চাৰিওফালৰ পৰা সকলো ভাঙি-চিঙি তহিলং কৰিছে।

সকলো ঃ কি?

দুষ্যন্ত ঃ নিচিন্তে থাকা কন্যাসকল-মই এতিয়াই সেই অহংকাৰী দঁতাল হাতীটোৰ গৰ্ব খৰ্ব কৰিম। শংকা নানিবা মনত।

সকলো ঃ মহাৰাজৰ জয় হওক।

**(পট পৰে)**

## তৃতীয় দৃশ্য

(কণ্বমুনিৰ আশ্ৰম-শকুন্তলাৰ কুটিৰ। শকুন্তলাই উদাসীন ভাৱে বহি থাকে। কিবা চিন্তা কৰি নিজক নিজে ক'ব)

শকুন্তলা ঃ এইয়া কিহৰ দোমোজাত মই? জীৱনে যে কেতিয়াবা এনেকৈ উপহাস কৰিব তাক কল্পনা কৰা নাছিলো। কাক গুৰুত্ব দিওঁ মই, হৃদয়ৰ তাগিদাক নে বাস্তৱৰ কঠিন সত্যক? সকলো জানিও বাৰে বাৰে কিয় বিচলিত হৈছে মোৰ মন। কি সত্য-কি অসত্য-একো উত্তৰেই নাই মোৰ ওচৰত। এফালে বিবাহিত দুষ্যন্তৰ প্ৰতি মোৰ মনৰ ভিতৰত চলিছে এজাক প্ৰেমৰ ধুমুহা আৰু আনফালে প্ৰেমৰ প্ৰত্যাখ্যানত শুকাই যোৱা বৈখানখৰ কৰুণ চকুযুৰিয়ে বাৰে বাৰে খেদি ফুৰিছে মোক। এক তীব্ৰ অন্ত কন্দলে মোৰ ভিতৰৰ মানুহজনীক বৰকৈ জোকাৰি তুলিছে। কোন দিশে যাওঁ-কাক সঁপি দিওঁ মোৰ মন, যৌৱন-তপস্বী বৈখানখ নে ৰজা দুষ্যন্তক? মোক উপায় দিয়া ঈশ্বৰ। (অনসূয়াই পূজাৰ থালি এখনলৈ সোমাই আহে।) মোক এটা সঠিক দিশ দিয়া-দিশ দিয়া ঈশ্বৰ।

(শকুন্তলাক তেনে ৰূপত দেখি অনসূয়া আচৰিত হয়।)

অনসূয়া ঃ সখী-কি হৈছে সখী তোমাৰ?

(শকুন্তলা উত্তৰ নিদিয়ে যদিও অসহায় দৃষ্টিৰে অনসূয়াক এনেদৰে চায় যেন তাইৰ মনৰ সকলো বেদনা তাইৰ চকুৰে প্ৰকাশ কৰিব।)

অনসূয়া ঃ কি হৈছে তোমাৰ? সুধিলেও একো নোকোৱা। কেৱল জুলুকা মাৰি বহি থকা। আজি ক'বই লাগিব মোক। মই তোমাক এনেদৰে চাই থাকিব নোৱাৰোঁ।

শকুন্তলা ঃ (নিজকে লুকুৱাব চেষ্টা কৰি) নাই সখী-তেনে একো হোৱা নাই।

অনসূয়া ঃ তুমি মোক মিছা কয় সাৰি যাব নোৱাৰা। ল'ৰালি কালৰ পৰাই মই পাইছোঁ তোমাক। নোকোৱা কিয়, কি হৈছে তোমাৰ?

শকুন্তলা ঃ সখী...

অনসূয়া ঃ তুমি নক'লেও মই বুজোঁ, কিবা এটা কথাই যেন তোমাক বহুত কষ্ট দি আছে।

শকুন্তলা ঃ আমি বাৰু সকলো থকাৰ পাছতো কেতিয়াবা কিয় ইমান নিসংগ অনুভৱ কৰোঁ।

অনসূয়া ঃ মানে-কি ক'ব বিচাৰিছা?

শকুন্তলা ঃ কথাবোৰ মই যিমানেই ভাবিছোঁ, সিমানেই মোৰ বাবে জটিলতকৈ বেছি জটিল হৈ পৰিছে।

অনসূয়া ঃ কি হৈছে তোমাৰ? তুমি খুলি নোকোৱা কিয়?

শকুন্তলা ঃ তোমালোকক নকয় আৰু কাক ক'ম। কিন্তু মোৰ ভয় লাগে, কথাটো শুনাৰ পাছত মোতকৈ তোমালোকৰহে বেছি মনোকষ্ট হ'ব।

অনসূয়া ঃ আপোন মানুহৰ আগত দুখবোৰ খুলি ক'লে দুখ নাবাঢ়ে বৰং কমিহে যায়। কোৱা কি হৈছে তোমাৰ?

শকুন্তলা ঃ মোৰ মনটো যে মোৰ লগত এতিয়া নাই সখী। কি কৰোঁ-কি নকৰোঁ একো উৰাদিহ পোৱা নাই। ইমানবোৰ আপোন মানুহৰ মাজত থাকিও কিয় জানো নিসংগ অনুভৱ কৰিছোঁ। ক'তো মন

বহাব পৰা নাই। অতি মৰমৰ তপোবনখনো যেন অচিনাকী হৈ পৰিছে।

অনসূয়া ঃ মানে (কিবা চিন্তা কৰি) ৰ'বা, তুমি কাৰোবাক মনে মনে মন-প্ৰাণ সঁপি দিয়া নাইতো?

শকুন্তলা ঃ সেই দিনা যে লগ পাইছিলা...

অনসূয়া ঃ কাক-মহাৰাজ দুষ্যন্ত?

শকুন্তলা ঃ ঠিকেই।

অনসূয়া ঃ তুমি যোগ্যজনকে নিৰ্বাচন কৰিছা। পিছে এতিয়া কৰিবা কি? তেওঁতো ইতিমধ্যে হস্তিনাপুৰলৈ উভতি গৈছে। তেওঁৰ মনৰ উমান তুমি পাবা কেনেকৈ? আগতেই যদি ব্যক্ত কৰিলা হয় কিবা উপায় কৰিলোহেঁতেন।

শকুন্তলা ঃ সেই বাবেইতো অধিক দুখ লাগিছে। সময়ত তেওঁ থাকোঁতেই যদি জানিব পাৰিলোঁ হয় তেওঁৰ মনৰ উমান। জনাহেঁতেন হয়তো ইমান কষ্ট নাপালোঁ হয়। তেওঁৰ অবিহনে এতিয়া চাৰিওফালে কেৱল শূন্যতা অনুভৱ কৰিছোঁ। মোৰ চিনাকী আশ্ৰমখনো অচিনাকী হৈ পৰিছে।

প্ৰিয়ম্বদা ঃ (নেপথ্যত) সখী সখী।
(প্ৰিয়ম্বদাই উধাতু খাই প্ৰৱেশ কৰে)

অনসূয়া ঃ কি হ'ল? একেবাৰে উধাতু খাই আহিছা যে?

প্ৰিয়ম্বদা ঃ এটা ডাঙৰ কথা হ'ল জানা...

অনসূয়া ঃ কি?

প্ৰিয়ম্বদা ঃ মহাৰাজ দুষ্যন্ত আধা বাটৰ পৰা আকৌ উভতি আহিছে। আৰ্য্যা গৌতমীৰ স'তে বাৰ্তালাপ কৰি থকা দেখা পাইছোঁ।

শকুন্তলা ঃ (উৎফুল্লিত) সঁচা কৈছা সখী। মহাৰাজ আকৌ আশ্ৰমলৈ আহিছে?

প্ৰিয়ম্বদা ঃ অ' হয়। পিছে তেওঁৰ আগমনত তুমি কিয় ইমান উৎফুল্লিত হৈছা?

শকুন্তলা ঃ (লজ্জিত ভাৱে) নহয় মানে।

**(পট পৰে)**

## চতুৰ্থ দৃশ্য

(কণ্বমুনিৰ আশ্ৰম-আশ্ৰমৰ এক অতিথি কুটিৰ। দুষ্যন্ত আৰু মাধব্যই কথা পাতি আছে।)

মাধব্য ঃ ৰাজধানীলৈ যাওঁ বুলি হঠাৎ এনেকৈ আধা পথৰ পৰা ইয়ালৈ উভতি অহাটো উচিত হৈছে নে বাৰু?

দুষ্যন্ত ঃ এই আশ্ৰমৰ সৌন্দৰ্যই মোক বৰকৈ মোহিত কৰিলৈ মাধব্য।

মাধব্য ঃ অৰণ্যৰ প্ৰতি আপোনাৰ এনে অনুৰাগ মইতো আগতে দেখা নাই কাহানিও। তথাপিও আপুনি কৈছে যেতিয়া মানি লৈছোঁ। কিন্তু এটা কথা বুজাতহে কষ্ট হৈছে মোৰ।

দুষ্যন্ত ঃ কি কথা মাধব্য?

মাধব্য ঃ আশ্ৰমৰ সৌন্দৰ্যই যদি সঁচাকৈয়ে আপোনাক মুগ্ধ কৰিছে তেন্তে ইয়াত থকাৰ পাছতো কিয় ম্লান পৰিছে আপোনাৰ চেহেৰাৰ সৌন্দৰ্য। মই লক্ষ্য কৰিছোঁ কিবা এটা কথাই যেন আপোনাক বহুত বেছি বিব্ৰত কৰিছ। প্ৰতিমুহূৰ্ততে আপুনি অন্যমনস্ক হৈ থাকে। এয়া চক্ৰৱৰ্তী ৰজাৰ লক্ষণ নহয়।

দুষ্যন্ত ঃ এৰা তুমি ঠিকেই কৈছা। পিছে পাহৰি নাযাবা-চক্ৰৱৰ্তী ৰজা হ'লেও মই প্ৰথমে মানুহ। মানুহ হিচাপে দুখ-সুখ সকলো অনুভূতি আছে মোৰ।

মাধব্য ঃ মানে?

দুষ্যন্ত ঃ নোপোৱাৰ বেদনা এটাই মোক বৰ কৈ জুৰুলা কৰিছে মাধব্য।

মাধব্য ঃ এইবাৰ আৰু আপোনাৰ কি পাবলৈ ধাউতি হৈছে? (কিবা চিন্তা কৰি) ৰ'ব ৰ'ব আপুনি বাৰু সেই তপস্বী কন্যালৈ অভিলাষ কৰা নাইতো?

দুষ্যন্ত ঃ শকুন্তলাৰ ৰূপ যৌৱনে মোৰ মন মোহিত কৰিলে।

মাধব্য ঃ কিন্তু পাহৰি নাযাব আপুনি বিবাহিত। অৱশ্যে ৰজা হিচাপে বহু পত্নীৰ স্বামী হোৱাৰ অধিকাৰ আছে আপোনাৰ। কিন্তু যি গৰাকী কন্যাৰ জন্মদাতা পিতৃ-মাতৃৰ কোনো পৰিচয় নাই, জাতি-ভেদৰ

পৰিচয় নাই, তেনে এগৰাকী কন্যাক বিবাহ কৰোৱাটো জানো উচিত হ'ব?

দুষ্যন্ত ঃ তেনেবোৰ প্ৰশ্নৰ বাবেইতো অশান্ত মোৰ মন।

মাধৱ্য ঃ তেনেস্থলত মোৰ এটাই পৰামৰ্শ। সৌন্দৰ্যক কেৱল উপভোগ কৰক, সৌন্দৰ্যৰ ওপৰত অধিকাৰ সাব্যস্ত কৰিব গ'লে কেতিয়াবা নিজেহে কষ্ট পায়।

দুষ্যন্ত ঃ কিন্তু মনটোৱে যে নামানে।

মাধৱ্য ঃ তাৰো উপায় আছে মহাৰাজ। ভোমোৰাই ফুলৰ ৰস চুহি ফুলক এৰি থৈ গ'লে মানুহে ফুল বা ভোমোৰাক দোষ নিদিয়ে বৰং ইয়াক প্ৰকৃতিৰ নিয়ম বুলিহে গণ্য কৰে।

দুষ্যন্ত ঃ তুমি অৱশ্যে মিছা কোৱা নাই। কিন্তু তোমাৰ ওচৰত মোৰ এটা অনুৰোধ আছে। মোৰ এই অনুৰাগৰ কথা ৰাজ অন্তেষপুৰ কিম্বা কোনো প্ৰজাই যেন উমান নাপায়। এইয়া যৌৱনৰ ধেমালি বুলিয়েই ধৰি ল'বা।

মাধৱ্য ঃ আপুনি নিচিন্তে থাকক মহাৰাজ। আপোনাক কথা দিলোঁ। ই গুপুত হৈ ৰ'ব।

(ভদ্ৰসেনৰ প্ৰৱেশ)

ভদ্ৰসেন ঃ মহাৰাজৰ জয় হওক। মহাৰাজ আপোনাৰ বাবে মহামন্ত্ৰীৰ বাৰ্তা আছে।

দুষ্যন্ত ঃ কি সংবাদ-ব্যক্ত কৰা।

ভদ্ৰসেন ঃ ৰাজ জ্যোতিষীৰ গণনা অনুসৰি পশ্চিম দিশত নিৰ্মাণ কৰিব লগীয়া ৰাজগৃহটোৰ আধাৰ শিলা নিৰ্মাণৰ উপযুক্ত সময় সমাগত। এতিয়া মহাৰাজ ৰাজধানীলৈ শীঘ্ৰে উভতি আহিলে এই কাম ফাঁকি মহাৰাজৰ শুভহাতৰ দ্বাৰা সম্পূৰ্ণ কৰিব পাৰি।

দুষ্যন্ত ঃ এয়া নো কি ডাঙৰ কাম যে মোৰ উপস্থিতি নিত্যান্তই প্ৰয়োজনীয়। এই কামটো মাধৱ্যৰ শুভ হাতেৰেও কৰাব পাৰি। নে কি কোৱা সখী?

মাধৱ্য ঃ যি আজ্ঞা। কিন্তু যোৱাৰ আগতে এটাই অনুৰোধ। পিছল মাটিত ভৰি থ'ব ওলাইছে যেতিয়া ভৰি ভালকৈ দিব, নহ'লে পিছল

খালে পাছলৈ বহু কষ্ট পাব।

**(পট পৰে)**

## পঞ্চম দৃশ্য

(কণ্বমুনিৰ আশ্ৰম-প্ৰাৰ্থনা গৃহ। গৌতমী সহ শকুন্তলা, অনসূয়া, প্ৰিয়ম্বদা পূজা-অৰ্চনাত ব্যস্ত।)

গৌতমী ঃ আজিৰ সান্ধ্য পূজাৰ পৰ্ব আমি ইমানতেই সমাপ্ত কৰিলোঁ কন্যাসকল।

প্ৰিয়ম্বদা ঃ হয় আৰ্য্যা।
(সকলোৱে গৌতমীক প্ৰণাম কৰি ওলাই যাব বিচাৰে, গৌতমীয়ে কয়)

গৌতমী ঃ কন্যা সকল।

অনসূয়া ঃ হয় আৰ্য্যা।

গৌতমী ঃ আমাৰ বাবে সৌভাগ্যৰ কথা যে মহাৰাজ দুষ্যন্ত আমাৰ আশ্ৰমৰ অতিথি। তেওঁৰ শুশ্ৰূষাত যে ক'তো কোনো ত্ৰুটি নহয়, তাৰ প্ৰতি আমি বিশেষ চকু দিব লাগিব।

প্ৰিয়ম্বদা ঃ আপুনি নিশ্চিন্ত থাকক আৰ্য্যা। তেওঁৰ শুশ্ৰূষাত কোনো ত্ৰুটি নহয়।

গৌতমী ঃ যোৱাচোন, ৰন্ধন গৃহত কিহৰ ব্যৱস্থা কৰিছে তাৰ অলপ উমান লোৱাগৈ।

প্ৰিয়ম্বদা ঃ যি আজ্ঞা আৰ্য্যা।

গৌতমী ঃ আৰু শুনা-তপস্বী বৈখানখক মই স্মৰণ কৰিছোঁ বুলি ক'বা।

প্ৰিয়ম্বদা ঃ হ'ব আৰ্য্যা।

গৌতমী ঃ আয়ুস্মান ভৱ।
(সকলো প্ৰস্থান। গৌতমী ধ্যানত থাকে। কিছু সময়ৰ পাছত বৈখানখৰ প্ৰৱেশ।)

বৈখানখ ঃ প্ৰণাম আৰ্য্যা। মোক স্মৰণ কৰিছিল।

গৌতমী ঃ আয়ুস্মান ভৱ। এৰা-এটা বিশেষ সকামৰ বাবে মই আপোনাক স্মৰণ কৰিছিলোঁ।

বৈখানখ ঃ আজ্ঞা আৰ্য্যা।

গৌতমী ঃ লক্ষ্য কৰিছেনে-চকুৰ আগত কেনেকৈ সময়বোৰ গতি কৰিছে। শকুন্তলা বিবাহ যোগ্য হৈ উঠিল। আপোনাৰ দৃষ্টিত তাইৰ বাবে কোনোবা উপযুক্ত প্ৰাৰ্থী আছে নেকি? আমি এতিয়াই যদি শকুন্তলাৰ বাবে উপযুক্ত প্ৰাৰ্থী বাছনি কৰি থ'ব পাৰো, তেন্তে মহৰ্ষি কণ্ব সোমতীৰ্থৰ পৰা উভতা মাত্ৰেই কথাটো তেওঁৰ কাণ চোৱাব পাৰিম।

বৈখানখ ঃ (আনন্দৰে) অতি উত্তম। আপুনি উচিত চিন্তা কৰিছে। শকুন্তলাৰ বাবে উপযুক্ত বৰ আছে। পিছে মোৰ মতে-আশ্ৰমবাসীৰ বাবে আশ্ৰমবাসীহে শ্ৰেষ্ঠ। উপযুক্ত বৰ বিচাৰি হাবাথুৰি খোৱাৰ কোনো প্ৰয়োজন নাই। আপুনি যদি অনুমতি দিয়ে তেন্তে মই মোৰ মনৰ ভাব প্ৰকাশ কৰিব বিচাৰোঁ।

গৌতমী ঃ) নিচিন্তে ব্যক্ত কৰক।

(দুষ্যন্তৰ প্ৰৱেশ)

বৈখানখ ঃ আৰ্য্যা-আপোনাসৰে যদি আজ্ঞা দিয়ে মই শকুন্তলাৰ... (দুষ্যন্তক দেখি ৰৈ যায়) মহাৰাজ।

দুষ্যন্ত ঃ আৰ্য্যা গৌতমী আৰু তপস্বী বৈখানখ প্ৰণাম গ্ৰহণ কৰক।

গৌতমী ঃ আয়ুস্মান ভৱ।

দুষ্যন্ত ঃ আপোনাক হয়তো কিবা গুৰুত্বপূৰ্ণ আলোচনাত লিপ্ত আছিল। মোৰ উপস্থিতিয়ে তাত ব্যাঘাত জন্মোৱা নাইতো? তেন্তে আপোনালোকে আলোচনা কৰক, মই পাছত দেখা কৰিম।

গৌতমী ঃ নহয় মহাৰাজ। আমি আমি এনে কোনো কথা পাতি থকা নাই যে যি কথা আপোনাৰ আগত আলোচনা কৰিব নোৱাৰি। তাতে যি গৰাকী সকলোৰে অধিকাৰী, তেওঁৰ আগত প্ৰজাৰ কথা আলোচনা কৰাত কিহৰ শংকা। আমি বিশেষ কথা নহয়, শকুন্তলাৰ বিবাহৰ কথাহে আলোচনা কৰি আছিলো।

দুষ্যন্ত ঃ (স্তম্ভিত) শকুন্তলাৰ বিবাহ-হঠাৎ যে? তাকো কুলপতিৰ

অনুপস্থিতিত। কাৰোবাক কথা দি থৈছে নেকি, নে শকুন্তলাই কাৰোবাৰ পাণিগ্ৰহণ কৰিছে?

(দুষ্যন্তৰ সলনি হোৱা ভাব-ভংগী বৈখানখৰ চকুত ধৰা পৰে।)

গৌতমী ঃ তেনে কথা নহয় মহাৰাজ। কিন্তু অগ্নিক জানো বস্ত্ৰৰে ঢাকিব পাৰি। শকুন্তলা দিনক দিনে ডাঙৰ হৈ আহিছে। ভৰ যৌৱনা গাভৰু এজনী ঘৰত থাকিলে কোন স'তেনো শান্তিৰে থাকিব পাৰি। শকুন্তলাক উপযুক্ত পাত্ৰত গতোৱাৰ পাছতহে শান্তি পাম।

দুষ্যন্ত ঃ অনসূয়াৰ পৰা জ্ঞাত হৈছিলোঁ যে শকুন্তলা বোলে মহৰ্ষি কণ্বৰ পালিতা দুহিতাহে। যদি সেয়াই সঁচা হয় তেন্তে শকুন্তলা প্ৰকৃততে কাৰ সন্তান? তেওঁৰ জন্মদাতা পিতৃ-মাতৃৰ পৰিচয় কি?

গৌতমী ঃ অনুসূয়াই সত্য কৈছে। প্ৰকৃততে শকুন্তলা হৈছে ৰাজৰ্ষি বিশ্বামিত্ৰ আৰু অপ্সৰা মেনকাৰ সন্তান।

দুষ্যন্ত ঃ বিশ্বামিত্ৰ আৰু মেনকাৰ সন্তান। তেন্তে মহৰ্ষি কণ্বই তেওঁক তুলি লোৱাৰ যুক্তি ক'ত?

বৈখানখ ঃ বহু দিনৰ আগৰ কথা। এবাৰ ৰাজৰ্ষি বিশ্বামিত্ৰই কঠোৰ তপস্যাত বহিছিল। তাকে দেখি দেৱৰাজ ইন্দ্ৰ শংকিত হ'ল। আৰু জানেই নহয় মহাৰাজ-মৰ্ত্যত কোনোবাই কঠোৰ তপস্যা কৰিলে ইন্দ্ৰ অলপতে শংকিত হয়।

দুষ্যন্ত ঃ সেয়াতো কোনো নতুন কথা নহয়। সন্দেহৰ বীজে তেওঁক সদায় শংকিত কৰি ৰাখে।

বৈখানখ ঃ সেইবাবেই শংকিত হৈ তেওঁ অপ্সৰা মেনকাক বিশ্বামিত্ৰৰ তপস্যা ভংগ কৰিবলৈ নিৰ্দেশ দিলে। অপ্সৰা মেনকাই সেই নিৰ্দেশ ক্ৰমে নিজৰ ৰূপ-যৌৱনৰে বিশ্বামিত্ৰৰ তপস্যা ভংগ কৰিলে। কিন্তু মুনি হ'লেও বিশ্বামিত্ৰ আছিল মানুহ। আৰু মানুহ হিচাপে হৃদয় এখন আছিল তেওঁৰ। মেনকাৰ প্ৰেমক অগ্ৰাহ্য কৰিব নোৱাৰিলে। আৰু তাৰ ফলস্বৰূপে শকুন্তলাৰ জন্ম হ'ল।

গৌতমী ঃ কিন্তু দুখৰ কথা কি জানে মহাৰাজ-শকুন্তলাৰ জন্মৰ পাছতহে ৰাজৰ্ষি বিশ্বামিত্ৰৰ চকু মেল খালে। ক্ষণিক উত্তেজনাত লোৱা এক ভুল সিদ্ধান্ত বুলি তেওঁ ত্যাগ কৰে মেনকা আৰু নৱজাতক

কন্যা সন্তানক।

দুষ্যন্ত ঃ (উৎফুল্লিত) তাৰ মানে শকুন্তলা আশ্ৰমকন্যা নহয়।

গৌতমী ঃ আপুনি ঠিকেই কৈছে-প্ৰকৃততে শকুন্তলা ৰাজকন্যাহে।

দুষ্যন্ত ঃ মানুহ কিমান স্বাৰ্থপৰ হ'লে তেনে এগৰাকী ফুল কুমলীয়া দেৱশিশুক এনেদৰে ত্যাগ কৰিব পাৰে। শিশু কন্যাক ত্যাগ কৰোঁতে বিশ্বামিত্ৰ আৰু মেনকাৰ মনলৈ অকণো অনুকম্পা অহা নাছিলনে? কঁঠি উঠা নাছিল নে দুয়োৰো হৃদয়?

গৌতমী ঃ সেইবোৰ বহু কথা। আহক বিশ্ৰাম গৃহলৈ যাওঁ। তাতেই আপোনাক মই সকলো ভাঙি-পাতি ক'ম।

(দুষ্যন্ত, গৌতমী কুটিৰৰ ফালে যায়।)

বৈনানখ ঃ এইয়া কিহৰ সংকেত? মোৰ যে সন্দেহ অমূলক নাছিল তাৰেই সংকেত নহয়নে এইয়া? হস্তিনাপুৰ অভিমুখী ৰজা দুষ্যন্ত আকৌ আশ্ৰমলৈ উভতি আহোঁতেই সন্দেহ হৈছিল- তেওঁ এনেই আকৌ অহা নাই আশ্ৰমলৈ। কিবা বিশেষ কাৰণতহে আহিছে। এতিয়াহে বুজিছোঁ তেওঁ আশ্ৰমলৈ আকৌ উভতি অহাৰ কাৰণ হৈছে-শকুন্তলা। শকুন্তলাৰ প্ৰতি ৰজাৰ মনত প্ৰেম অংকুৰিত হৈছে। আৰু সেই কাৰণে শকুন্তলা ৰাজকন্যা বুলি জানি ইমান উৎফুল্লিত হৈছে। তেওঁ ভালদৰে জানে ব্ৰাহ্মণ কন্যাক ক্ষত্ৰিয়ই বিবাহ কৰালে সমাজে আঙুলিয়াবও পাৰে। কিন্তু ৰাজকন্যাক তেওঁ বিবাহ কৰাত কাৰোৰে আপত্তি নাথাকিব। যদি সেয়া সঁচাকৈ হয়-তেন্তে (সুৰ সলনি) নাই-নাই-এনে হ'ব নোৱাৰে। শকুন্তলা আনৰ হোৱাটো মোৰ কল্পনাৰো অগোচৰ। এই আশ্ৰমত যেতিয়ালৈ ৰজা দুষ্যন্ত থাকিব মই তেওঁৰ ওপৰত চকু দি থাকিব লাগিব। অ চকু দি থাকিব লাগিব।

**(পট পৰে)**

# ষষ্ঠ দৃশ্য

(কণ্বমুনিৰ আশ্ৰম-তপোবন। শকুন্তলাই ফুল এপাহ চুই ফুল এজোপাৰ লগত কথা পাতি থাকে।)

শকুন্তলা ঃ আই অ দেহি, ইমান লহ-পহ কৈ বাঢ়িছ। ইমান ধুনীয়া কৈ ফুলিছ। কিন্তু তোৰ সৌন্দৰ্যই মোক পৃথিৱীৰ সমস্ত জড়তা পাহৰাই অপৰিসীম শান্তি দিলেও তোলৈ মোৰ ঈৰ্ষা হয়। কিমান যে সুখী তই। কাৰোৰে অধীন নহয় তই। আৰু মোলৈ চা-মনৰ কথা ক'ব বিচৰাগৰাকী কাষত থকা স্বৰ্তেও একো খুলি ক'ব নোৱাৰোঁ মই। বিধিৰ কি বিপাক-নিজৰ মনটোৰো অধিকাৰী নহয় মই।

(দুষ্যন্তৰ প্ৰৱেশ)

দুষ্যন্ত ঃ শকুন্তলা।

শকুন্তলা ঃ (ঘূৰি চায়) মহাৰাজ! প্ৰণাম মহাৰাজ হঠাৎ ইয়াত যে?

দুষ্যন্ত ঃ কুটিৰত অকলে অকলে থাকি বিৰক্ত হৈ আশ্ৰমখনৰ লগতে পৰিচিত হওঁ বুলি ওলাই আহিলোঁ। সৌ তাৰ পৰাই তোমাক দেখি কিনো কৰিছা বুলি খবৰ এটাকে ল'বলৈ আহিলোঁ। পিছে অনসূয়া আৰু প্ৰিয়ম্বদাক দেখা নাই যে, তেওঁলোক ক'ত?

শকুন্তলা ঃ দুয়ো পানী আনিবলৈ নদীৰ পাৰলৈ গৈছে। গাটো ভাল লগা নাই বাবে মই নগ'লোঁ।

দুষ্যন্ত ঃ কি হৈছে তোমাৰ?

শকুন্তলা ঃ চিন্তা কৰিবলগীয়াকে বিশেষ একো হোৱা নাই। তেনেকুৱা কিবা হোৱাহেঁতেন সখীহঁতে মোক একমুহূৰ্তৰ বাবেও এৰি নগ'ল হয়।

দুষ্যন্ত ঃ পিছে এটা কথা কওঁ। এনেকৈ অকলে তপোবনত নাথাকিবা। এনেদৰে অকলে থকিলে কোনোবাই বনকুঁৱৰী বুলি ধৰি লৈ যাব।

শকুন্তলা ঃ কেতিয়াবা অকলে থাকিও ভাল লাগে মহাৰাজ নিজৰ লগত নিৰিবিলি ভাৱে কথা পাতিও ভাল লাগে। উদ্যানৰ চৰাই-

চিৰিকতি, গছ-বনৰ লগতো কথা পাতি ভাল লাগে। নিজৰ সমস্ত দুখ-কষ্ট পাহৰিব পাৰি। আপুনি আহিছে যেতিয়া-আহক আপোনাক আমাৰ উদ্যানখনৰ সৈতে পৰিচয় কৰি দিওঁ।

(শকুন্তলাই দুষ্যন্তক বিভিন্ন গছ-গছনিৰ সৈতে পৰিচয় কৰি দিয়ে। আনহাতে দুষ্যন্তই শকুন্তলাৰ অতুলনীয় ৰূপত মুগ্ধ হৈ তাইলৈ ৰ লাগি চাই থাকে)

শকুন্তলা ঃ এইজোপা মোৰ আটাইতকৈ প্ৰিয় বুকুৰ আপোন-খৰিকাইজাই। দেখিছে-কিমান ধুনীয়া। (আঙুলিয়াই) এইজোপা তগৰ। বতাহত লৰি চৰি থকা সৌ বকুল পুলিটো দেখিছেনে, যেন তাই আঙুলিৰে সংকেত কৰি আমাক তাইৰ কাষলৈ মাতিছে। সৌজোপা যে দেখিছে (হঠাৎ ঘূৰি চায়-দুষ্যন্তই শকুন্তলালৈ একেথৰে চাই থকা দেখি) মহাৰাজ কি হ'ল?

দুষ্যন্ত ঃ তুমি কেৱল বাহ্যিক দৃষ্টিতেই অতুলনীয় নহয়। তুমি দেখিবলৈ যিমান সুন্দৰ-তাতকৈ তোমাৰ ভিতৰৰ মানুহজনী আৰু সুন্দৰ। তোমাৰ ভিতৰৰ মানুহজনী সুন্দৰ বাবেই তুমি পৃথিৱীৰ সকলোতে সৌন্দৰ্য বিচাৰি পোৱা। তোমাৰ সংগ লাভ কৰি মই নিজকে ধন্য অনুভৱ কৰিছোঁ।

শকুন্তলা ঃ আপুনি মোক বেছিকৈ প্ৰশংসা কৰিছে।

দুষ্যন্ত ঃ তোমাৰ আজ্ঞা পালে মই মোৰ মনৰ এটা কথা ব্যক্ত কৰিব বিচাৰোঁ?

শকুন্তলা ঃ যি গৰাকী আমাৰ সকলোৰে পালন কৰ্তা, যি গৰাকী আমাৰ সকলোৰে অধিকৰ্তা, তেওঁ নিজৰ মনৰ ভাব প্ৰজাৰ আগত ব্যক্ত কৰিবলৈ প্ৰজাৰ পৰা আজ্ঞা বিচাৰিছে। ই কেনে কথা মহাৰাজ?

দুষ্যন্ত ঃ সময়ৰ কথা সময়ত নক'লে পাছত সময়ে আকৌ ক'বলৈ সুবিধা দিয়ে বা নিদিয়ে তাৰ কোনো নিশ্চয়তা নাই। তেনেস্থলত এতিয়াই ব্যক্ত কৰাটো উচিত বুলিয়েই গণ্য কৰোঁ।

শকুন্তলা ঃ আৰু আজ্ঞা লোৱাৰ প্ৰয়োজন নাই মহাৰাজ। এনেকৈ বাৰে বাৰে আজ্ঞা বিচাৰি আপুনি আৰু লজ্জিত নকৰিব মোক। নিজৰ মনৰ ভাব নিসংকোচে প্ৰকাশ কৰক।

দুষ্যন্ত ঃ (শকুন্তলাৰ চকুত চকু থৈ) প্ৰথম দেখাৰ পৰাই মই তোমাৰ প্ৰতি আকৃষ্ট হৈছোঁ।

শকুন্তলা ঃ (নিৰুত্তৰ)।

দুষ্যন্ত ঃ তোমাৰ যদি আপত্তি নাই মই তোমাক জীৱন সংগিনী হিচাপে পাব খুজিছো। ইতিমধ্যে মই তোমাৰ জন্ম-বৃত্তান্তৰ সৈতে অৱগত হৈছোঁ। গতিকে মই বিশ্বাস কৰোঁ যে তোমাৰ প্ৰকৃত স্থান এই আশ্ৰম নহয়-মোৰ অন্তেষপুৰহে।

শকুন্তলা ঃ (নিৰুত্তৰ)

দুষ্যন্ত ঃ মোৰ প্ৰশ্নৰ উত্তৰ নিদিলা যে? নে মোৰ প্ৰতি তোমাৰ মনত অকণো অনুৰাগ নাই?

শকুন্তলা ঃ মহাৰাজ-আকাশৰ চন্দ্ৰটোক সকলোৱে ভাল পায়। চন্দ্ৰটোক নিজৰ হিচাপে পালে সকলো সুখী হ'ব। কিন্তু সঁচা কথা কি জানে-চন্দ্ৰটো পালেও আমি সুখী হ'ব নোৱাৰোঁ। চন্দ্ৰটোক হাতৰ মুঠিত পালেও মন গহনত প্ৰতিটো মুহূৰ্ততে এটা ভয়ে খেদি ফুৰিব- কিমান দিননো আমি চন্দ্ৰটোক হাতৰ মুঠিত ধৰি ৰাখিব পাৰিম। এই কাৰণে চন্দ্ৰটো হাতত পোৱাৰ সুখ আমাৰ দৰে সাধাৰণ প্ৰজাৰ বাবে চিৰস্থায়ী নহয়। এইয়া সঁচা-আপোনাৰ দৰে মোৰ হৃদয়খনক এটি অচিন অনুৰাগে আচ্ছন্ন কৰিছে। কিন্তু...

দুষ্যন্ত ঃ কিন্তু কি?

শকুন্তলা ঃ বিবাহেই জানো প্ৰেমৰ শেষ লক্ষ্য? আপোনাক মই মনে-প্ৰাণে যথেষ্ট শ্ৰদ্ধা কৰোঁ-ভালপাওঁ। কিন্তু আপুনি যে বিবাহিত। তেনেস্থলত আপোনাৰ অন্তেষপুৰত মোৰ স্থান কি? মোৰ সন্তানৰ ভৱিষ্যৎ কি হ'ব?

দুষ্যন্ত ঃ এইয়াই নেকি তোমাৰ শংকাৰ কাৰণ? যদি এইয়াই তোমাৰ শংকাৰ কাৰণ-তেন্তে চন্দ্ৰ, সূৰ্য্য, মৰ্ত্য এই তিনিওকে সাক্ষী কৰি মই তোমাক কথা দিলোঁ তোমাৰ পুত্ৰই হ'ব মোৰ উত্তৰাধিকাৰী।

**(পট পৰে)**

## সপ্তম দৃশ্য

(কণ্বমুনিৰ আশ্ৰম-তপোবন। প্ৰিয়ম্বদা আৰু অনুসূয়াই পূজাৰ বাবে ফুল চিঙি আছে)

প্ৰিয়ম্বদা ঃ দেখিলা সখী-মোৰ কথাই হ'লগৈ। কি কৈছিলোঁ মই— সখী শকুন্তলাৰ স্থান আশ্ৰমত নহয়, ৰাজ-অন্তেষপুৰতহে। অৱশেষত ঈশ্বৰে মোৰ কথা শুনিলে। মহাৰাজ দুষ্যন্তই সখী শকুন্তলাক নিজেই প্ৰেম নিবেদন কৰিলে।

অনুসূয়া ঃ সখী শকুন্তলাই যোগ্যজনকে নিজৰ জীৱন সঁপি দিছে। কিন্তু আন এটা কথাহে মোক বৰকৈ বিচলিত কৰিছে।

প্ৰিয়ম্বদা ঃ কি কথাই?

অনুসূয়া ঃ মৃগয়ালৈ আহি হস্তিনাপুৰৰ মহাৰাজে এগৰাকী আশ্ৰমকন্যাক প্ৰেম নিবেদন কৰাতো উচিত হৈছেনে? ৰাজ্যৰ প্ৰজাই বা কেনেভাৱে গ্ৰহণ কৰে এই সত্য? শকুন্তলা প্ৰকৃততে ৰাজ নন্দিনী হ'লেও লোকচকুৰ আগত আশ্ৰমবাসী। তেনে এগৰাকী কন্যাক প্ৰজাই ৰাজ ৰাণী হিচাপে সহজে গ্ৰহণ কৰিবনে?

প্ৰিয়ম্বদা ঃ সেইবোৰ আমাৰ বিবেচিত বিষয় নহয়। দুগৰাকী প্ৰাপ্ত-বয়স্ক ব্যক্তিৰ উচিত সিদ্ধান্তক অবজ্ঞা কৰাতো উচিত বুলি মই গণ্য নকৰোঁ। আৰু চাবা-পিতা কণ্বয়ো দুয়োৰে প্ৰেমক স্বীকৃতি দিব। এতিয়া পিতা সোমতীৰ্থৰ পৰা সোনকালে উভতিলেই হ'ল আৰু। মহাৰাজ হস্তিনাপুৰলৈ উভতাৰ আগতে দুয়োৰে বিবাহৰ কাৰ্য্য ফেৰি সমাপন হোৱাহেঁতেন ভাল আছিল।

অনুসূয়া ঃ সকলো কাৰ্য্য ইমান হুৰা-মুৰাকৈ নহয় সখী। কেতিয়া কিছু কথা সময়ক এৰি দিয়াই ভাল। এতিয়া দুয়ো দুয়োকে বুজি ল'ব দিয়া। মহাৰাজ ৰাজধানীলৈ গ'লেই ব্যস্ত হৈ পৰিব ৰাজকাৰ্য্যত। তেতিয়া দেখোন ইজনে সিজনক বুজিবলৈ সময়েই নাপাব। ইজনে সিজনক সম্পূৰ্ণৰূপে বুজাৰ পূৰ্বে বিবাহ কৰোৱাটো মোৰ বোধৰে উচিত নহ'ব।

প্ৰিয়ম্বদা ঃ তোমাৰ কথাৰ যুক্তি নথকা নহয়। যেনেকৈ এটি গৃহৰ স্থিৰতা

তাৰ মজবুত ভেঁটিৰ ওপৰত নিৰ্ভৰশীল, ঠিক তেনেদৰে স্বামী-স্ত্ৰীৰ সম্পৰ্কৰ ভেঁটি হ'ল দুয়োৰে মাজত থকা বুজাপৰা আৰু বিশ্বাস। তুমি উচিত কৈছা-পিতা নহা পৰ্যন্ত বিবাহৰ পূৰ্বে দুয়ো দুয়োক বুজি লোৱাটো উচিত।

অনুসূয়া ঃ দেখিছা-কথা পাতি থাকোঁতে ফুল চিঙিবলৈ পাহৰি গৈছো। সোনকালে কৰা। ইফালে সখীক মালিনী নদীৰ তীৰত অকলে এৰি থৈ অহাটো উচিত হোৱা নাই।

প্ৰিয়ম্বদা ঃ চিন্তা কৰিছা কিয় ? সখী অকলে নাই নহয়। মহাৰাজ দুষ্যন্তও আছে। পৃথিৱীৰ সমস্ত সহায় দেখোন সখীৰ কাষতে আছে। তেনেস্থলত সখীকলৈ দুশ্চিন্তা কৰাটো উচিত নহয়। (ভদ্ৰসেনৰ প্ৰৱেশ) প্ৰণাম সেনাপতি মহোদয়-হঠাৎ আমাৰ তপোবনত। কিবা বিশেষ সকাম ?

ভদ্ৰসেন ঃ তেনে বিশেষ একো নাই। বিশেষ একো কাৰ্য্য নথকা হেতু আশ্ৰমখন লগতে পৰিচিত হওঁ বুলি ওলাই আহিলোঁ।

অনুসূয়া ঃ উচিত কৰিলে। আমাৰ আশ্ৰমলৈ আহিছে যেতিয়া আশ্ৰমখনৰ লগত অলপ চিনাকী হোৱাটোও উচিত। কোনে জানে-আকৌ আপোনালোকৰ আগমন আমাৰ আশ্ৰমলৈ হয় বা নহয় ?

প্ৰিয়ম্বদা ঃ আপোনালোক আমাৰ অতিথি যেতিয়া আশ্ৰমখনৰ সৈতে চিনাকী কৰি দিয়াতো আমাৰ কৰ্তব্য। আহক তেন্তে-আমাকো সান্ধ্য পূজাৰ বাবে ফুল চিঙাত অলপ সহায় কৰক আৰু আমাৰ আশ্ৰমৰ এই তপোবনখনৰ লগতো পৰিচিতও হওক।

ভদ্ৰসেন ঃ (মিচিকিয়া হাঁহি) আপুনি অৱশ্যে ঠিকেই কৈছে। পিছে তৰোৱাল ধৰা মোৰ হাতৰ মুঠি কঠিন। ইমান কঠিন হাতখনৰে আলফুলীয়া ফুল চিঙিবলৈ যাওঁ তেন্তে ফুলৰ লগতে ফুলৰ পুলিও উঘালি আহিব। তেনেহ'লে কিন্তু মোক দোষ নিদিব।

প্ৰিয়ম্বদা ঃ (মিচিকিয়া হাঁহি) উদ্বিগ্ন হোৱাৰ প্ৰয়োজন নাই মহোদয়। মই ধেমালিহে কৰিছোঁ। অতিথিক গৃহকাৰ্য কৰিবলৈ আজ্ঞা দিয়া ধৃষ্টতা আমাৰ নাই।

ভদ্ৰসেন ঃ অতিথিৰ শুশ্ৰূষাত যে আপোনালোকে অকণো কৃপণালি নকৰে

তাৰ প্ৰমাণ আমি এই কেইদিনতে লাভ কৰিছোঁ। মহাৰাজৰ সৈতে মই ৰাজ্যৰ লগতে আন দেশতো ভ্ৰমণ কৰিছোঁ, কিন্তু আপোনালোকৰ দৰে আতিথ্য আজিলৈকে ক'তোৱেই লাভ কৰা নাই।

অনুসূয়া ঃ আমি কৃতজ্ঞ মহোদয়। আহক আমাৰ আশ্ৰমখনৰ সৈতে পৰিচয় কৰি দিওঁ।

**(পট পৰে)**

## অষ্টম দৃশ্য

(কণ্বমুনিৰ আশ্ৰম। মালিনী নদীৰ তীৰ।)

দুষ্যন্ত ঃ কোনোবা জন্মৰ পুণ্যৰ ফলতহে মই তোমাক মোৰ পত্নীৰূপে লাভ কৰিলোঁ। আজি নিজকে সবাতোতকৈ সৌভাগ্যবান যেন অনুভৱ হৈছে।

শকুন্তলা ঃ কিন্তু হাজাৰ চেষ্টা কৰিও এটা শংকাৰ পৰা মুক্ত হ'ব পৰা নাই মই। সমাজে যদিহে আমাৰ গন্ধৰ্ব বিবাহক স্বীকাৰ নকৰে।

দুষ্যন্ত ঃ সমাজৰ কথা ভাবি কিয় বিচলিত হৈছা? মই তোমাক পত্নী হিচাপে গ্ৰহণ কৰিছোঁ সমাজৰ বাবে নহয়, হৃদয়ৰ তাগিদাতহে। যি সমাজে দুটি মনৰ মিলনক স্বীকাৰ কৰিব নোৱাৰে— সেয়া কি সমাজ? তেনে সমাজ মই উলাই কৰো।

শকুন্তলা ঃ পুৰুষৰ বাবে এনেকৈ ভাবিবলৈ সহজ-কিন্তু নাৰীৰ বাবে এনেবোৰ কথা সহজ নহয়। মনত ৰাখিব মহাৰাজ, এনে কথাৰ বাবে সমাজে সদায় নাৰীক হে অপযশ দিয়ে- পুৰুষক জগৰীয়া নকৰে।

দুষ্যন্ত ঃ আমাৰ যুগ্ম জীৱনৰ আৰম্ভণিত এনেবোৰ অবান্তৰ প্ৰশ্নৰে নিজৰ মনটোক আৰু কষ্ট নিদিবা প্ৰিয়ে। সমাজে যদিহে আমাৰ মিলনক বাধা দিয়ে, নিচিন্তে থাকা-মই প্ৰতিবাদ কৰিম। দৰকাৰ হ'লে সমাজৰ বিৰুদ্ধেও যুঁজিম।

শকুন্তলা ঃ মহাৰাজ।

দুষ্যন্ত ঃ মহাৰাজ নহয়-মোক প্ৰিয়তম বুলি কোৱা প্ৰিয়ে।

শকুন্তলা ঃ প্ৰিয়তম (দুষ্যন্তই শকুন্তলাক দুবাহুত আঁকোৱালি লয়।) (বৈখানসৰ প্ৰৱেশ। দুষ্যন্তই আৰু শকুন্তলাক আলিংগন কৰা দেখি বৈখানসে কিবা চিন্তা কৰি প্ৰস্থান কৰে।)

দুষ্যন্ত ঃ আস কি উষ্ম তোমাৰ এই আলিংগন-পৃথিৱীৰ সমস্ত জড়তাৰ পৰা মুক্ত কৰি তৃপ্ত কৰি তুলিছে মোক।

**(পট পৰে)**

## নৱম দৃশ্য

(কণ্বমুনিৰ আশ্ৰম। শকুন্তলা আৰু দুষ্যন্তই কথা পাতি থকা ঠাইৰ পৰা কিছু নিলগত বৈখানসে অস্থিৰভাৱে পায়চাৰি কৰি থাকে)

বৈখানস ঃ এইয়া সঁচা হ'ব নোৱাৰে। নোৱাৰে হ'ব সঁচা। নাই নাই। উসঃ এইবোৰ দেখাৰ আগতে অন্ধ নহ'লো কিয় মই। মোৰ প্ৰেমাস্পদ শকুন্তলা পৰ-পুৰুষৰ বাহুত আৱদ্ধ। কেনেকৈ মানি লওঁ এই সত্য? কিন্তু এইয়াই যে সত্য। কিয় এনে হ'ল? মই প্ৰেমৰ প্ৰস্তাৱ দিওঁতে শকুন্তলাই মোক মহৰ্ষি কণ্ব তীৰ্থ ভ্ৰমণৰ পৰা উভতি অহালৈ অপেক্ষা কৰিবলৈ অনুৰোধ কৰিছিল। কথা দিছিল- তেওঁ পিতৃৰ আজ্ঞা অনুসৰি এটা সিদ্ধান্তত উপনীত হ'ব। তেনেস্থলত আজি কি যুক্তিত নিজক-নিজৰ যৌৱন সঁপি দিছে দুষ্যন্তৰ হাতত কিয়? কাৰণ তেওঁ ৰজা? আৰু মই আশ্ৰমবাসী বাবে মোৰ প্ৰেমৰ কোনো মূল্য নাই? মানুহ কেনেকৈ ইমান স্বাৰ্থপৰ হ'ব পাৰে। কিমান স্বাৰ্থপৰ হ'লে মানুহ ইমান তললৈ নামিব পাৰে? নিজে ৰাজৰাণী হোৱাৰ স্বাৰ্থত শকুন্তলাই নিজক সঁপিবলৈ কুণ্ঠাবোধ নকৰিলে এজন বিবাহিত পুৰুষক। এইয়া জানো নহয় মোৰ প্ৰেমৰ অপমান— মোৰ পুৰুষত্বৰ অপমান। এই অপমানৰ প্ৰতিশোধ ল'বই লাগিব মই। মোৰ

মনৰ ভিতৰত জ্বলিছে একুৰা জুই-প্ৰতিশোধৰ জুই। এই জুই তেতিয়াহে নুমাব যেতিয়া মই মোৰ অপমানৰ পোটক তুলিব পাৰিম। যেতিয়া মই দুষ্যন্ত আৰু শকুন্তলাক পৃথক কৰিব পাৰিম। দুষ্যন্ত আৰু শকুন্তলাৰ বিচ্ছেদেই হ'ব এতিয়া মোৰ জীৱনৰ প্ৰধান লক্ষ্য।

**(পট পৰে)**

## দশম দৃশ্য

(গৌতমীৰ কুটিৰ)

প্ৰিয়ম্বদা ঃ আৰ্য্যা পূজা অৰ্চনাৰ সামগ্ৰীখিনি পূজা গৃহতে ৰাখিলোঁ- আৰু কিবা প্ৰয়োজন হ'লে আজ্ঞা দিলেই হ'ব।

গৌতমী ঃ তোমালোকে সামগ্ৰীখিনি যুগুতাইছা যেতিয়া তাতনো আৰু কি ক্ৰুটি থাকিব? বাৰু মহৰ্ষি কণ্বৰ গৃহটি আজি নিকা কৰা হ'ল নে?

প্ৰিয়ম্বদা ঃ তেওঁৰ গৃহটি সখী শকুন্তলাই নিজেই নিকা কৰিলে। আমাক কৰিব নিদিয়ে— আমি কৰিব গ'লে বাধা দিয়ে।

গৌতমী ঃ কিয়?

প্ৰিয়ম্বদা ঃ সখীৰ মতে পিতাকৰ শুশ্ৰূষা কৰাটো বোলে পুত্ৰীৰ একচেটীয়া অধিকাৰ- গতিকে তেওঁ এই অধিকাৰ কাৰোৰে লগত ভগাই ল'ব নিবিচাৰে।

গৌতমী ঃ পিতাকৰ প্ৰতি শকুন্তলাৰ শ্ৰদ্ধা দেখি মই সঁচাকৈ আনন্দিত। ঈশ্বৰে যেন সদায় তাইক মংগল কৰক।

প্ৰিয়ম্বদা ঃ এতিয়া মোক আজ্ঞা দিয়ক-সখীহঁত চাগৈ মোৰ বাবে অপেক্ষা কৰি আছে।

(গৌতমীয়ে আশীৰ্বাদৰ ভংগী কৰে-প্ৰিয়ম্বদাৰ প্ৰস্থান। গৌতমী ধ্যানত বহে। কিছু সময়ৰ পাছত বৈখানসৰ প্ৰৱেশ)

বৈখানখ ঃ প্ৰণাম আৰ্য্যা।

গৌতমী ঃ আয়ুস্মান ভৱ।

বৈখানখ ঃ আপুনি লক্ষ্য কৰিছেনে আশ্ৰমত কি হৈ আছে?

গৌতমী ঃ মই আপোনাৰ কথাৰ অৰ্থ বুজিব নোৱাৰিলোঁ?

বৈখানখ ঃ বুজিব কেনেকৈ-যেতিয়া সকলো দেখিও আমি নেদেখাৰ ভাও ধৰোঁ, তেতিয়াতো চকুৰ আগত ঘটি থকা কোনো কথাই দেখাতো সম্ভৱপৰ নহয়। আৰ্য্যা-শুই থকা এজনক জগাবলৈ ভাল কিন্তু শুৱাৰ অভিনয় কৰাজনক জগাব নোৱাৰি। আপোনালোকে সকলো দেখিও নেদেখাৰ ভাও ধৰি মনে মনে সহ্য কৰি থাকিব পাৰে-কিন্তু মই নোৱাৰোঁ।

গৌতমী ঃ মই সঁচাকৈ কৈছোঁ আপোনাৰ একো কথাৰে অৰ্থ মই বুজা নাই। কথাবোৰ ভাজ লগাই নকয় চিধাকৈ কওকচোন।

বৈখানখ ঃ একেবাৰেই সহজ কথা আৰ্য্যা। যি সময়ত কুলপতি আশ্ৰমত উপস্থিত নাই সেই সময়ত এজন পৰপুৰুষে ইমান দিন আশ্ৰমত বাহৰ পাতি থকাতো কিমান উচিত হৈছে? তাতে আশ্ৰমখন গাভৰু কন্যাই ভৰি আছে। আশ্ৰমবাসী পিচল নাখাব পাৰে কিন্তু আন কাৰোৰে ওপৰত মোৰ বিশ্বাস নাই।

গৌতমী ঃ আপুনি কাৰ কথা কৈছে? ৰ'ব-মহাৰাজ দুষ্যন্তৰ কথা কোৱা নাইতো?

বৈখানখ ঃ ঠিকেই ধৰিছে আপুনি। গৃহস্বামী মহৰ্ষি কণ্ব আশ্ৰমত নথকাৰ সময়ত পৰপুৰুষ এজন আশ্ৰমত থকাতো কিমান উচিত হৈছে?

গৌতমী ঃ ছিঃ এনেবোৰ কথা মনলৈ আনিছে কিয়? তেওঁ আমাৰ ৰজা-আমাৰ পালনকৰ্তা। তেওঁৰ চৰিত্ৰত কালিমা নাসানিব।

বৈখানখ ঃ ৰজা হ'লে কি হ'ল? ৰজা হ'লেও তেওঁ মানুহহে। ৰজা হিচাপে তেওঁ পিচল নাখাব পাৰে সঁচা কিন্তু মানুহ হিচাপে তেওঁ যে পিচল নাখাব তাৰ কি ভৰষা। মই মোৰ ক'বলগীয়াখিনি ক'লোঁ। এতিয়া আপুনি কি কৰে, কি নকৰে সেয়া আপোনাৰ বিবেচিত বিষয়। কিন্তু মনত ৰাখিব আৰ্য্যা-হৰিণাৰ মাংসই বৈৰী। পৃথিৱীৰ কোনো ব্যক্তি চৰিত্ৰৰ উৰ্দ্ধত নহয়।

(ওলাই যাব খোজে-কিবা চিন্তা কৰি গৌতমীয়ে মাত দিয়াত

ৰয়।)

গৌতমী ঃ বৈখানখ।

বৈখানখ ঃ আৰ্য্যা।

গৌতমী ঃ কিছু কিছু ক্ষেত্ৰত আপুনি উচিত কথাই কৈছে। ৰজা হ'লেও গৃহ স্বামী নথকাৰ সময়ত তেওঁ আমাৰ আশ্ৰমত ইমান দিন থকাটো উচিত হোৱা নাই।

বৈখানখ ঃ তেন্তে এতিয়া?

গৌতমী ঃ আমি তেওঁক শীঘ্ৰে আমাৰ আশ্ৰম ত্যাগ কৰিবলৈ আজ্ঞা দিব লাগিব।

বৈখানখ ঃ আৰু যদি আপোনাৰ কথা শুনি তেওঁ অপমান বোধ কৰে, যদি তেওঁ ক্ৰোধিত হয়।

গৌতমী ঃ সেয়া মোৰ বিবেচিত বিষয় নহয়। গৃহ স্বামীয়ে সোমতীৰ্থলৈ যোৱাৰ সময়ত মোক এই আশ্ৰমৰ দায়িত্ব দি থৈ গৈছে। বৰ্তমান এই আশ্ৰমৰ গৰাকী হিচাপে কি ভাল-কি বেয়া সেই সিদ্ধান্ত লোৱাত মোৰ সম্পূৰ্ণ অধিকাৰ আছে। কাৰোবাৰ ক্ৰোধ মোৰ কৰ্তব্য পালনত হেঙাৰ হ'ব নোৱাৰে।

বৈখানখ ঃ তেন্তে পলম কিহৰ। শুভস্য শীঘ্ৰম। (বৈখানখৰ মুখত কুটিল হাঁহি)

**(পট পৰে)**

## একাদশ দৃশ্য

(কণ্বমুনিৰ আশ্ৰম-আলহী কুটিৰ)

ভদ্ৰসেন ঃ মহাৰাজৰ জয় হওক। মোক স্মৰণ কৰিছিল মহাৰাজ?

দুষ্যন্ত ঃ এৰা ভদ্ৰসেন। বহুদিন হ'ল মই ৰাজধানীৰ বাহিৰত। ৰাজ্যৰ কি সংবাদ?

ভদ্ৰসেন ঃ গুপ্তচৰৰ সংবাদ অনুসৰি ৰাজ্যত সকলোৰে কুশল মংগল। মহামন্ত্ৰী মহোদয়ে ৰাজ্যৰ প্ৰতিটো দিশ সুকলমে তদাৰক কৰিছে।

দুষ্যন্ত ঃ মহামন্ত্ৰীৰ ওচৰত সঁচাকৈ ঋণী মই। তেওঁৰ কৰ্ম দক্ষতাত কোনো সন্দেহ নাই।

ভদ্ৰসেন ঃ ক্ষমা মহাৰাজ। সৰু মানুহ বৰ কথা। কিন্তু বিশ্বাসী হ'লেও আনৰ ওপৰত ৰাজকাৰ্যৰ ভাৰ এনেদৰে এৰি দি ৰাজধানীৰ পৰা ইমান দূৰত ইমান দিন থকাটো উচিত হৈছে জানো?

দুষ্যন্ত ঃ তোমাৰ কথাত যুক্তি নথকা নহয়। হয়-ৰজা হিচাপে ৰাজ প্ৰশাসনৰ পৰা অধিক দিন আঁতৰি থকাটো উচিত নহয়। কিন্তু এটা বিশেষ উদ্দেশ্য পূৰ্তিৰ বাবেহে মই ইয়াত ইমান দিন বাহৰ পাতি আছোঁ। অপেক্ষা কৰিছোঁ মহৰ্ষি কণ্বৰ আগমনলৈ। আশ্ৰমত ইমান দিন অতিবাহিত কৰিলোঁ যেতিয়া যেতিয়া তেওঁক দৰ্শন কৰিয়েই যাওঁ। ভৱিষ্যতে বা আকৌ আহিব পাৰোঁ নে নোৱাৰোঁ তাৰ কোনো নিশ্চয়তা নাই।

ভদ্ৰসেন ঃ কিন্তু সোমতীৰ্থৰ পৰা তেওঁ কেতিয়া উভতি আহে তাৰ কোনো ভৰষা নাই।

দুষ্যন্ত ঃ এৰা তুমি ঠিকেই কৈছা। তথাপিও ইমান দিন অপেক্ষা কৰিলোঁ যেতিয়া আৰু কিছু দিন অপেক্ষা কৰি চাওঁ। (নেপথ্যত গৌতমী আৰু বৈখানখক দেখি) সেয়া আৰ্য্যা গৌতমী আৰু তপস্বী বৈখানখ নহয়নে?

ভদ্ৰসেন ঃ আপুনি ঠিকেই কৈছে মহাৰাজ। আমাৰ এইফালেই আহিছে।

দুষ্যন্ত ঃ (আচৰিত হৈ) এই সময়ত এওঁলোকৰ যে মোৰ কুটিৰলৈ আগমন— কিবা বিশেষ উদ্দেশ্য?

(গৌতমী আৰু বৈখানখৰ প্ৰৱেশ)

গৌতমী ঃ মহাৰাজৰ জয় হওক।

দুষ্যন্ত ঃ প্ৰণাম আৰ্য্যা।

গৌতমী ঃ আয়ুস্মান ভৱ।

দুষ্যন্ত ঃ কিয় বা আপোনালোকৰ সাক্ষাৎ লাভ কৰিলোঁ। যদি কিবা বিশেষ কথা আছিল তেন্তে মোক আজ্ঞা কৰাহেঁতেনেই মই আপোনালোকৰ ওচৰত উপস্থিত হ'লোঁ হয়।

গৌতমী ঃ আপুনি কেৱল আমাৰ অধিকৰ্তাই নহয়-আমাৰ অতিথিও। আৰু

অতিথিক আজ্ঞা দিয়াৰ পৰম্পৰা আমাৰ আশ্ৰমত নাই মহাৰাজ।

দুষ্যন্ত ঃ মই কৃতজ্ঞ আৰ্য্যা।

গৌতমী ঃ আপুনি আমাৰ ওচৰত কৃতজ্ঞ হোৱাৰ প্ৰয়োজন নাই। প্ৰকৃততে আমিহে আপোনাৰ ওচৰত কৃতজ্ঞ। আপুনি যদি নাথাকিলে হয় তেন্তে আমাৰ এই সুন্দৰ আশ্ৰমখন গজৰাজে ভাঙি-চিঙি নষ্ট কৰি পেলালে হয়। বনৰীয়া হাতী খেদি আপুনি প্ৰমাণ কৰিলে যে আপুনি হস্তিনাপুৰৰ ৰজা হিচাপে থকালৈ আমাৰ নিৰাপত্তাৰ অভাৱ নাই।

দুষ্যন্ত ঃ এইয়া জানো ৰজা হিচাপে প্ৰজাৰ প্ৰতি মোৰ কৰ্তব্য নহয়।

বৈখানখ ঃ কিন্তু এইয়া কি কৰ্তব্য মহাৰাজ?

দুষ্যন্ত ঃ মই আপোনাৰ কথাৰ অৰ্থ নুবুজিলো তপস্বী বৈখানখ।

বৈখানখ ঃ হয় আপুনি আমাৰ পালনকৰ্তা। কিন্তু আশ্ৰমৰ বাবে আপুনিও আন ব্যক্তিৰ দৰে বহিৰাগত। আমাৰ আশ্ৰমৰ স্বামী মহৰ্ষি কণ্বহে। তেনেস্থলত আশ্ৰম স্বামীৰ অনুপস্থিতিত আপুনি আমাৰ ৰজা হ'লেও এজন পৰপুৰুষ আশ্ৰমত ইমান দিন বাহৰ পাতি থকাটো কিমান যথাযথ?

দুষ্যন্ত ঃ গুৰুদেৱ।

গৌতমী ঃ সঁচা কথা আপোনাৰ আগমনে আমাক ধন্য কৰিলে কিন্তু পৰিস্থিতিয়ে কয় এই সময়ত আশ্ৰমত আপুনি ইমান দিন থকাটো উচিত হোৱা নাই।

বৈখানখ ঃ ঠিক সেইদৰে যি দৰে বৰষুণ আমাৰ প্ৰিয় হ'লেও অধিক বৰষুণত বানপানী হোৱাৰ ভয় হে থাকে।

ভদ্ৰসেন ঃ ক্ষমা গুৰুদেৱ-মহাৰাজ আমাৰ অধিকৰ্তা। আৰু অধিকৰ্তা হিচাপে তেওঁৰ ৰাজ্যৰ যিকোনো স্থানতে যিমান দিন ইচ্ছা সিমান দিন বসবাস কৰিব পাৰে।

দুষ্যন্ত ঃ নহয় ভদ্ৰসেন আৰ্য্যা গৌতমী আৰু তপস্বী বৈখানখে উচিত কথাকে। কৈছে। ৰজা হিচাপে মোৰ ৰাজ্যৰ যিকোনো স্থানতে মই যিমান দিন ইচ্ছা সিমান দিন থাকিব পাৰো। কিন্তু যদিহে মোৰ তেনে কৰণীয়ই কাৰোবাক অসুৰক্ষিত অনুভৱ কৰাই তেন্তে

ৰজা হিচাপে মই তেনে কৰাটো অনুচিত। মই আপোনালোকৰ শংকাৰ কাৰণ উপলব্ধি কৰিছোঁ। নিশ্চিন্ত থাকক আজিয়েই আমি হস্তিনাপুৰ অভিমুখে গমন কৰিম। (গৌতমীয়ে আশীৰ্বাদ দিয়ে)

**(পট পৰে)**

## দ্বাদশ দৃশ্য

(কণ্বমুনিৰ আশ্ৰম। শকুন্তলাৰ কুটিৰৰ সন্মুখৰ ভাগ। অনুসূয়া, প্ৰিয়ম্বদা আৰু শকুন্তলাই কুটিৰৰ পিৰালিতে বহি কথা পাতি থাকে।)

শকুন্তলা ঃ সখী আজি পুৱাৰে মোৰ বুকুখন দুৰু-দুৰু কৈ কঁপি আছে। এইয়া জানো কিবা সংকটৰ আগজাননী নহয়?

অনুসূয়া ঃ নাই দিয়া একো অঘটন নঘটে। হয়তো তোমাৰ শাৰীৰিক দুৰ্বলতাৰ বাবে এনে অনুভৱ কৰিছা। আহা-অলপ বিশ্ৰাম কৰাহি।

শকুন্তলা ঃ নাই দিয়া— ইয়াতেই ভাল লাগিছে। তুমি কোৱাৰ দৰে যেন হওক। একো অমংগল নহওক।

প্ৰিয়ম্বদা ঃ কিনো অমংগল হ'ব। মনে বিচৰা জনে নিজেই স্বীকাৰ কৰিলে তেওঁৰ অনুৰাগৰ কথা। এতিয়া পিতা শীঘ্ৰে সোমতীৰ্থৰ পৰা উভতিলেই হ'ল। তোমাক হস্তিনাপুৰলৈ বিদায় দিহে আমি ঋণ মুক্ত হ'ম।

শকুন্তলা ঃ তোমালোকক এৰি হস্তিনাপুৰত কেনেকৈ থাকিম, সেয়া ভাবিলেই ভয় লাগে। মই তোমালোকৰ অবিহনে তাত অকলে থাকিব পাৰিম জানো?

অনুসূয়া ঃ এইটোৱেই জীৱন-নাৰী হৈ জনম ল'লে স্বামীৰ ঘৰলৈ যাবই লাগিব।

প্ৰিয়ম্বদা ঃ চাওঁ আমাৰ সখী মহাৰাণী হ'লে কেনে দেখিব। (শকুন্তলাৰ মূৰত কাপোৰ এখন ওৰণি দিয়াৰ নিচিনাকৈ দিয়ে) আই ঐ-ইমান ধুনীয়া দেখিছে সখীজনীক। মহাৰাজ তোমাৰ প্ৰেমত

মতলীয়া নহ'ব কিয় ?

শকুন্তলা ঃ দেখিছোঁ মোক নোজোকালে তোমাৰ পেটলৈ অকণো আহাৰ নাযায়।

প্ৰিয়ম্বদা ঃ কিয়নো কৈছা তেনেকৈ— যি সত্য তাকহে কৈছোঁ। (ভদ্ৰসেনৰ প্ৰৱেশ)

ভদ্ৰসেন ঃ মোৰ প্ৰণাম স্বীকাৰ কৰক।

অনুসূয়া ঃ আহক মহোদয়-আসন গ্ৰহণ কৰক। কিবা বিশেষ বাৰ্তা ?

ভদ্ৰসেন ঃ আপোনাসবলৈ মহাৰাজৰ এটি বিশেষ বাৰ্তা আছে।

শকুন্তলা ঃ (ব্যগ্ৰভাৱে) কি কৈছে মহাৰাজে ?

ভদ্ৰসেন ঃ আজিয়েই আমি হস্তিনাপুৰ মুখে গমন কৰিম। আপোনালোকৰ পৰা এতিয়া বিদায় ল'বলৈহে আহিলোঁ।

শকুন্তলা ঃ কি ?

ভদ্ৰসেন ঃ যদি এই কেইদিন আমাৰ উপস্থিতিয়ে আপোনালোকক কিবা অসুবিধা দিলে তেন্তে আমাক ক্ষমা কৰিব।

অনুসূয়া ঃ কিয় তেনেকৈ কৈছে-আপোনালোক শুশ্ৰূষা কৰি আমিহে পৰম আনন্দ লাভ কৰিলোঁ।

প্ৰিয়ম্বদা ঃ হঠাৎ ল'লে যে এই সিদ্ধান্ত- আমাৰ ইয়াত কিবা অসুবিধা পালে নেকি আপোনালোকে ?

ভদ্ৰসেন ঃ আপোনালোকৰ আতিথ্যত যে কোনো কৃপণালি নাই তাক মই আগতেও স্বীকাৰ কৰিছোঁ। কিন্তু এইয়া সুবিধা-অসুবিধাৰ কথা নহয়- কৰ্তব্যবোধৰ কথা। মহাৰাজ ইমান দিন ৰাজকাৰ্য্যৰ পৰা আঁতৰি থকাটো উচিত হোৱা নাই। ৰাজধানীৰ পৰা ইমান দিন আঁতৰি থাকিলে কোনোবা শত্ৰুৱে যে গা কৰি নুঠিব তাক কোনেও নুই কৰিব নোৱাৰে।

প্ৰিয়ম্বদা ঃ এনে হেন সৰ্বগুণী মানুহজনৰ কোনোবা শত্ৰু থাকিব পাৰে বুলি মনে নধৰে।

ভদ্ৰসেন ঃ মহাৰাজৰ যে কোনো শত্ৰু নাই সেয়া সঁচা। কিন্তু ইয়াৰ অৰ্থ এইয়া নহয় যে সিংহাসনলৈ কাৰোৰে চকু নাযাব। তাতে সময়ে আমাক সদায় সোঁৱৰাই দি আহিছে- দায়িত্ব আৰু কৰ্তব্যবোধক

যিয়েই অৱহেলা কৰিছে তেওঁৰেই পতন হৈছে। এতিয়া মোক আজ্ঞা দিয়ক। মহাৰাজৰ আদেশক্ৰমে তেওঁৰ বাৰ্তা দিলোঁ আপোনালোকক। (ভদ্ৰসেনৰ প্ৰস্থান)

শকুন্তলা ঃ সখী মোৰ শংকা অমূলক নাছিল। মহাৰাজ যেন যাবলৈ ওলোৱা নাই-মোৰ কলিজাখনহে কোনোবাই কাঢ়ি নিবলৈ ওলাইছে।

অনুসূয়া ঃ ধৈৰ্য্য নেহেৰুৱাবা সখী। আহিলে এদিন যাবই লাগিব-ই প্ৰকৃতিৰ নিয়ম। তাতে ইমান এখন বিশাল সাম্ৰাজ্যৰ অধিপতি হিচাপে তেওঁতো সদায় ৰাজকাৰ্য্যৰ পৰা আঁতৰি থাকিব নোৱাৰে।

শকুন্তলা ঃ সকলো বুজিও যে অবুজন হয় পৰিছোঁ মই। গন্ধৰ্ব প্ৰথাৰে তেওঁ মোক বিবাহ কৰালেও মই যে নিশ্চিন্ত হ'ব পৰা নাই। ৰাজধানীলৈ উভতি গৈ অন্তেষপুৰৰ আন স্ত্ৰী সকলক লগ পোৱাৰ পিছত যদি তেওঁ মোক পাহৰি যায়।

প্ৰিয়ম্বদা ঃ এনেয়ে মনলৈ শংকা আনিছা সখী। তেওঁৰ দৰে সৰ্বগুণী পুৰুষ এজনে তেনে কাম কৰিব নোৱাৰে। তোমাক কথা দিছে যেতিয়া তেওঁ তাক ভংগ নকৰে।

শকুন্তলা ঃ পুৰুষ যিমানেই সৰ্বগুণী নহওক কিয় উভতি চালে দেখিবা বাৰে বাৰে পিচলি পৰিছে তেওঁলোক। আমিহে যুগে যুগে শোষিত হৈ আহিছোঁ। সাধাৰণ নাৰীৰ কথা বাদেই দিয়া পৰম্পৰা আৰু আদৰ্শৰ নামত সীতা, উৰ্মিলাও প্ৰতাৰিত হৈছিল সৰ্বগুণী স্বামীৰ হাতত।

অনুসূয়া ঃ যদি ইতিহাস পুনৰাবৃত্তি হয় তেন্তে দ্বিধাবোধ নকৰিবা। প্ৰয়োজনত প্ৰতিবাদৰে কাঢ়ি ল'ব লাগিব তোমাৰ অধিকাৰ। (দুষ্যন্তৰ প্ৰৱেশ-কোনেও তেওঁক লক্ষ্য নকৰে। দুষ্যন্তই মনে মনে সকলো কথা শুনি থাকে।)

শকুন্তলা ঃ সকলো কথা ইমান সহজ নহয়। তাতে পাহৰি নাযাবা-মই এগৰাকী নাৰী। পুৰুষতান্ত্ৰিক সমাজত নাৰীৰ অধিকাৰ কিমান গ্ৰহণযোগ্য সেয়া বিবেচনাৰ বিষয়। গন্ধৰ্ব বিবাহ হ'লেও এতিয়াও মই সমাজত মহাৰাজ দুষ্যন্তৰ পত্নী হিচাপে নিজৰ অধিকাৰ সাব্যস্ত কৰিব নোৱাৰোঁ।

দুষ্যন্ত ঃ আৰু যদি মই সেই অধিকাৰ তুলি দিওঁ তোমাৰ হাতত।

শকুন্তলা ঃ (দুষ্যন্ত দেখি) মহাৰাজ আপুনি।

দুষ্যন্ত ঃ মোৰ বিদায়ত ইমান শংকিত হোৱাৰ প্ৰয়োজন নাই। এজনী নাৰীয়ে তেওঁৰ মন-প্ৰাণ কোনোবা পুৰুষক সঁপিবলৈ কিমান বাধা নেওচিব লাগে তাক মই জানো। গতিকে তোমাৰ প্ৰতি মোৰ দায়িত্ববোধ আছে শকুন্তলা।

প্ৰিয়ম্বদা ঃ দেখিলা সখী মই কি কৈছিলোঁ- এতিয়াতো মুখলৈ অলপ হাঁহি আনা। তুমি এনেকৈ বিষাদত কাতৰ হৈ থাকিলে আমাৰ অকণো ভাল নালাগে। (দুষ্যন্তক উদ্দেশ্যি) জানে মহাৰাজ আপোনালোক আজিয়েই আমাৰ আশ্ৰমৰ পৰা বিদায় ল'ব বুলি শুনি আমাৰ সখী একেবাৰেই বিষাদত কাতৰ হৈ পৰিছে।

দুষ্যন্ত ঃ সঁচা শকুন্তলা?

শকুন্তলা ঃ নাই মানে-এই প্ৰিয়ম্বদা জনীয়ে এনেয়ে কৈছে।

প্ৰিয়ম্বদা ঃ মিছা কৈছোঁ নে সঁচা কৈছোঁ সেয়া সখীৰ সিক্ত চকুযুৰি দেখিলেই জ্ঞাত হ'ব। এতিয়া সখীক আপোনাৰ হাততে এৰিলো আপুনিহে সখীৰ মুখত হাঁহি বিৰিঙাব পাৰিব। আমাক এতিয়া আজ্ঞা দিয়ক মহাৰাজ।

(অনুসূয়া আৰু প্ৰিয়ম্বদাৰ প্ৰস্থান)

শকুন্তলা ঃ বিদায় মুহূৰ্তবোৰ কিয় ইমান হৃদয় বিদাৰক হয়?

দুষ্যন্ত ঃ কাৰণ আপোনজনৰ সান্নিধ্য কোনেও হেৰুৱাব নিবিচাৰে। আৰু যদি কেতিয়াবা আপোনজনৰ সান্নিধ্য আঁতৰি যায় তেতিয়া আমি ইমানেই অধীৰ হৈ পৰো যে, আমি পাহৰি যাওঁ-প্ৰাপ্তিৰ তৃপ্তি অপ্ৰাপ্তিহে বেছি।

শকুন্তলা ঃ মোৰ এই সময়ত এনে ধৰণৰ তত্ত্ব গধুৰ কথা শুনিবলৈ অকণো ইচ্ছা নাই মহাৰাজ।

দুষ্যন্ত ঃ প্ৰিয়ে, পাহৰি নাযাবা। এদিন তুমিয়েই মোক কৰ্তব্যবোধৰ কথা সোঁৱৰাই দিছিলা।

শকুন্তলা ঃ হয় সঁচা-তথাপিও কিয় জানো মনটোৱে সহিব পৰা নাই এই বিচ্ছেদ।

দুষ্যন্ত ঃ কিয় ভাবিছা আমাৰ বিচ্ছেদ হৈছে বুলি-ইটো ক্ষন্তেকীয়া। শাৰীৰিক বিচ্ছেদে জানো পৃথক কৰিব পাৰে এক হৈ যোৱা দুটি মন।

শকুন্তলা ঃ আৰু যদি ৰাজ ঐশ্বৰ্যৰ মাজত থাকি আপুনি মোক পাহৰি যায়?

দুষ্যন্ত ঃ সেইয়া অবান্তৰ।

শকুন্তলা ঃ আপোনাৰ ওপৰত সম্পূৰ্ণ বিশ্বাস আছে মোৰ। বিশ্বাস আছে কাৰণে আপোনাৰ হাতত উৎসৰ্গিত কৰিছিলোঁ মোৰ সবাতোতকৈ আপুৰুগীয়া সম্পদ-মোৰ যৌৱন। কিন্তু আপোনাৰ অবিহনে এই আশ্ৰম মোৰ বাবে হ'ব শূন্যতাৰ ভঁৰাল। এই শূন্যতাৰ আশ্ৰমত মই কেনেকৈ দিন কটাম?

দুষ্যন্ত ঃ ইমান বিহ্বল নহ'বা। তুমি অধীৰ হ'লে মই আৰু দুৰ্বল হৈ যাম। (নিজৰ আঙুলিৰ পৰা নিজৰ নাম খোদিত থকা আঙুঠি এটা পিন্ধাই) এইয়া লোৱা-দি গ'লো তোমাক মোৰ অতিকৈ প্ৰিয় এই আঙুঠিটো। মোৰ অনুপস্থিতিত এই আঙুঠিটোৱে তোমাক মোৰ সান্নিধ্য দি জীপাল কৰি ৰাখিব।

**(পট পৰে)**

## ত্ৰয়োদশ দৃশ্য

(তপোবন। অনুসূয়া, প্ৰিয়ম্বদাৰ কথোপকথন)

প্ৰিয়ম্বদা ঃ মোৰ হ'লে মনটো আজিৰ পৰাই উকা উকা লাগিবলৈ আৰম্ভ কৰিছে সখী।

অনুসূয়া ঃ কি হ'ল আকৌ?

প্ৰিয়ম্বদা ঃ পিতা কণ্ব চাগৈ দুই এদিনতে আশ্ৰম উপস্থিত হ'ব। তেওঁ আহি পালেইতো সখীৰ প্ৰণয়ৰ কথা তেওঁক অৱগত কৰিব লাগিব। আৰু তেওঁ অৱগত হোৱা মানেই সখীৰ বিদায়। কিন্তু কেতিয়াবা ভাবি চাইচানে— সখীৰ অবিহনে এই প্ৰাণ-চঞ্চলা তপোবনখন, আমাৰ আশ্ৰমখন আৰু আমাৰ কি হ'ব? সখীয়েইটো আমাৰ

সকলোৰে প্ৰাণ। সখীৰ অবিহনে আমি কেনেকৈ জীয়াই থাকিম।

অনুসূয়া ঃ এৰা কথাটো ভাবিলেই মোৰো মনটো কিবা উকা হৈ পৰে। উকা হ'লেওটো আমাৰ আৰু অন্য উপায় নাই। মহাৰাজৰ বিৰহত সখী ইমানেই কাতৰ হৈ পৰিছে যে সখী শকুন্তলাক দেখিলেই মোৰ বুকুখন কঁপি উঠে।

প্ৰিয়ম্বদা ঃ অৱশ্যে তুমিও ঠিকেই কৈছা। সখী আমাৰ পৰা দূৰৈত থাকি যদি সুখত থাকে তেন্তে আমি সখীৰ সুখকে সম্বল কৰি সুখী হ'ব পাৰিম। আনহাতে সখী কাষত থাকিলেও আমি সুখী হ'ব নোৱাৰিম যদিহে সখী দুখত থাকে। সখীৰ কাতৰ মুখখন আৰু চাব নোৱাৰি। (সুৰ সলনি) পিছে আশ্ৰমত যে কিছুমান অস্বাভাৱিক ঘটনা ঘটিব ধৰিছে আছে তাক মন কৰিছানে?

অনুসূয়া ঃ কিহৰ কথা বা ক'লা?

প্ৰিয়ম্বদা ঃ লক্ষ্য কৰিছানে- আজি কেইদিনমানৰ পৰা তপস্বী বৈখানখে আমাৰ পৰা দূৰে দূৰে থাকে। আমি তেওঁক কিবা সুধিলেও একো প্ৰশ্নৰে উত্তৰ নিদিয়ে। আশ্ৰমৰ প্ৰতিটো কথাতে গা এৰা মনোভাৱ প্ৰতিফলিত হৈছে।

অনুসূয়া ঃ এৰা কথাটো ময়ো মন নকৰা নহয়। কিছু দিনৰ পৰা তপস্বী বৈখানখৰ মাজত কিছু অভূতপূৰ্ব পৰিৱৰ্তন ময়ো লক্ষ্য কৰিছোঁ। কি বা হৈছে তেওঁৰ— আগতেতো এনে নাছিল তেওঁ?

প্ৰিয়ম্বদা ঃ ভালকৈ মন কৰিবাচোন-মহাৰাজ দুষ্যন্ত যি দিনা প্ৰথমবাৰ আকৌ আমাৰ আশ্ৰমলৈ উভতি আহিছিল সেইদিনাৰ পৰা তপস্বী বৈখানস সলনি হৈছে। শুনিছোঁ-মহাৰাজক বোলে তেওঁৰেই আশ্ৰম ত্যাগ কৰিবলৈ বাধ্য কৰিছিল। নহ'লে পিতা কণ্ব নহালৈকে মহাৰাজ আমাৰ আশ্ৰমতেই থকাৰ কথা আছিল।

অনুসূয়া ঃ শুনাত ময়ো শুনিছোঁ— কিন্তু কি সঁচা কি মিছা তাকহে ভালকৈ নাজানো।

প্ৰিয়ম্বদা ঃ সঁচা-মিছা যিয়েই নহওক কিয়, মহাৰাজ দুষ্যন্ত যদিহে তপস্বী বৈখানসৰ বাবে আশ্ৰম ত্যাগ কৰিবলৈ বাধ্য হৈছিল বুলি যদিহে সখীয়ে গম পায় তেন্তে সখীয়ে বৰ কষ্ট পাব। আন নহ'লেও

তপস্বী বৈখানসক সখীয়ে বহুতেই সন্মান কৰে। নকৰিবনো কিয়- সৰুৰে পৰা যে তেওঁক নিজ ভাতৃৰূপে জ্ঞান কৰি আহিছে।

অনুসূয়া ঃ এৰা গতিকে আমি শুনা কথাটো মিছা হ'লেই ভাল। তেতিয়াহে আপোন মানুহৰ ওপৰত থকা সখীৰ বিশ্বাস এনেদৰে অটুত থাকিব।

প্ৰিয়ম্বদা ঃ পিছে এনেকৈ ইয়াত কথা পাতি থাকিবানে নে আশ্ৰমলৈও যাবা। সখীয়ে চাগৈ আমালৈ অপেক্ষা কৰি আছে।

অনুসূয়া ঃ এৰা ঠিকেই কৈছা- ব'লা। পলম নকৰোঁ।

**(পট পৰে)**

## চতুৰ্দশ দৃশ্য

(কণ্বমুনিৰ কুটিৰ। শকুন্তলাই কণ্বমুনিৰ ভৰি ধুৱাই থাকে।)

কণ্ব ঃ হ'ব আই হ'ব। কোনোবা জনমত কিবা পুণ্য কৰিছিলোঁ- তাৰ ফলস্বৰূপে তোমাক পুত্ৰী হিচাপে লাভ কৰিলোঁ। বহু সাধনাৰ বলতে এনে এগৰাকী কন্যাৰ পিতৃ হোৱাৰ সৌভাগ্য প্ৰাপ্তি হয়।

শকুন্তলা ঃ এইয়া মোৰ প্ৰতি থকা আপোনাৰ অত্যন্ত মৰম পিতা।

কণ্ব ঃ হ'ব দিয়া- হ'ল আৰু কিমান শুশ্ৰূষা কৰিবা মোক। সোমতীৰ্থৰ পৰা উভতা আজি মোৰ পযেকেই হ'ল। এই গোটেই কেইদিন দেখোন তুমি মোৰ শুশ্ৰূষাতেই ব্যস্ত। তথাপিও মন ভৰা নাই তোমাৰ?

শকুন্তলা ঃ পিতাকৰ সেৱা-শুশ্ৰূষা কৰিলে জানো পুত্ৰীৰ মন আমুৱাই পিতা? সম্ভৱ হ'লে মই চিৰ জীৱন আপোনাৰ চৰণ সেৱা কৰিয়েই কটাম।

কণ্ব ঃ ধন্য মই-তোমাৰ দৰে পুত্ৰী এগৰাকী লাভ কৰি মই ধন্য অনুভৱ কৰিছোঁ। মই আশীৰ্বাদ কৰিছোঁ, তুমি যেন সদায় সুখী হোৱা।

শকুন্তলা ঃ মই কৃতজ্ঞ পিতা।

(শকুন্তলাই কণ্বমুনিক সেৱা কৰি ওলাই যাব খোজে)

কণ্ব ঃ আই শকুন্তলা।

শকুন্তলা ঃ পিতা?

কণ্ব ঃ সোমতীৰ্থৰ পৰা উভতি অহাৰ পিছত মই লক্ষ্য কৰিছোঁ, মোৰ শকুন্তলাজনী যেন সলনি হৈছে। মোৰ কিয় এনে অনুভৱ হৈছে- শকুন্তলাক যেন কিবা এটা দুশ্চিন্তাই অনবৰতে আৱৰি আছে। মই ঠিকেই অনুমান কৰিছোঁনে?

শকুন্তলা ঃ (নিৰুত্তৰ)

কণ্ব ঃ কি হৈছে তোমাৰ?

শকুন্তলা ঃ (নিৰুত্তৰ)

কণ্ব ঃ মোৰ প্ৰশ্নৰ উত্তৰ নিদিলা তুমি?

শকুন্তলা ঃ (শোকে আৱৰি ধৰে) পিতা।

কণ্ব ঃ কি হৈছে আইজনী?

শকুন্তলা ঃ মই ভুল কৰিছোঁ পিতা-এটা ভয়ংকৰ ভুল।

কণ্ব ঃ মানুহ মাত্ৰেই ভুল হোৱাটো স্বাভাৱিক। কিন্তু তুমি এনে কি ভুল কৰিলা যে যাৰ বাবে তুমি ইমান চিন্তিত?

শকুন্তলা ঃ পুত্ৰীৰ ওপৰত থকা পিতাৰ অগাধ বিশ্বাসক মই ধৰি ৰাখিব নোৱাৰিলোঁ। মোক ক্ষমা কৰক পিতা।

কণ্ব ঃ কৰা ভুলৰ বাবে যদি অনুতাপ কৰোঁ বা সেই ভুল দুনাই নকৰোঁ, সেয়া আৰু ভুল হৈ নাথাকে। তুমি মোৰ বিশ্বাসক ধৰি ৰাখিব পৰা নাই বুলি কৈছা। কিন্তু মোৰ বিশ্বাস আছে মোৰ পুত্ৰীৰ ওপৰত। মোৰ পুত্ৰীয়ে এনে ভুল কৰিব নোৱাৰি যাৰ কোনো শুধৰণি নাই।

শকুন্তলা ঃ পিতা (উচুপি উঠে)

কণ্ব ঃ নাকান্দিবা আই-মনৰ কথা নিচিন্তে ভাবে খুলি কোৱা মোক। কি কথাই ইমান আমনি কৰিছে তোমাক? অন্তৰৰ কথা খুলি কলে মনটো পাতল হ'ব। এনেকৈ আৰু কিমান দিন অকলে কঢ়িয়াবা দুখৰ বোজা।

শকুন্তলা ঃ আপোনাৰ অজ্ঞাতে এজন পুৰুষক মই মোৰ মন-প্ৰাণ সকলো সঁপি দিছোঁ পিতা।

কণ্ব ঃ (মিচিকিয়া হাঁহি) অ এইটোহে কথা। এইয়াতো কোনো ভুল নহয়। ই প্ৰকৃতিৰ নিয়ম। তুমি নিজেই জীৱন সংগী নিৰ্বাচন কৰাত মই অতিশয় আনন্দিত। এনে কৰি তুমি অকণো ভুল কৰা নাই বৰং জীৱন সংগী নিৰ্বাচন কৰি কন্যাৰ প্ৰতি থকা পিতৃৰ কৰ্তব্যবোধক কিছু পৰিমাণে লাঘৱহে কৰিলা। কিন্তু মই জানিব পাৰো নে কোন সেই ভাগ্যৱান।

শকুন্তলা ঃ হস্তিনাপুৰৰ মহাৰাজ দুষ্যন্ত।

কণ্ব ঃ এইয়াতো অতি আনন্দৰ কথা। তুমিতো উপযুক্ত ব্যক্তিকেই জীৱন সংগী হিচাপে নিৰ্বাচন কৰিছা। তাত ইমান দোষ হৈছে বুলি ভাবিবলগীয়া কি আছে।

শকুন্তলা ঃ আছে পিতা আছে। প্ৰেমত আমি দুয়ো ইমানেই অন্ধ হৈ পৰিলো যে আপোনাৰ আজ্ঞা আৰু আশীৰ্বাদৰ অবিহনে আমি গন্ধৰ্ব প্ৰথাৰে বিবাহ পাশত লিপ্ত হ'লো।

কণ্ব ঃ সেইটো যে প্ৰকৃতিৰেই এক নিয়ম। অষ্ট বিবাহ পদ্ধতিৰ ইও মাথোঁ এক প্ৰকাৰৰ বিবাহ প্ৰথা।

শকুন্তলা ঃ কিন্তু...

কণ্ব ঃ কিন্তু কি?

শকুন্তলা ঃ মই তেওঁৰ সন্তানৰ মাতৃ হ'বলৈ ওলাইছোঁ পিতা।

কণ্ব ঃ (স্তম্ভিত হয়) কি- এইয়া সঁচাকৈ সত্য নে?

শকুন্তলা ঃ এইয়াই সত্য পিতা। মই জানো-আমি অক্ষমনীয় দোষ কৰিছোঁ। তথাপিও কাবৌ কৰিছোঁ-যদি সম্ভৱ-আমাক ক্ষমা কৰক।

কণ্ব ঃ কিন্তু মহাৰাজ দুষ্যন্ত? হাজাৰ হাজাৰ মানুহৰ ভাল-বেয়া, ৰক্ষাকৰ্তাৰ ভাৰ যাৰ ওপৰত তেওঁৱেই যদি নিজৰ ইন্দ্ৰিয়ক নিজৰ বশত ৰাখিব নোৱাৰে তেন্তে আন সাধাৰণ প্ৰজাৰ পৰা আমি কি অধিক আশা কৰিম? যি ৰাজ্যত ৰজাই তেনেকুৱা কৰে সেই ৰাজ্যত দেখোন দিনক দিনে পাপ ব্যভিচাৰ বাঢ়ি যাব। ৰজা হিচাপে দুষ্যন্ত সংযমী হোৱাতো উচিত আছিল। তেওঁ যে ইমান তললৈ নামি যাব সেয়া মোৰ কল্পনাৰো অগোচৰ।

শকুন্তলা ঃ তেওঁক অকল দোষাৰোপ নকৰিব পিতা। তেওঁৰ লগতে ময়ো সমানে দোষী। যদি মই তেওঁক মোৰ যৌৱন সঁপি নিদিলো হয় তেন্তে তেওঁ চাগে ইমানখিনি আগবাঢ়িব নোৱাৰিলে হয়। মোৰ এই অৱস্থাত বাবে যদি কোনোবা দায়ী তেন্তে সেয়া মাথোঁ মই-তেওঁ নহয় পিতা।

কণ্ব ঃ এই বিষয়ে আৰ্য্যা গৌতমী জ্ঞাত নে?

শকুন্তলা ঃ নাই পিতা। সখী অনুসূয়া আৰু প্ৰিয়ম্বদাৰ বাহিৰে আশ্ৰমৰ আন কোনো এই বিষয়ে জ্ঞাত নহয়।

কণ্ব ঃ তেন্তে মোক আৰ্য্যা গৌতমী সম্বলিতে আশ্ৰমৰ অন্য বাসিন্দাৰ সৈতে এই বিষয়ে আলোচিত হ'ব দিয়া। কন্যাৰ পিতৃ হিচাপে আমাৰো কিছু কৰণীয় আছে।

শকুন্তলা ঃ মহাৰাজ দুষ্যন্তই কথা দিছে যে আপুনি আশ্ৰমলৈ উভতি আহিলেই তেওঁ মোক বিধি বিধানৰে ৰাজ অন্তেষপুৰলৈ আদৰিব। আপুনি যে আশ্ৰমলৈ উভতি আহিছে এই বিষয়ে হয়তো তেওঁ এতিয়াও অজ্ঞাত। মোৰ বিশ্বাস আপুনি আশ্ৰমলৈ উভতি আহিছে বুলি জনাহেঁতেন চাগে ইমান দিনে আপুনি তেওঁৰ পৰা কিবা বাৰ্তা লাভ কৰিলে হয়।

কণ্ব ঃ সেয়াই যদি তেওঁৰ ইচ্ছা তেন্তে মোৰ আগমনৰ বাৰ্তা মহাৰাজ দুষ্যন্তলৈ প্ৰেৰণ কৰা হওক।

**(পট পৰে)**

## পঞ্চদশ দৃশ্য

(মালিনী নদীৰ পাৰ)

(বৈখানাখে পায়চাৰি কৰি থাকে। কিছু সময় নদীখনক পৰ্যবেক্ষণ কৰি নদীখনক উদ্দেশ্যি ক'ব।)

বৈখনাখ ঃ তইতো সাক্ষী আছিলি। এইখিনিতেই নহয় জানো-তোৰ তীৰতে শকুন্তলাই নিৰ্লজ্জভাৱে সঁপি দিয়া নাছিল জানো দুষ্যন্তক নিজৰ

ৰূপ-যৌৱন। তইতো সকলো দেখিছিলি-দেখিছিলি নে নাই? এই নিলাজ নদী-মই তোক কিবা সুধি আছোঁ। তই মোক উত্তৰ নিদিয় কিয়? তই নিমাত কিয়-নে প্ৰকৃত সত্য স্বীকাৰ কৰিবলৈ তোৰ লাজ লাগিছে? এটা কথা তইয়েই ক'চোন-ক'ত ভুল হৈছিল মোৰ? মোৰ প্ৰেম নিবেদন, নে আশ্ৰমবাসী ৰূপে পৰিচিত মোৰ জীৱন? আশ্ৰমবাসী হ'লো বুলি মোৰ কি অধিকাৰ নাই সপোন দেখাৰ? আনৰ দৰেও ময়ো দেখিছিলোঁ এটা সৰু সপোন। কুমলীয়া সপোনটিৰ জীপাল পৰশত ভৰুণ হৈ পৰিছিল মোৰ মন। কিন্তু সপোনটো বাস্তৱত পৰিণীত নহওঁতেই ক'ৰবাৰ বলীয়া বতাহ এজাকে মোৰ কুমলীয়া সপোনটো ভাঙি চিঙি চূৰ্ণ বিচ্ছিন্ন কৰি কোঙা কৰিলে মোক। প্ৰেমৰ ভিক্ষাৰী আছিলো মই। এধানি প্ৰেমৰ বাহিৰে অধিক কিনো আশা কৰিছিলোঁ? কিন্তু তাৰ বিনিময়ত পালোঁ কি- কেৱল প্ৰত্যাখ্যান। (ভাব সলনি) এতিয়া বুকুৰ মাজত জ্বলিছে কেৱল প্ৰতিশোধৰ জুই। (সুৰ সলনি) অথচ সকলো জানিও-সকলো দেখিও কিয় ত্যাগ কৰিব পৰা নাই শকুন্তলাৰ প্ৰতি থকা মোৰ মোহ। বাৰে বাৰে বিচলিত হৈছোঁ কিয়? কিয় দুচকুত বাৰে বাৰে ভাঁহি উঠে শকুন্তলাৰ মৰমলগা চকুজুৰি। কি কৰোঁ-কি কৰোঁ মই? একো প্ৰশ্নৰে যে উত্তৰ নাই।

**(পট পৰে)**

## ষোড়শ দৃশ্য

(শকুন্তলাৰ কুটিৰ। শকুন্তলাই উদাস ভাবে বহি থাকে। অনুসূয়া আৰু প্ৰিয়ম্বদাই শকুন্তলাক কিবা কথাত সন্মত কৰাবলৈ চেষ্টা কৰে।)

প্ৰিয়ম্বদা ঃ তুমি এনেদৰে বিষাদত কাতৰ হৈ থাকিলে জানো আমাৰ ভাল লাগে। তাতে এই কেইদিন তুমি ভালকৈ খোৱা-লোৱাটো মন

দিয়া নাই। পিতা কণ্বই যেতিয়া তোমাৰ গন্ধৰ্ব বিবাহক স্বীকাৰ কৰি তেওঁৰ আগমনৰ বাৰ্তা ইতিমধ্যে মহাৰাজৰ ওচৰলৈ প্ৰেৰণ কৰিছেই- তেনেস্থলত তুমি এনেকৈ উদাস হৈ থকাটো মোৰ বোধৰে যুক্তিহীন।

অনুসূয়া ঃ সখীয়েই ঠিকেই কৈছে। আহানা অলপ তপোবনৰ পৰা আহোঁ- কিজানিবা তোমাৰ মনটো অলপ ফৰকাল হয়েই।

প্ৰিয়ম্বদা ঃ হয়-আহানা তপোবনৰ পৰা এপাক ফুৰি আহোঁ। এই কেইদিন তুমি তপোবনলৈ নহাৰ বাবে ফুল কেইজোপাও ফুলিবলৈ পাহৰিলে।

শকুন্তলা ঃ তেওঁ কিয় ইমান স্বাৰ্থপৰ-আজি ক'ত দিনেই হ'ল তেওঁ ৰাজধানীলৈ যোৱাৰ। মোৰলৈ অকণো মনত পৰা নাই নে তেওঁৰ? ইফালে মই সন্তান সম্ভৱা। তেওঁৰ কি মোৰ প্ৰতি কোনো দায়িত্ব নাই। পিতা আশ্ৰমলৈ উভতি আহিল নে নাই সেই বিষয়ে নাজানিলেও তেওঁতো মই কেনে আছোঁ তাৰেই খবৰ এটাকে ল'ব পাৰিলে হয়।

প্ৰিয়ম্বদা ঃ আকৌ অভিমান। মোৰ, বিশ্বাস আছে-চাবা পিতাৰ বাৰ্তা পোৱা মাত্ৰেই তেওঁ তোমাক ৰাজধানীলৈ আদৰিবলৈ ঢপলিয়াই আহিব। এতিয়া সেইবোৰ কথা বাদ দিয়া-আহা এতিয়া তপোবনৰ পৰা আহোঁ (শকুন্তলাক টানি নিব খোজে-শকুন্তলাই বাধা দিয়ে।)

শকুন্তলা ঃ মই দুখী হ'লে তোমালোক যে দুখী হোৱা তাক নক'লেও মই জানো। সুখী হোৱাৰ অভিনয় কৰি মই তোমালোকক সুখী কৰিব পাৰো সঁচা। কিন্তু মোৰ দুখৰ চকুলোবোৰ ইমানেই গভীৰ হৈ পৰিছে যে হাজাৰ চেষ্টা কৰিও তোমালোকৰ পৰা লুকোৱাব নোৱাৰোঁ। মোক ক্ষমা কৰা। (দুষ্যন্তই দিয়া আঙুঠিটো স্পৰ্শ কৰে) সখী আৰু কিমান দিন-কিমান দিন এই আঙুঠিটোকে তেওঁ বুলি গণ্য কৰিম মই। এইয়া সঁচা-এই আঙুঠিটোত তেওঁৰ পৰশ আছে। কিন্তু নিৰ্জীৱ বস্তুৰে জানো সদায় সজীৱ কৰিব পাৰে কাৰোবাৰ উমাল পৰশ? লাহে লাহে তেওঁৰ বিচ্ছেদৰ

জুইয়ে মোৰ সমস্ত সত্তাক আগুৰি ধৰিব ধৰিছে। মোক যেন চেপি চেপি নিঃশেষ কৰিব খুজিছে প্ৰেমৰ এই বিচ্ছেদে। জানো মই, প্ৰেমত বিষাদ আছে-বিষাদ আছে বাবেই প্ৰেম মিঠা। কিন্তু মোক প্ৰেমৰ বিষাদে নহয়-এটা দুশ্চিন্তাইহে বাৰে বাৰে আমনি কৰিছে। তেওঁ অন্তেষপুৰলৈ গৈ মোক পাহৰি যোৱা নাইতো? (বৈখানসৰ প্ৰৱেশ)

বৈখানস ঃ তুমি বিচাৰিলে এই মুহূৰ্ততে সকলো দুশ্চিন্তাৰ পৰা মুক্ত কৰি তোমাক সমস্ত সুখৰে উপচাব পাৰো।

অনুসূয়া ঃ আপুনি বিনা অনুমতিত হঠাৎ এনেদৰে ইয়াত। আপুনিতো জ্ঞাত যে আশ্ৰমৰ নিয়ম অনুসৰি বিনা অনুমতিত স্ত্ৰীৰ কুটিৰত পুৰুষৰ প্ৰৱেশ নিষেধ।

বৈখানস ঃ তেনে নিয়মতো স্বামী-স্ত্ৰীৰ কুটিৰৰ ক্ষেত্ৰত প্ৰযোজ্য নহয়।

প্ৰিয়ম্বদা ঃ কি ক'ব বিচাৰিছে আপুনি?

বৈখানস ঃ শকুন্তলাই ইচ্ছা কৰিলে আজি এই মুহূৰ্তৰ পৰাই এই কুটিৰ আমাৰ হ'ব পাৰে।

প্ৰিয়ম্বদা ঃ ছিঃ সকলোখিনিৰ জনাৰ পাছতো শকুন্তলাক পোৱাৰ হাবিয়াস নগ'ল আপোনাৰ। ইমান নীচ আপুনি। আপুনিতো জানে যে শকুন্তলা এতিয়া পৰস্ত্ৰী।

বৈখানস ঃ জানো আৰু সকলো জানো বাবেই কৈছোঁ। এতিয়াও সময় উকলি যোৱা নাই। শকুন্তলাৰ প্ৰতি থকা মোৰ প্ৰেম, ভালপোৱা এতিয়াও তিলমাত্ৰও কমা নাই। শকুন্তলাই যদি দুষ্যন্তক পাহৰি মোক আঁকোৱালি ল'ব পাৰে-তেন্তে এতিয়াও মই শকুন্তলাক নিজৰ কৰিবলৈ সাজু। শকুন্তলাই বিচাৰিলে আমি এই আশ্ৰম ত্যাগ কৰি কোনোবা দূৰত এখন সোণৰ সংসাৰ গঢ়িব পাৰিম।

অনুসূয়া ঃ (উপহাস কৰি) কাৰোবাৰ সংসাৰ ধ্বংস কৰি নিজৰ সংসাৰ গঢ়াৰ সপোন দেখিছে। আপোনাৰ কথা শুনি মই বৰ আচৰিত হৈছোঁ। সঁচাকৈ আপুনি মহৰ্ষি কণ্বৰেই শিষ্য নে? আপোনাৰ দৰে নীচ মানুহ মই জীৱনত দেখা নাই।

বৈখানস ঃ মোক এনেকৈ ক'বলৈ তোমাক কোনে অধিকাৰ দিলে?

শকুন্তলা ঃ সখীয়ে মোৰ মনৰ কথাকে কৈছে। আপোনাৰ প্ৰেমক প্ৰত্যাখ্যান কৰি মোৰ আপোনাৰ প্ৰতি অনুকম্পা জাগিছিল সঁচা-দুখ লাগিছিল। কিন্তু আজি আপুনি আপোনাৰ ভিতৰৰ মানুহজনৰ লগত পৰিচিত কৰি মোক সেই ভ্ৰমৰ পৰা মুক্ত কৰিলে।

বৈখানস ঃ মোক অনুকম্পা নালাগে। অনুকম্পা প্ৰেমৰ পৰিপূৰক নহয়। মই প্ৰেমৰ ভিক্ষাৰী। প্ৰেমৰ ভিক্ষাৰীক অনুকম্পা দেখুৱাই লজ্জিত কৰাৰ অধিকাৰ নাই তোমাৰ।

শকুন্তলা ঃ তেন্তে কি অধিকাৰত আপুনি মোক বাৰে বাৰে আমনি দিছে। আপুনি মোক আপোনাৰ হোৱাতো বিচাৰিছে-মই অপাৰগতা প্ৰকাশ কৰিছোঁ।

বৈখানস ঃ সেয়াটো তোমাৰ ভুল।

শকুন্তলা ঃ ইয়াত কি ভুল হৈছে? মোৰ মনৰ কথা প্ৰকাশ কৰি মই একো ভুল কৰা নাই।

বৈখানস ঃ কিহৰ অহংকাৰ তোমাৰ-ৰূপৰ নে ৰাজৰাণী হোৱাৰ। পুৰুষ মই-যি ইচ্ছা তাকেই কৰিব পাৰো। ইচ্ছা কৰিলে এই মুহূৰ্ততে তোমাৰ সৰ্বনাশ কৰিব পাৰো মই।

শকুন্তলা ঃ নাৰীৰ ওপৰত অত্যাচাৰ কৰা ব্যক্তিক পুৰুষ বুলি নকয়। তেনে ব্যক্তিক কাপুৰুষ বুলিহে কোৱা হয়। আপোনাৰ এই ঘৃণনীয় অভিপ্ৰায়ৰ বিষয়ে মহাৰাজ দুষ্যন্তই যদি ঘৃণাক্ষৰেও উমান পায় তেতিয়া আপোনাৰ কি হ'ব আপুনি ভাবি চাইছেনে?

বৈখানস ঃ যাৰ ওপৰত তোমাৰ ইমান বিশ্বাস— ময়ো চাম, তেওঁ তোমাক কিমান বিশ্বাস কৰে। মোৰ প্ৰেমক প্ৰত্যাখ্যান কৰি মোক কৰা এই অপমান চিৰদিন নাপাহৰোঁ। মনত ৰাখিবা ইয়াৰ প্ৰতিশোধ মই ল'মেই। (বৈখানসৰ প্ৰস্থান। বাকীবোৰ কিংকৰ্তব্যবিমূঢ়হৈ পৰে।)

**(পট পৰে)**

## সপ্তদশ দৃশ্য

(কণ্বমুনিৰ কুটিৰ)

কণ্ব ঃ আজি নিজকে আকৌ প্ৰশ্ন কৰিবলৈ বাধ্য হৈছোঁ- ক'ত ভুল হৈছিল মোৰ? মই দিয়া শিক্ষা কিয় অসম্পূৰ্ণ হৈ ৰ'ল? আশ্ৰমত যি সংঘটিত হ'ল সেয়া মোৰ কল্পনাৰো অগোচৰ। শিষ্য সকলৰ ভৱিষ্যত গঠনত কৈ চৰিত্ৰ গঠনত অধিক গুৰুত্ব দিছিলোঁ- কিয়নো সৎ চৰিত্ৰইহে সফল ভৱিষ্যত গঠন কৰিব পাৰে। তেনেস্থলত কিয় এনে হ'ল?

গৌতমী ঃ আপুনি শিক্ষা দানত কোনো ত্ৰুটি কৰা নাই। সম্পূৰ্ণ নিস্বাৰ্থভাৱে উচিত শিক্ষা দিছে সকলোকে।

কণ্ব ঃ তেনেস্থলত বৈখানসৰ পৰা এনে আশা কৰা নাছিলো। মোৰ উপস্থিতিত আশ্ৰমত কিয় উদ্ভৱ হ'ল এনে পৰিস্থিতিৰ?

গৌতমী ঃ ইয়াৰ বাবে আপুনি নিজকে কিয় দায়ী বুলি অভিহিত কৰিছে? বৈখানসৰ কাৰ্য্যৰ বাবে আপুনি দায়ী নহয়।

কণ্ব ঃ কিয় নহয়-বৈখানস মোৰেই শিষ্য? যদি শিষ্যৰ কৃতিত্ব গুৰুৱে লাভ কৰে তেন্তে শিষ্যই কৰা ভুলৰ দায়িত্বও গুৰু হিচাপে মই স্বীকাৰ কৰিবই লাগিব।

গৌতমী ঃ এজন সৎ আৰু শিক্ষাদানত কৃপণালি নকৰা গুৰু হিচাপে আপুনি বৈখানসৰ সমস্ত দোষক মূৰ পাতি লৈ যি উদাহৰণ দাঙি ধৰিলে তাক মই নতশিৰে সন্মান জনাইছোঁ যদিও বহু কথাত এতিয়াও মই আপোনাৰ সৈতে সহমত নহয়। এজন গুৰু হিচাপে আপুনি যি কৈছে সেয়া সম্পূৰ্ণ শুদ্ধ। কিন্তু নিজকে প্ৰশ্ন কৰকচোন পৃথিৱীৰ প্ৰতিজন কৃষকে ফচল উৎপাদনৰ বাবে খেতি কৰে। কিন্তু ফচলৰ লগততো কেতিয়াবা পতানো থাকে। ফচলৰ লগত পতান উৎপাদন হোৱাৰ বাবে জানো আমি কৃষকক দোষ দিওঁ। নিদিওঁ-কাৰণ কোনো কৃষকে পতান উৎপাদন কৰিবলৈ খেতি নকৰে।

কণ্ব ঃ অৱশ্যে বৈখনাসে তাৰ কৰণীয়ৰ বাবে উচিত শিক্ষাই পাইছে।

তাক তাৰ দোষৰ বাবে আশ্ৰমৰ পৰা বহিষ্কাৰ কৰি এক দৃষ্টান্তমূলক শাস্তিয়েই প্ৰদান কৰা হৈছে যদিও যথেষ্ট অশান্তিত কটাইছো মই। হাজাৰ ভুল কৰিলেও সি আমাৰ আশ্ৰমৰ এক অন্যতম সদস্য আছিল।

গৌতমী ঃ আপোনাৰ মনৰ স্থিতি মই উপলব্ধি কৰিছোঁ। প্ৰিয় শিষ্য এজনক কোনো গুৰুৱে এনেদৰে হেৰুৱাব নিবিচাৰে। বৈখানসক আশ্ৰমৰ পৰা বহিষ্কাৰ কৰাৰ বাবে আমিও কষ্ট পাইছো। কিন্তু তেনে নকৰাহেঁতেন আমাৰহে ভুল হ'ল হয়। ভুল কৰাজনৰ ভুলক লুকুৱাই নাৰাখি নিজে কষ্ট পালেও শুধৰণি কৰিবলৈ চেষ্টা কৰাজনহে প্ৰকৃততে গুৰু। আপুনি আপোনাৰ কৰ্তব্য পালন কৰি গুৰুধৰ্মক গৰ্বিতহে কৰিলে। আপুনি একো ভুল কৰা নাই। বৈখানসহে শকুন্তলাৰ কুটিৰত অনাধিকাৰ প্ৰৱেশ কৰি আশ্ৰমৰ মান-মৰ্যাদা, নীতি-নিয়মক যিমান লাঘৱ কৰিলে তাৰ বাবে তেওঁ আৰু অধিক শাস্তি পোৱাৰহে যোগ্য আছিল।

**(পট পৰে)**

## অষ্টাদশ দৃশ্য

(হস্তিনাপুৰ। দুষ্যন্তৰ ৰাজসভা)

দুষ্যন্ত ঃ আপুনি জ্ঞাত নিশ্চয়-মোৰ ৰাজ্যত মিছা কোৱাটো এক গুৰুতৰ অপৰাধ।

বৈখানস ঃ জ্ঞাত বাবেই আপোনাৰ ওচৰলৈ আহিছোঁ। মোৰ এটাই কথা-দোষীয়ে শাস্তি পাব লাগে। মই যি কৈছোঁ সেয়া একেবাৰে সঁচা।

দুষ্যন্ত ঃ কিন্তু আপোনাৰ কথাৰ সত্যতা কিমান? আপুনি যে সঁচা তাৰ কি প্ৰমাণ আছে।

বৈখানস ঃ সকলো কথাক প্ৰমাণৰ প্ৰয়োজন নহয়। আমি যে আমাৰ পিতৃৰ সন্তান তাৰ জানো কিবা প্ৰত্যক্ষদৰ্শী প্ৰমাণ আছে। প্ৰত্যক্ষদৰ্শী

প্ৰমাণ নাথাকিলেও কোনেওটো আমাৰ পিতৃ-মাতৃক আঙুলিয়াব নোৱাৰে। কেতিয়াবা বিশ্বাস প্ৰত্যক্ষদৰ্শী প্ৰমাণকৈ অধিক নিৰ্ভৰযোগ্য-গ্ৰহণযোগ্য। (সুৰ সলনি) মহাৰাজ-এবাৰ ভাবি চাওকচোন-যি গৰাকী নাৰীয়ে কুলপতিৰ অনুপস্থিতিত আপোনাক প্ৰেম নিবেদন কৰিব পাৰে তেওঁ যে আনৰ ওচৰতো প্ৰেম নিবেদন নকৰিব তাৰ জানো কিবা নিশ্চয়তা আছে? মই তিনি সইত খায় কৈছোঁ, আপুনি যি দিনাই আশ্ৰম ত্যাগ কৰিছিল তাৰ পিছদিনাখনেই মালিনী নদীৰ তীৰত মই শকুন্তলাক পৰ-পুৰুষৰ বাহুত উদ্ধাৰ কৰিছিলোঁ।

দুষ্যন্ত ঃ (মনত সন্দেহ) এইয়া সঁচাকৈ সম্ভৱ নে?

বৈখানস ঃ হয় মহাৰাজ হয়। মই অকণো মিছা কোৱা নাই। মই সিহঁতৰ দুষ্কৰ্ম ধৰা পেলোৱাত শকুন্তলাই মোক হাতে ভৰিয়ে ধৰি তাইৰ দুষ্কৰ্মৰ কথা গুপুত ৰাখিবলৈ মোক কাবৌ কৰিলে। ময়ো আশ্ৰমবাসী বুলি শকুন্তলাক ক্ষমা কৰি দিছিলোঁ। কিন্তু মহৰ্ষি কণ্ব আশ্ৰমলৈ উভতাৰ পাছতহে মই জ্ঞাত হ'লোঁ যে শকুন্তলাই আপোনাৰ ওচৰতো ঘোৰ অপৰাধ কৰিছে। আপোনাৰ সৈতে যদি শকুন্তলাই সঁচাকৈ বিবাহ পাশত আবদ্ধ হৈছিল তেন্তে আপোনাক হৃদয়ৰ পৰা দলিয়াই শকুন্তলাই নিজকে পৰ পুৰুষক সঁপি দিছিল কিয়?

দুষ্যন্ত ঃ যদি সেয়াই প্ৰকৃত সত্য তেন্তে পত্নী হ'লেও উচিত শাস্তি পাব শকুন্তলাই।

বৈখানস ঃ মইও তাকেই বিচাৰোঁ-দোষীয়ে শাস্তি পাব লাগে। আপোনাৰ দৰে সৰ্বগুণী ব্যক্তি এজনক প্ৰৱঞ্চনা কৰাৰ শাস্তি দোষীয়ে নিঃসন্দেহে পোৱাটো উচিত। আৰু এটা কথা মহাৰাজ।

দুষ্যন্ত ঃ কি?

বৈখানস ঃ কি সতে কওঁ-ক'বলৈ দেখোন সাহসেই গোটাব পৰা নাই।

দুষ্যন্ত ঃ শংকিত হোৱাৰ কোনো প্ৰয়োজন নাই মুনিবৰ। আপুনি নিশ্চিন্ত থাকক। সকলো ভয়-শংকা পাহৰি কি হ'ব বিচাৰিছে অকণো লুক-ধাক নকৰাকৈ খুলি কওক।

মাধৱ্য ঃ মুনিবৰ-মহাৰাজে আজ্ঞা দিছে যেতিয়া আপুনি আৰু শংকিত হোৱাৰ কোনো আৱশ্যকতা নাই-কি ক'ব বিচাৰিছে নিসন্দেহে কওক।

বৈখানস ঃ মহাৰাজ শকুন্তলা সন্তানসম্ভৱা। কিন্তু তাতোকৈ ডাঙৰ কথাটো হ'ল এই যে শকুন্তলাৰ মতে তাই গৰ্ভস্থ সন্তানৰ পিতৃ হ'ল বোলে আপুনি। এইয়া জানো সম্ভৱ? আনৰ কথা বাদেই দিয়ক-স্বয়ং ঈশ্বৰে নিজ মুখেৰে ক'লেও আমি এনে কথাত পতিয়ন যাব নোৱাৰো। আপোনাৰ দৰে গুণী জ্ঞানী ব্যক্তি এজনে ইমান নীচ কাম কৰিব নোৱাৰে। চন্দ্ৰটোৰ গাত ক'লা দাগ থাকিব পাৰে কিন্তু আপোনাৰ চৰিত্ৰত যে কোনো দাগ নাই— আপোনাৰ চৰিত্ৰ যে পানীৰ দৰে স্বচ্ছ সেয়া ধ্ৰুৱ সত্য। এই কাৰণে— এই কাৰণে আপোনাৰ নিকা চৰিত্ৰক শকুন্তলাই কলংকিত কৰিবলৈ চেষ্টা কৰোঁতে মই বিৰোধ কৰিছিলোঁ-অকলে বিৰোধ কৰিছিলোঁ। শকুন্তলাৰ প্ৰকৃত চৰিত্ৰ সকলোৰে আগত উদঙাই দিছিলোঁ, কিন্তু মোৰ কথাত কোনো পতিয়ন নগ'ল। বৰং মই শকুন্তলাৰ চৰিত্ৰত কালিমা সানিছো বুলি মোক আশ্ৰমৰ পৰা বহিষ্কাৰ কৰে। সেই বাবেই প্ৰকৃত সত্য জনাবলৈ হস্তিনাপুৰলৈ ঢপলিয়াই আহিলোঁ। মই আপোনাক সকলো জনালোঁ মহাৰাজ। আপুনি যি উচিত বুলি গণ্য কৰে তাকেই কৰক। এই দাসক এতিয়া আজ্ঞা দিয়ক।

(দুষ্যন্তই বৈখানসক যাবলৈ ইংগিত দিয়ে)

বৈখানস ঃ মহাৰাজৰ জয় হওক। (যাব বিচাৰে)

দুষ্যন্ত ঃ (কিবা এটা মনত পৰাত) ৰ'ব মুনিবৰ। (ডিঙিৰ পৰা হাৰ এডাল খুলি বৈখানসক দিয়ে) এইয়া লওক।

বৈখানস ঃ মহাৰাজ ইয়াৰনো কিহৰ প্ৰয়োজন।

দুষ্যন্ত ঃ তপস্বী হিচাপে ধন-সম্পত্তিলৈ আপোনাৰ কোনো লোভ নাই সেয়া মই পৰিচিত। কিন্তু আপোনাৰ উপকাৰৰ কৃতজ্ঞতাৰ চিন স্বৰূপেহে এই হাৰডালে আগবঢ়ালো। আপুনি গ্ৰহণ কৰিলে মই কৃতজ্ঞ হ'ম।

বৈখানস ঃ (হাৰডাল গ্ৰহণ কৰে) মহাৰাজৰ জয় হওক।
(বৈখানসৰ প্ৰস্থান)

দুষ্যন্ত ঃ মাধব্য-আপুনি কি ভাবে? বৈখানস সত্য,কিবা আক্ৰোহত শকুন্তলাৰ চৰিত্ৰত কালিমা সানিছে? শকুন্তলাক মই যিমান দূৰ জানো-তাৰ পৰা এটা কথাকে উপলব্ধি কৰোঁ যে শকুন্তলাই এনে কৰিব নোৱাৰে।

মাধব্য ঃ কিন্তু বৈখনাস.....

দুষ্যন্ত ঃ বৈখনাস কিমান সত্য কিমান অসত্য তাক এই মুহূৰ্তত মই নাজানো যদিও এটা কথা বিশ্বাস কৰোঁ যে শকুন্তলাৰ গৰ্ভত থিতাপি লোৱা সন্তানটি আন কাৰোৰে হ'ব নোৱাৰে। সেই সন্তানটি পিতৃ নিসন্দেহে মই।

মাধব্য ঃ সেয়া আমাৰ চিন্তাৰ বিষয় নহয়। আমাৰ চিন্তাৰ বিষয় হৈছে সমাজৰ চকুত আপোনাৰ চৰিত্ৰ কেনেকৈ নিখুঁত ৰাখিব পাৰি। ইতিমধ্যে আপোনাৰ গন্ধৰ্ব বিবাহৰ কথা প্ৰজাই জ্ঞাত হৈছে। ইয়াকে আলম কৰি আপোনাৰ চৰিত্ৰত ওপৰত তেওঁলোকে প্ৰশ্ন চিহ্নও তুলিছে। কিন্তু ঈশ্বৰে আকৌ এবাৰ সুবিধা দিছে। আপোনাৰ চৰিত্ৰ জনসাধাৰণৰ চকুত নিকা কৰি ৰাখিবলৈ ঈশ্বৰে আকৌ এবাৰ সুবিধা দিছে। এইয়াই সুযোগ। ইয়াক হাতৰ পৰা যাব দিলে মুৰ্খামীহে হ'ব।

দুষ্যন্ত ঃ কিন্তু?

মাধব্য ঃ আপোনাৰ দোমোজা মই উপলব্ধি কৰিছোঁ। কিন্তু সুযোগ বাৰে বাৰে নাহে-আগতেও এবাৰ আপুনি ভুল কৰিছে। তেতিয়াও মই আপোনাক সোঁৱৰাই দিছিলোঁ-ক্ষণিক উত্তেজনাত যি কোনো সিদ্ধান্ত নল'ব। তথাপিও আপুনি শকুন্তলাক বিবাহ কৰাইছিল, কথা দিছিল তেওঁৰ সন্তানেই হ'ব আপোনাৰ উত্তৰাধিকাৰী।

দুষ্যন্ত ঃ সোঁৱৰাই দিয়াৰ প্ৰয়োজন নাই মাধব্য। সম্ভাৱনীয় সকলো ঘটনা পূৰ্বানুমান কৰিও শকুন্তলাৰ প্ৰেমত মতলীয়া হৈছিলোঁ। কিন্তু ৰাজধানীলৈ উভতি অহাৰ পাছতহে ভালদৰে উপলব্ধি কৰিলোঁ যে মই এটা ভয়ংকৰ ভুল কৰিছোঁ। শকুন্তলা মোৰ সন্তানৰ

মাতৃ হ'লেও লোক-সমাজৰ আগত শকুন্তলাক যে স্বীকাৰ কৰাতো সম্ভৱ নহ'ব সেয়া মই ভালদৰে উপলব্ধি কৰিছোঁ। এই কাৰণেই কণ্বমুনিৰ বাৰ্তা পোৱাৰ পাছতো শকুন্তলাক ৰাজ অন্তেষপুৰলৈ আনিবলৈ কোনো প্ৰয়াস কৰা নাছিলো।

মাধব্য ঃ এইয়াই সুবৰ্ণ সুযোগ-বৈখানসৰ কথাকে ঢাল হিচাপে ব্যৱহাৰ কৰক। আপুনি এতিয়া শকুন্তলাক পত্নী হিচাপে স্বীকাৰ নকৰিলেও সমাজে আপোনাক দোষী কৰিব নোৱাৰে। সমাজৰ চকুত আপুনি সৰ্বগুণী আছিল আৰু হৈয়েই থাকিব। সাপো মাৰিব লাঠিও নাভাঙিব।

**(পট পৰে)**

## উনবিংশতিতম দৃশ্য

(ৰজা দুষ্যন্তৰ ৰাজপ্ৰসাদৰ পৰা কিছু নিলগত-এটি পথৰ দাঁতিত।)

বৈখানস ঃ (উচ্চস্বৰত হাঁহে) ইমানদিনে প্ৰতিশোধৰ জুইয়ে চাৰখাৰ কৰি পেলোৱা মোৰ হৃদয়খন আজিহে শাত পৰিল। মোৰ অ'ত দিনৰ সাধনাৰ সফলতা আজি মোৰ চকুৰ আগত। মই জানো- শকুন্তলাৰ সন্তানৰ পিতৃ কোন? ৰজা দুষ্যন্তই হৈছে শকুন্তলাৰ সন্তানৰ পিতৃ। চন্দ্ৰটোত দাগ আছে, কিন্তু শকুন্তলাৰ চৰিত্ৰত যে কোনো দাগ নাই তাক মই ভালদৰে জানো। আৰু সেইবাবেই শকুন্তলাৰ চৰিত্ৰত কালিমা সানিবলৈ ৰজা দুষ্যন্তৰ মনত সন্দেহৰ বীজ ৰোপণ কৰিলোঁ। এনে ভাবে ৰোপণ কৰিলো যে ৰজা মোৰ কথাত পতিয়ন যাবলৈ বাধ্য হ'ল। এতিয়া লাহে লাহে ৰজাৰ মনত সন্দেহৰ বীজ অংকুৰিত হ'ব। আৰু সেই সন্দেহৰ বীজে নিমিষতে ধ্বংস কৰিব শকুন্তলাৰ সমস্ত সপোন-যি সপোনত মতলীয়া হৈ শকুন্তলাই বাৰে বাৰে পদাঘাত কৰিছিল মোৰ পুৰুষত্বক। যুগ যুগ ধৰি ৰজা, প্ৰজা আৰু সমাজে শকুন্তলাৰ

চৰিত্ৰক প্ৰশ্ন কৰিব। এনে প্ৰশ্ন কৰিব যি প্ৰশ্নৰ উত্তৰ নাথাকিব তাইৰ হাতত। সমাজে চৰিত্ৰহীনা বুলি ঘৃণা কৰিব। শকুন্তলা-মোৰ পুৰুষত্বক পদাঘাত কৰ, মোৰ প্ৰেমক প্ৰত্যাখ্যান কৰ, তাৰেই প্ৰতিশোধ ল'লোঁ। এতিয়া মোৰ প্ৰতিশোধৰ জুইয়ে ভস্ম কৰিব তোৰ সকলো বিশ্বাস-যি বিশ্বাসে মতলীয়া কৰিছিল তোক। আজি সেই বিশ্বাসে শেল এডাল হৈ ফালি চিঙি চিৰা-চিৰ কৰিব তোৰ হৃদয়। মোক-মোৰ পুৰুষত্বক কৰা অপমানৰ প্ৰতিশোধ এইয়া। কাৰো সাধ্য নাই মোৰ এই প্ৰতিশোধৰ অগনি নিৰ্বাপিত কৰিবলৈ। আজিহে মই তৃপ্ত-তৃপ্ত। (উচ্চস্বৰত হাঁহে)

**(পট পৰে)**

## বিংশতিতম দৃশ্য

(কণ্বমুনিৰ আশ্ৰম। কণ্বমুনি ধ্যানত থাকে)
(গৌতমীৰ প্ৰৱেশ)

গৌতমী ঃ প্ৰণাম গুৰুদেৱ। (কণ্বই আশীৰ্বাদৰ ভংগী কৰে)

কণ্ব ঃ আয়ুস্মান ভৱ।

গৌতমী ঃ মোক কিয় স্মৰণ কৰিছিল গুৰুদেৱ? যদি মই ভুল কৰা নাই, তেন্তে মই লক্ষ্য কৰিছোঁ, কিবা এটা কথাৰ বাবে যেন আপুনি বৰ বিব্ৰতহৈ আছে।

কণ্ব ঃ আজি দুই পযেকেই হ'ল। মহাৰাজ দুষ্যন্তৰ কোনো সংবাদ নাই। ইফালে শকুন্তলা সন্তানসম্ভৱা। গন্ধৰ্ব বিবাহ প্ৰথাৰে সন্তান লাভ কৰা মাতৃয়ে স্বামী গৃহত নহৈ পিতৃ গৃহত সন্তান প্ৰসৱ কৰাটো কিমান যুক্তি সংগত? শকুন্তলাই পিতৃ গৃহত সন্তান প্ৰসৱ কৰিলে সমাজে শকুন্তলাকহে দুঃচৰিত্ৰা বুলি অভিহিত কৰিব। আৰু যদি দুষ্যন্তই শকুন্তলাৰ সন্তানক পিতৃৰ পৰিচয় নিদিয়ে তেতিয়া কি হ'ব? মেনকাৰ পাছত মই অন্য এগৰাকী মেনকাৰ কথা কল্পনাই কৰিব নোৱাৰোঁ। এতিয়া কি কৰা উচিত?

গৌতমী ঃ আপোনাৰ কথাৰ যুক্তি আছে-গন্ধৰ্ব ৰীতিৰে বিবাহ হ’লেও তাই পিতৃ গৃহত সন্তান প্ৰসৱ কৰিলে সমাজে তাইলৈহে আঙুলিয়াব-দুষ্যন্তলৈ নহয়। কিন্তু এই সময়ত পিতৃ হিচাপে আপোনাতকৈ অধিক আন কোনেও শকুন্তলাৰ উচিত চিন্তা কৰিব নোৱাৰে। এই সময়ত আপুনি যি বিবেচনা কৰে তাকেই কৰিবলৈ আমি সাজু।

কণ্ব ঃ মই শকুন্তলাৰ ধৰ্ম পিতা হ’লেও আপুনিহে শকুন্তলাক সৰুৰে পৰা তুলি-তালি ডাঙৰ কৰিলে। তেনেস্থলত আপোনাৰ সিদ্ধান্ত অধিক নিৰ্ভুল হ’ব বুলি মোৰ মনে কয়।

গৌতমী ঃ তেন্তে এই মুহূৰ্তত মোৰ মনলৈ এটাই কথা আহিছে। আমি আমাৰ বাৰ্তা প্ৰেৰণ কৰাৰ পাছতো যেতিয়া মহাৰাজৰ পৰা কোনো সংবাদ লাভ নকৰিলো তেনেস্থলত শকুন্তলাই নিজেই তাইৰ অধিকাৰ সাব্যস্ত কৰাটো উচিত।

কণ্ব ঃ তেন্তে বিলম্ব কিহৰ-শীঘ্ৰে হস্তিনাপুৰ মুখে ৰাওনা হোৱাটো উচিত।

**(পট পৰে)**

## একবিংশতিতম দৃশ্য

(তপোবন-অনুসূয়া আৰু প্ৰিয়ম্বদাই ফুলনিত নিৰৱে কাম কৰি থাকে। মাজে সময়ে দুয়ো-দুয়োকে চায়। কিছু সময়ৰ পাছত।)

প্ৰিয়ম্বদা ঃ সখী-আজিহে অনুভৱ হৈছে-সখী শকুন্তলাৰ অবিহনে আমি একেবাৰে শূন্য। আমাৰ জীৱনত যেন কোনো সজীৱতা নাই। চোৱাচোন যি তপোবনত আমি সময়ৰ পাছত সময় অতিবাহিত কৰাৰ পাছতো একোৰে উমান পোৱা নাছিলো আজি সখী শকুন্তলাৰ অবিহনে সময়খিনি নাযায় নোপোৱাই যেন লাগিছে।

অনুসূয়া ঃ তুমি মোৰ মনৰ কথা কৈছা। আশ্ৰমৰ যিবোৰ ক্ষুদ্ৰ ক্ষুদ্ৰ বস্তুত এটা সময়ত আমি লাভ কৰিছিলোঁ অসীম আনন্দ, আজি সেই একেই বস্তুবোৰ সখীৰ অবিহনে হৈ পৰিছে নিৰ্জীৱ। মোৰ এনে

লাগিছে-যেন এই আশ্ৰমখনত এতিয়া আশ্ৰমখনৰ শৰীৰটোহে আছে-আত্মাটো সখীৰ লগতে গ'ল।

প্ৰিয়ম্বদা ঃ মাজে সময়ে কেনে লাগে জানা— সখী যেন আকৌ উভতি আহি মাত লগাব আমাক। আগৰ দৰে আমাৰ লগত সময় অতিবাহিত কৰক।

অনুসূয়া ঃ ইমান স্বাৰ্থপৰ নহ'বা সখী। আমাৰ কাষত সখী থাকিলে আমি সুখী হ'ম সঁচা- কিন্তু সখীৰো নিজা বুলি কোৱা এটা সপোন আছে-জীৱন আছে। আমাৰ সুখৰ বাবে জানো তাক তেওঁ পৰিত্যাগ কৰাতো উচিত হ'ব।

প্ৰিয়ম্বদা ঃ তুমি ঠিকেই কৈছা-আমি এনেদৰে মন মাৰি থকা বুলি জানিলে সখীয়েহে বেজাৰ পাব। নিজৰ বাবে নহ'লেও সখীৰ বাবে আমি সুখী হৈ থাকিব লাগিব।

অনুসূয়া ঃ কিন্তু কিবা এটা শংকাই বাৰে বাৰে আমনি কৰিছে মোক। ৰাজ অন্তেষপুৰত সখীক সকলোৱে আদৰি লৈছেনে? আন প্ৰজাবোৰে আশ্ৰমবাসী বুলি সখীক উপহাস কৰা নাইতো?

প্ৰিয়ম্বদা ঃ মই আগতেই কৈছো-এনেবোৰ অবান্তৰ প্ৰশ্ন মনলৈ নানিবা। মহাৰাজ দুষ্যন্তৰ বিবাহিতা পত্নী হৈছে সখী-কাৰ সাধ্য আছে সখীক উপহাস কৰিবলৈ। তাতে আমিওটো মহাৰাজে সখীৰ পাণি গ্ৰহণ কৰাটো কামনা কৰিছিলোঁ। মোৰ মনে কয়-সখীক মহাৰাজে সকলোতকৈ অধিক স্নেহ দিব।

অনুসূয়া ঃ তুমি কোৱাৰ দৰেই হওক। মোৰ মনৰ শংকা ভুল বুলি পৰিণত হওক। এতিয়া পিতাহঁত সোনকালে উভতি আহি আমাক শুভ-সংবাদ দিলেই হ'ল আৰু।

**(পট পৰে)**

## দ্বাবিংশতিতম দৃশ্য

(হস্তিনাপুৰ-ৰজা দুষ্যন্তৰ ৰাজপ্ৰসাদ)

দুষ্যন্ত ঃ আপোনাৰ দৰ্শন লাভ কৰি মই অতিশয় আনন্দিত। কিন্তু আপোনালোকে মোক যি অনুৰোধ কৰিছে তাক স্বীকাৰ কৰিবলৈ মই অপাৰগ।

কণ্ব ঃ এইয়া কি কৈছে আপুনি?

দুষ্যন্ত ঃ সঁচা কৈছোঁ মই। আপোনালোক আশ্ৰমবাসী বুলিয়েই ইমান সময়ে সকলো সহ্য কৰি আছোঁ। মোৰ আৰু ধৈৰ্য্যৰ পৰীক্ষা নল'ব।

কণ্ব ঃ কি ধৈৰ্য্যৰ পৰীক্ষা কথা কৈছে। আপোনাৰ গা এৰা মনোভাৱ দেখি মোৰ এনে লাগিছে-আমি নহয় যেন আপুনিহে আমাৰ ধৈৰ্য্যৰ পৰীক্ষা লৈছে। মোৰ পুত্ৰী এতিয়া সন্তানসম্ভৱা আৰু আপুনি তাইক পত্নী হিচাপে স্বীকাৰ কৰিবলৈ অস্বীকাৰ কৰিছে।

মাধব্য ঃ আপোনাৰ পুত্ৰীৰ গৰ্ভত থকা সন্তান যে মহাৰাজ দুষ্যন্তৰ তাৰ জানো কিবা প্ৰমাণ আছে?

কণ্ব ঃ কি কৈছে আপুনি? কি প্ৰমাণ লাগে আপোনাক। আমাক বাৰে বাৰে এনেদৰে প্ৰমাণ বিচৰাতো আপোনাৰ উচিত হৈছেনে? আপোনাৰ মতিভ্ৰম হোৱা নাইতো। (দুষ্যন্তক) মহাৰাজ...

দুষ্যন্ত ঃ মাধব্যই মোৰ মনৰ কথাকে কৈছে।

কণ্ব ঃ (আচৰিত হৈ) মহাৰাজ-ঐশ্বৰ্য্যৰ উন্মাদনাই আপোনাৰ মনত সৃষ্টি কৰা নাইনে এনে বিকাৰৰ?

মাধব্য ঃ (উপহাস কৰি) এনেদৰে মহাৰাজক অপমান কৰাৰ আগতে প্ৰথমে আপুনি সুনিশ্চিত কৰক-কাৰ সন্তান আছে আপোনাৰ পুত্ৰীৰ গৰ্ভত?

কণ্ব ঃ মোৰ পুত্ৰী আৰু তাইৰ গৰ্ভৰ সন্তানক আৰু অপমাণিত নকৰিব। (শকুন্তলাক আঙুলিয়াই) চাওক-আপোনাৰ বিৰহত কেনেকৈ নিস্তেজ হৈ পৰিছে তাই।

দুষ্যন্ত ঃ আস-মোৰ নে তেওঁৰ গৰ্ভত থকা সন্তানৰ পিতৃৰ বিৰহত?

শকুন্তলা ঃ (উত্তেজিত হৈ) বন্ধ কৰক-আৰু কিমান কৰিব মোক আৰু মোৰ প্ৰেমক অপমান।

মাধৱ্য ঃ কিহৰ অপমান? মহাৰাজৰ চৰিত্ৰত বোকা ছাই লেপি ধন-সম্পত্তি নিজৰ কৰাৰ এইয়া চক্ৰান্ত নহয়তো?

শকুন্তলা ঃ কিহৰ ধন-সম্পত্তি-কি লালসা-ৰাজভোগৰ? ৰাজভোগৰ প্ৰতি মোৰ কোনো লালসা নাই। মোৰ চিন্তা মাত্ৰ মোৰ আহিবলগীয়া সন্তানটোৰ প্ৰতিহে-তাৰ অধিকাৰৰ প্ৰতিহে।

দুষ্যন্ত ঃ যদি তোমাৰ সন্তানৰ প্ৰতি ইমানেই দায়িত্ববোধ আছে তেন্তে এনে কিয় কৰিলা?

শকুন্তলা ঃ কিহৰ কথা কৈছে?

দুষ্যন্ত ঃ বৈখানসে মোক সকলো বিৰৰি কৈছে। সকলো কথা জানিও এতিয়াও মই সকলো সহ্য কৰি আছোঁ কেৱল আশ্ৰমবাসী বুলিহে।

শকুন্তলা ঃ কিন্তু-কিহৰ কথা কৈছে?

মাধৱ্য ঃ এতিয়া সকলো জানিও নজনাৰ অভিনয় কৰিছে।

দুষ্যন্ত ঃ চৰিত্ৰহীন মানুহৰ কোনো লাজ-সন্মান নাই মাধৱ্য।

কণ্ব ঃ (উত্তেজিত হৈ) দুষ্যন্ত।

দুষ্যন্ত ঃ উত্তেজিত নহ'ব মুনিবৰ। ক্ৰোধে আশ্ৰমবাসীক শোভা নিদিয়ে। তথাপিও যদি ক্ৰোধ সম্বৰণ কৰিব নোৱাৰে তেন্তে মোক নহয়-আপোনাৰ পুত্ৰীক কৰক। হয়-মই গন্ধৰ্ব ৰীতিৰে আপোনাৰ পুত্ৰীক বিবাহ কৰোৱাটো সঁচা। কিন্তু ইয়াৰ অৰ্থ এইয়া নহয় যে মই শকুন্তলাৰ সন্তানৰ পিতৃ।

কণ্ব ঃ আপুনি কি ক'ব বিচাৰিছে মহাৰাজ?

দুষ্যন্ত ঃ মই ঠিকেই কৈছো। মই শকুন্তলাৰ সন্তানৰ পিতৃ নহয়। মই আপোনাৰ আশ্ৰম ত্যাগ কৰাৰ পিছত শকুন্তলা পৰ পুৰুষৰ প্ৰতিহে অনুৰক্ত হৈ সন্তানসম্ভৱা হৈছে।

শকুন্তলা ঃ কোনে ক'লে-এইয়া সম্পূৰ্ণ মিছা।

দুষ্যন্ত ঃ বৈখানসে মোক সকলো বিৰৰি কৈছে।

শকুন্তলা ঃ বৈখানসে আপোনাক কি কৈছে তাক মই নাজানো। কিন্তু মোৰ

কথা নুশুনাকৈ তেওঁৰ কথাকে কিয় সত্য বুলি বিবেচনা কৰিছে?

দুষ্যন্ত ঃ নিজক পবিত্ৰ বুলি প্ৰমাণ কৰিবলৈ মোৰ চৰিত্ৰত আৰু কিমান কালিমা সানিবা?

শকুন্তলা ঃ মই আপোনাৰ চৰিত্ৰত কালিমা সানিব বিচৰা নাই। কিন্তু জানিব বিচাৰিছোঁ- মাত্ৰ এজন মানুহৰ মনে সজা এটা কাহিনীয়েই নেকি মোৰ চৰিত্ৰৰ প্ৰমাণ? মই ইমানেই অবিশ্বাসী, নে আমাৰ প্ৰেম ইমানেই ঠুনুকা আছিল যে মোৰ ওপৰত থকা আপোনাৰ অগাধ বিশ্বাস সেই মিছা প্ৰৱঞ্চক বৈখানসৰ চক্ৰান্তত এক পলকত হেৰাই গ'ল।

কণ্ব ঃ যদি শকুন্তলাই মিছা কৈছে তেন্তে এইটো কি? (শকুন্তলাই দুষ্যন্তৰ নাম খোদিত থকা আঙুঠিটো পিন্ধি থকা আঙুলিটোলৈ আঙুলিয়াই)। এই আঙুঠিটো জানো আপুনি আপোনাৰ প্ৰেমৰ চিন স্বৰূপে শকুন্তলাক দি অহা নাছিল?

মাধৱ্য ঃ মহাৰাজ এই সমস্ত ভূ-ভাৰতৰ অধিকৰ্তা। ৰজা হিচাপে তেওঁ বহুতকে এনেকুৱা আঙুঠি, হাৰ উপহাৰ দিয়ে। কিন্তু ইয়াৰ অৰ্থ এইটো নহয় যে তেনেকুৱা উপহাৰ পোৱা প্ৰতি গৰাকী ব্যক্তিকে তেওঁ নিজৰ অৰ্ধাংগিনী হিচাপে স্বীকাৰ কৰিব লাগিব।

দুষ্যন্ত ঃ মাধৱ্যই মোৰ মনৰ কথাকে কৈছে।

শকুন্তলা ঃ আপুনি প্ৰকৃত সত্যৰ উমান নোলোৱাকৈ মোৰ চৰিত্ৰত প্ৰশ্ন চিহ্ন তুলিছে। প্ৰকৃত সত্য কি জানে আপুনি-নাজানে। মই কওঁ শুনক-বৈখানস মোৰ প্ৰেমত বলিয়া আছিল। কিন্তু আপোনাক মোৰ সকলো সঁপিলো বাবে বাৰে বাৰে প্ৰত্যাখ্যান কৰিছিলোঁ তেওঁৰ প্ৰেমক। বৈখানসে যে তেওঁৰ প্ৰেমক প্ৰত্যাখ্যান কৰাৰ বাবে মোৰ ওপৰত পোটক ল'বলৈ আপোনাক মনে সজা কাহিনী শুনাইছিল তাক মই বুজিছোঁ। কিন্তু আপুনি? যি সময়ত মোক সবাতোতকৈ প্ৰয়োজন আছিল স্বামীৰ নিৰাপত্তা-সেই সময়ত প্ৰকৃত সত্যৰ উমান নোলোৱাকৈ এজন মানুহৰ মিছা কথা বাবে আপুনি মোৰ চৰিত্ৰৰ ওপৰত প্ৰশ্ন কৰিছে- এইয়াই আছিল নেকি আপোনাৰ প্ৰেমৰ গভীৰতা?

দুষ্যন্ত ঃ তোমাৰ কোনো কথাই মোক পতিয়ন নিয়াব নোৱাৰে। এনেবোৰ কথাই তোমাৰ সতীত্বক প্ৰমাণ কৰিব নোৱাৰে।

শকুন্তলা ঃ মই মোৰ সতীত্বৰ প্ৰমাণ দিব লাগে-আৰু বহু কেইজনী নাৰীৰ সৈতে সম্পৰ্ক থাকিলেও পুৰুষ সদায় সৰ্বগুণী, চৰিত্ৰবান। ধিক্কাৰ তেনে চৰিত্ৰৰ-তেনে নিয়মৰ। যি নিয়ম পুৰুষ-মহিলাৰ বাবে সমান নহয় তেনে নিয়মক দলিয়াই উচিত।

দুষ্যন্ত ঃ শকুন্তলা-সীমা উলংঘন নকৰিবা।

শকুন্তলা ঃ কি সীমাৰ কথা কৈছে- যি সীমাই নাৰীক কথা ক'বলৈ বাধা দিয়ে। যি সীমাই নাৰীক প্ৰতিবাদৰ কণ্ঠৰোধ কৰে- যি সীমাই নাৰীক শোষিত হ'বলৈ বাধ্য কৰে। তেনে সীমাক মই বিশ্বাস নকৰোঁ। এনে সীমাৰ বাবে নাৰী যুগে যুগে লাঞ্ছিতা হৈ আছে আৰু এনে সীমা থকালৈ নাৰী লাঞ্ছিত হৈ থাকিব। কিন্তু তাৰ লগতে এইটোও পাহৰি নাযাব-নাৰী যেনেদৰে ফুলৰ দৰে কোমল ঠিক তেনেদৰে সিংহৰ দৰে শক্তিশালীও। মই এইটোও জানো এদিন আপুনি আপোনাৰ ভুলক উপলব্ধি কৰিব আৰু আপুনি আকৌ মোৰ ওচৰলৈ আহিব।

দুষ্যন্ত ঃ তুমি কি প্ৰমাণ কৰিব বিচাৰিছা-যিমানেই চেষ্টা নকৰা কিয় মই তোমাক পত্নী হিচাপে স্বীকাৰ নকৰোঁ। স্বীকাৰ কৰিব নোৱাৰোঁ।

শকুন্তলা ঃ আপুনি মোক কি অস্বীকাৰ কৰিব। মইহে এনে এজন পুৰুষক নিজৰ স্বামী হিচাপে স্বীকাৰ নকৰোঁ যাৰ ওচৰত পত্নীৰ বিশ্বাসৰ কোনো মূল্য নাই-প্ৰেমৰ কোনো মূল্য নাই। আপুনি নহয় মহাৰাজ-আজি এই মুহূৰ্তত মইহে আপোনাক মোৰ স্বামী হিচাপে অস্বীকাৰ কৰিছোঁ।

**(পট পৰে)**

**সমাপ্ত**

## সমল গ্ৰন্থ

(অসমীয়া গ্ৰন্থ)

- থানেশ্বৰ শৰ্মা, মহাকবি কালিদাসৰ অভিজ্ঞানশাকুন্তলম-এক সমীক্ষা, গুৱাহাটী, চন্দ্ৰপ্ৰকাশ, ২০১২
- নীৰাজনা মহন্ত বেজবৰা, মহাকবি কালিদাসৰ অমৰ সৃষ্টি অভিজ্ঞানশাকুন্তলম, ডিব্ৰুগড় বনলতা, ২০০২
- বিষ্ণু প্ৰসাদ ৰাভা, “শকুন্তলা” যোগেশ দাস (সম্পাদিত), বিষ্ণু প্ৰসাদ ৰাভা ৰচনা সম্ভাৰ (প্ৰথম খণ্ড), (পৃষ্ঠা ২৮৩-৩০৭ ) তেজপুৰ ঃ ৰাভা ৰচনাৱলী প্ৰকাশন সংঘ, ১৯৮৯
- মহেন্দ্ৰ তামুলী, অষ্টাদশপৰ্ব-মহাভাৰত, ধেমাজি, কিৰণ প্ৰকাশন, ২০১২

(ইংৰাজী গ্ৰন্থ)

- Nirmal Dalela, Female minor characters in the dramas of Kalidasa. Aligarh: An unpublished PhD Thesis submitted to Aligarh Muslim University, 1979
- Tripti Mund. Kalidasa's Shakuntala and the Doctrine of Rasa. Berhampur. An unpublished dissertation of Master of Philosophy submitted to Department of English, Berhampur University Berhampur, 2003
- Ryder W Arthur. Kalidasa Shakuntala. Cambridge: in parentheses Publications, 1999
- Chandra Rajan. Kalidasa. The Loom of Time: A Selection of His Plays and Poems. New Delhi: Penguin Books (India), 1990
- Romila Thapar. Sakuntala: Texts, Readings, Histories. New Delhi: Kali for Women, 1999

# ১৬৭১
## (ঐতিহাসিক নাটক)

### নাট্যকাৰৰ একলম

ঐতিহাসিক নাট্য পৰম্পৰা আধুনিক অসমীয়া নাট্য আন্দোলনৰ এটি পুৰণি পৰম্পৰা। বৃটিছ শাসনৰ ফলত উদ্ভৱ হোৱা জাতীয় চেতনা, স্বদেশ প্ৰীতি আৰু অতীতৰ প্ৰতি শ্ৰদ্ধাশীল মনোভাৱৰ ফলত অসমীয়া নাট্যকাৰে ঐতিহাসিক নাট লিখিবলৈ ল'লে। বিংশ শতাব্দীৰ প্ৰথম দশকৰ পৰা আধুনিক অসমীয়া ঐতিহাসিক নাট্য পৰম্পৰা আৰম্ভ হয়।

প্ৰথম অৱস্থাত ঐতিহাসিক নাটকসমূহত সংলাপ লিখিবলৈ নাট্যকাৰসকলে পদ্য ব্যৱহাৰ কৰিছিল। এনেধৰণৰ নাটসমূহত গৌৰৱময় অতীতক চিত্ৰিত কৰাটো পৰিলক্ষিত হয়। এই পদ্ধতিৰ জৰিয়তে নাট্যকাৰ সকলে বৰ্তমান প্ৰজন্মক অতীতৰ বীৰ-বীৰাংগনা সকলৰ বীৰত্ব, ত্যাগ আদিৰ ওপৰত আভাস দি তেওঁলোকক দেশমাতৃৰ প্ৰতি সমৰ্পিত হ'বলৈ অনুপ্ৰেৰণা যোগাবলৈ চেষ্টা কৰে। এইদৰে ঐতিহাসিক নাটবোৰে সাধাৰণ জনসাধাৰণক তেওঁলোকৰ সামাজিক আৰু ৰাজনৈতিক সমস্যাৰ প্ৰতি পুনৰ জাগৰণ কৰাত অৰিহণা যোগাই।

অসমীয়া ভাষাৰ প্ৰথমখন ঐতিহাসিক নাটক হৈছে পদ্মনাথ গোহাঁই বৰুৱাৰ জয়মতী (১৯০০)। ইয়াৰ উপৰিও তেওঁ আৰু তিনিখন ঐতিহাসিক নাট ক্ৰমে গদাধৰ (১৯০৭), সাধনী (১৯১১) আৰু লাচিত বৰফুকন (১৯১৬) ৰচনা কৰি অসমীয়া ঐতিহাসিক নাটকৰ ভঁড়াল চহকী কৰি থৈ গৈছে। প্ৰাৰম্ভিক সময়ত অসমীয়া ভাষাৰ আন আন গুৰুত্বপূৰ্ণ ঐতিহাসিক নাটকসমূহ হ'ল লক্ষ্মীনাথ বেজবৰুৱাৰ চক্ৰধ্বজ সিংহ (১৯১৫), জয়মতী কুঁৱৰী (১৯১৫), বেলিমাৰ (১৯১৫), গদাধৰ ৰজা (১৯১৮), শৈল্যধৰ ৰাজখোৱাৰ বিদ্যাপতি

(১৯১৮), প্ৰতাপ সিংহ (১৯২৬), ৰাধানাথ সন্দিকৈৰ মূলা গাভৰু (১৯২৪), নকুল চন্দ্ৰ ভূএগ্ৰাৰ বদন বৰফুকন (১৯২৭), চন্দ্ৰকান্ত সিংহ (১৯৩১) আৰু বিদ্ৰোহী মৰাণ (১৯৩৮), দণ্ডীনাথ কলিতাৰ সতীৰ তেজ (১৯৩১), প্ৰসন্নলাল চৌধুৰীৰ নীলাম্বৰ (১৯৩৩), দৈৱচন্দ্ৰ তালুকদাৰৰ অসম প্ৰতিভা (১৯২৪), বামুণী কোঁৱৰ (১৯২৯), হৰদত্ত (১৯৩৫), অতুল চন্দ্ৰ হাজৰিকাৰ ছাত্ৰপতি শিৱাজী (১৯২৭), কণৌজ কোঁৱৰী (১৯৩৩), পজিৰুদ্দিন আহমেদৰ গুলেনাৰ (১৯২৪) আৰু সিন্ধু বিজয় (১৯২৮) আদি।

স্বাধীনতাৰ পিছৰ উল্লেখযোগ্য ঐতিহাসিক অসমীয়া নাটকসমূহ হ'ল নগাঁও নাট্য সমিতিৰ পিয়লী ফুকন (১৯৪৮), প্ৰবীণ ফুকনৰ মণিৰাম দেৱান (১৯৪৮), লাচিত বৰফুকন (১৯৪৮), সুৰেণ শইকীয়াৰ কুশল কোঁৱৰ (১৯৪৯), দৈৱচন্দ্ৰ তালুকদাৰৰ ভাস্কৰ বৰ্মা (১৯৫২), অতুল চন্দ্ৰ হাজৰিকাৰ বীৰাংগনা (১৯৫২) আৰু টিকেন্দ্ৰজিৎ (১৯৫৯), কমলানন্দ ভট্টাচাৰ্যৰ নগাকোঁৱৰ (১৯৫৩), চৈয়দ আব্দুল মালিকৰ ৰাজদ্ৰোহী (১৯৫৬), প্ৰদীপ শইকীয়াৰ লাচিত বৰফুকন (১৯৮৭) ইত্যাদি।

অসমীয়া সমাজ গঠন প্ৰক্ৰিয়াত লাচিত বৰফুকনৰ অৱদানৰ বিষয়ে ইতিমধ্যে বহু পণ্ডিতে আলোচনা কৰিছে বাবেই লাচিত বৰফুকনক পুনৰাই নিৰীক্ষণ কৰাটো সহজ নহয়। যদিও মই ইতিহাসৰ ছাত্ৰ আছিলো আৰু তেওঁক শৈক্ষিক পাঠ্যক্ৰমত অধ্যয়ন কৰাৰ পিছতো লাচিত বৰফুকনক বুজিবলৈ মোৰ কেইবাবছৰো লাগিছিল। ইতিহাসৰ পটভূমিত ৰচিত নাট '১৬৭১'ৰ বেছিভাগ চৰিত্ৰই ঐতিহাসিক চৰিত্ৰ। সেই অনুসৰি বিভিন্ন চৰিত্ৰৰ দুই-এটা সংলাপ বিভিন্ন উৎসৰ পৰা লোৱা হৈছে যদিও বেছি ভাগ সংলাপ নাট্যকাৰৰ মৌলিক সৃষ্টি।

অৱশ্যে লাচিত বৰফুকনৰ জাতীয় ভাৱনা, দায়বদ্ধতাৰ আৰু কৰ্তব্যনিষ্ঠাৰ চূড়ান্ত ভিত্তিত এই নাটখন ৰচিত হ'লেও এই নাটখনত লাচিত বৰফুকনৰ ভিন্ন মানৱীয় স্বৰূপ বৈচিত্ৰ্যবোধক পৰিলক্ষিত কৰিবলৈ চেষ্টা কৰা হৈছে। ভিন্নস্বাদী ৰূপত নাটখনিত ইতিহাসৰ বিষয়বস্তুক উপস্থাপন কৰিলেও নাটখনিত অৱশ্যে লাচিত বৰফুকনৰ মহৎ কৰ্মৰাজিক লাঘৱ কৰা হোৱা নাই।

## চৰিত্ৰ

**(পুৰুষ চৰিত্ৰ)**
১) চক্ৰধ্বজ সিংহ
২) আতন বুঢ়াগোহাঁই
৩) বৰগোহাঁই
৪) বৰপাত্ৰ গোহাঁই
৫) লাচিত বৰফুকন
৬) আওৰঙ্গজেব
৭) ৰামসিংহ
৮) আহোম কটকী
৯) মোগল কটকী
১০) আহোম দুৰৰী
১১) গণক
১২) মোমাই
১৩) আহোম সেনা
১৪) মোগল সেনা

**(মহিলা চৰিত্ৰ)**
১) পাহী গাভৰু
২) বাইজী

**(শিশু চৰিত্ৰ)**
১) লাচিত (কিশোৰ)

**(নেপথ্য চৰিত্ৰ)**
১) নাৰৰীয়া (সাউদ)

## প্ৰস্তাৱনা দৃশ্য

(মোমাই তামুলীৰ ঘৰ-লাচিতে (কিশোৰ) ঘৰৰ সন্মুখত অকলে খেলি থাকে)

(পাহীয়ে ঘৰৰ ভিতৰৰ পৰা লাচিতক মাতি মাতি ওলাই আহে)

পাহী ঃ সৰু বোপা- লাচিত।

লাচিত ঃ (কিশোৰ)- কি হ'ল বাইটি?

পাহী ঃ জলপান দিছোঁ। আহ-খায় ল'হি আহ।

লাচিত ঃ (কিশোৰ)-খাম ৰ।

পাহী ঃ আহ আকৌ।

লাচিত ঃ (কিশোৰ)- মই খাম বাৰু-কিন্তু তই মোক কি দিবি?

পাহী ঃ কি লাগে তোক?

লাচিত ঃ (কিশোৰ)- মোৰ লগত খেলিব লাগিব-হ'ব?

পাহী ঃ খেলিম আহ-প্ৰথমে খাই ল'হি।

লাচিত ঃ (কিশোৰ)-নহ'ব-প্ৰথমে খেলিব লাগিব। তাৰ পাছত খাম।

পাহী ঃ তোৰ লগত আৰু নোৱাৰি।

লাচিত ঃ (কিশোৰ)-তই নো আৰু কেইদিন আমাৰ লগত থাকিবি। কেইদিনমানৰ পাছত দেখোন স্বৰ্গদেউ জয়ধ্বজ সিংহৰ ৰাণী হৈ গুচি যাবি, তেতিয়াতো আৰু মই তোৰ লগত খেলিব নাপাম।

পাহী ঃ (লাচিতক সাৱটি ধৰি) চাওঁ মোৰ ধনটো-নাকান্দিবিচোন। মোৰ বিবাহ হ'লেও মই সদায় আহি থাকিম নহয়। তই এতিয়া নাকান্দিবিচোন। তই কান্দিলে মোৰ বৰ দুখ লাগে। আহ-খেলিম আহ।

(লাচিত (কিশোৰ)ৰ ৰং লাগে। দুয়ো খেলে-কিছু সময়ৰ পাছত)

পাহী ঃ এতিয়া আহ-জলপান কেইটা খাই ল'হি।

(পাহীয়ে ভিতৰলৈ যাব বিচাৰে-লাচিতে মাতে। পাহী ৰৈ যায়)

লাচিত ঃ (কিশোৰ)-বাইটি।

পাহী ঃ কি?

লাচিত (কিশোৰ)-পিতা ক'লৈ গ'ল-পুৰাৰ পৰা দেখা নাইযে তেওঁক।

পাহী ঃ পুৰাই স্বৰ্গদেৱৰ কটকী আহিছিল। কিবা বিশেষ কামত ৰাজসভালৈ গৈছে তেওঁ।

লাচিত (কিশোৰ)- সদায় যে তেওঁ ৰাজসভালৈ যায়, কিনো কৰে তাত?

পাহী ঃ তেওঁ বৰফুকন নহয় জানো, বহুত কাম কৰিব লাগে তেওঁ।

লাচিত (কিশোৰ)- কি কাম কৰেনো?

পাহী ঃ বহুত কাম কৰে। এই ধৰ, আমাৰ ৰাজ্যখন কেনেকৈ বিদেশী শতৰুৰ পৰা ৰক্ষা কৰিব লাগে, কেনেকৈ ৰাজ্যৰ প্ৰজাবোৰৰ প্ৰতিৰক্ষাৰ ব্যৱস্থা কৰিব পাৰি আদি।

লাচিত (কিশোৰ)- আমাৰ ৰাজ্যখন কিয় বিদেশী শতৰুৰ পৰা ৰক্ষা কৰিব লাগে?

পাহী ঃ বিদেশী শতৰুৱে যদি আমাৰ ৰাজ্যখন জয় কৰে তেতিয়া আমি সিহঁতৰ কৰতলীয়া হ'ব লাগিব।

লাচিত (কিশোৰ)-কৰতলীয়া হ'লে কি হ'ব?

পাহী ঃ আমি সিহঁতৰ মতে চলিব লাগিব। সিহঁতক কৰ দিব লাগিব। সিহঁতে নিৰ্ধাৰণ কৰা চুক্তি সমূহ পালন কৰিব লাগিব। তেতিয়া আমি নিজৰ ইচ্ছা মতে একো কৰিব নোৱাৰিম।

লাচিত (কিশোৰ)-পিতাৰ কাম খুবেই বেছি নহয় বাইটি?

পাহী ঃ অ-বৰফুকন হিচাপে আমাৰ প্ৰতিৰক্ষাৰ দায়িত্ব তেওঁৰ।

লাচিত (কিশোৰ)-ময়ো ডাঙৰ হ'লে বৰফুকন হ'ম। আৰু ৰাজ্যৰ প্ৰতিৰক্ষাৰ দায়িত্ব ল'ম।

পাহী ঃ হ'ব দে সৰু বোপা-প্ৰথমে ডাঙৰ হৈ ল'চোন।

(বি.দ্ৰঃ- পৰিচালকে ইচ্ছা কৰিলে প্ৰস্তাৱনা দৃশ্যটো প্ৰদৰ্শন নকৰিলেও নাটৰ মূল কাহিনীত কোনো প্ৰভাৱ নপৰে।)

**(পট পৰে)**

## প্ৰথম দৃশ্য

(চক্ৰধ্বজ সিংহৰ গড়গাঁৱৰ ৰাজচ'ৰা)
(চক্ৰধ্বজ সিংহই আন ৰাজ-বিষয়া সকলৰ সৈতে আলোচনা কিবা কৰি আছে।)

চক্ৰধ্বজ ঃ ডাঙৰীয়া সকল।

আতন ঃ হয় স্বৰ্গদেউ।

চক্ৰধ্বজ ঃ আৰু কিমান দিন-কিমান দিন কৰতলীয়া ৰজা হিচাপে কটাব লাগিব। দেশৰ আধা অংশ বঙালৰ হাতত-কিমতে নিচিন্তে হওঁ। ঘুমতি নাহে-শান্তিৰে ভাত এগৰাহো খাব নোৱাৰোঁ।

আতন ঃ স্বৰ্গদেউ ঈশ্বৰৰ মৰ্মান্তিক বেদনা উপলব্ধি কৰিব পাৰিছোঁ কিন্তু এই সময়ত বঙালক জোকাই লোৱা মানে কদো বৰলকহে জোকাই লোৱা হ'ব।

চক্ৰধ্বজ ঃ তেন্তে আমি কি হাত সাৱটি বহি থাকিব লাগিব। ইফালে ঘিলাঝাৰী ঘাটৰ সন্ধি। সন্ধি মতে ৰাজ্যৰ আধা ভাগটো গ'লেই-তাৰ উপৰিও বঙালক বছৰি বছৰি কৰ দিব লাগে। আপোনালোকে কি ভাবে মই নাজানো-কিন্তু এনেদৰে বঙালক বছৰি বছৰি কৰ সোধাই থাকিব লাগিলে আমাৰ ৰাজ্যৰ ভঁৰালৰ তলি যে উদং হ'ব সেয়া নিশ্চিত।

বৰপাত্ৰ ঃ সৰু মুখ বৰ কথা। স্বৰ্গদেউ ঈশ্বৰ-আমি ৰণৰ পো-ৰণ জিকি আহিব পাৰিম। আপুনি মাথোঁ আদেশ কৰক, জাতিৰ অপমান বঙালৰ তেজেৰে ধুই নিকা কৰোঁ। এইবাৰ বঙালৰ মূৰৰে মুণ্ডমালা গাঁঠিম।

চক্ৰধ্বজ ঃ বৰপাত্ৰ ডাঙৰীয়াই উচিত কৈছে-বোলো আমি ৰণৰ পো-ৰণতে মাৰিম। তিৰোতাৰ আচলতে ধৰি বঙালৰ তলত কৰতলীয়া ৰজা হয় থকাত কৈ মৰি যোৱাই ভাল। এনেকৈ থাকিলে এদিন প্ৰজাই আমাক ভোজ খোৱা শিয়াল বুলিহে ক'ব।

আতন ঃ এৰা স্বৰ্গদেউ ঈশ্বৰ-পৰিতপক্ষে শতৰু বঙালক যেন আজিয়েই ধৰিম। কিন্তু বৰ্তমান ৰাজ্যৰ যিহে কঁকাল পৰা অৱস্থা-ৰাজ্যত চাউল কঠা নাই, বহা-পাবনাটো ভাল ৰূপে নাই, তেনেস্থলত বঙালক কি ৰূপে ধৰা যাব।

বৰগোহাঁই ঃ আপুনি কি ক'ব বিচাৰিছে-ডাঙৰীয়া। আমাৰ সেনাৰ বীৰ পৰাক্ৰমৰ ওপৰত আপোনাৰ ভৰষা নাই?

আতন ঃ তেনে কথা নহয় বৰগোহাঁই ডাঙৰীয়া। আমাৰ সেনাৰ পৰাক্ৰমৰ ওপৰত তিলমাত্ৰও সন্দেহ নাই। আমি বঙালক আমাৰ ৰাজ্যৰ পৰা খেদিবই লাগিব। কিন্তু এই সময় এতিয়া অনুকূল নহয়।

(আহোম দুৱৰীৰ প্ৰৱেশ)

দুৱৰী ঃ (আঁঠু লৈ) স্বৰ্গদেউ-দিল্লীৰ বাদছাহ আওৰঙ্গজেবৰ গুৱাহাটীৰ ফৌজদাৰ ৰচিদ খাঁৰ কটকীয়ে আপোনাৰ দৰ্শনৰ অনুমতি বিচাৰিছে।

চক্ৰধ্বজ ঃ আহিবলৈ দে।

দুৱৰী ঃ যি আজ্ঞা স্বৰ্গদেউ।

(দুৱৰীৰ প্ৰস্থান)

চক্ৰধ্বজ ঃ (নিজক) অসময়ত ৰচিত খাঁই আকৌ কি বাৰ্তা পঠাইছে- কিবা অপমান সূচক বাৰ্তা পঠোৱা নাইতো? মই আহোমৰ ৰজা হোৱাৰ দিন ধৰি বঙালে কিবা নহয় কিবা উপায়েৰে মোক অপমান কৰাৰ সুযোগ এৰা নাই। (বাকী ৰাজ বিষয়াক) ডাঙৰীয়া সকল এইবাৰ যদি মোৰলৈ কিবা অপমান সূচক বাৰ্তা দিছে তেন্তে মই আৰু সহ্য নকৰিম-বঙালক তাৰ প্ৰত্যুত্তৰ দিমেই।

বৰপাত্ৰ ঃ মই একমত স্বৰ্গদেউ।

(মোগল কটকীৰ প্ৰৱেশ)

মো ঃ কটকী ঃ আদাব হুজুৰ-ফৌজদাৰ ৰচিত খাঁৰ সংবাদ আছে।

(পত্ৰ এখন আগবঢ়াই দিয়ে। চক্ৰধ্বজ সিংহই মোগল কটকীক পত্ৰখন বৰগোহাঁইক দিবলৈ ইংগিত দিয়ে।)

চক্ৰধ্বজ ঃ পাঠ কৰক বৰগোহাঁই ডাঙৰীয়া।

বৰগোহাঁই ঃ যি আজ্ঞা স্বৰ্গদেউ (পত্ৰ পঢ়ে) প্ৰতি-অহম (আহোম) ৰজা চক্ৰধ্বজ সিংহ। পত্ৰৰ দ্বাৰা হুকুম দিয়া হ'ল যে ঘিলাঝাৰী ঘাটৰ চুক্তি অনুসৰি কৰতলীয়া অহমে (আহোমে) এতিয়াও বাদছাহ আওৰঙ্গজেবক অনাদায় নিদিয়া কৰখিনি জলদি (সোনকালে) আদায় দিব লাগে। য়দি (যদি) অহম (আহোম) ৰজাই এনে কৰিব নোৱাৰে তেন্তে তেওঁ সমস্ত দেচ (দেশ) মোগলক এৰি দিব লাগে। আমি অহম (আহোম) দেচৰ (দেশৰ) দায়িত্ব ল'ব (ল'ম)। এই দেচৰ (দেশৰ) চভী (সকলো) বেতী-বহুৰ (গাভৰু-বোৱাৰীৰ) দায়িত্ব ল'ব। দুখীয়া অহম (আহোম) দেচৰ (দেশৰ) বেতী-বহু (গাভৰু-বোৱাৰী) আমাৰ হেৰেমত বেগমহৈ থাকিব পাৰিব। তদুপৰি...

চক্ৰধ্বজ ঃ (আধাতে বাধা দি উত্তেজিত হৈ) ইমান অপমান। অসমীয়া জীয়ৰী-বোৱাৰীৰ প্ৰতি ইমান অমৰ্যাদীয়া ভাষা। বঙাল কটকী-তোৰ ফৌজদাৰ ৰচিদ খাঁক জনাবি এনে ধৰণৰ নিৰ্লজ্জ ভাষা প্ৰয়োগ কৰি যেন মোৰলৈ আৰু পত্ৰ নিলিখে। তেওঁৰ ৰাজ্যত ভদ্ৰতা নাথাকিব পাৰে কিন্তু আমাৰ ইয়াত অভদ্ৰতাই শুভা নাপায়। যদি ইচ্ছা কৰে আমি তেওঁক ভদ্ৰতাৰ গোটাচেৰেক পাঠ পঢ়াব পাৰো।

মোঃ কটকী ঃ আমাৰ পাব লগা পাওনা খিনি আদায় দিয়াহেঁতেন আপুনি তেওঁৰ পৰা এনে ধৰণৰ চমাচাৰ (সমাসাৰ/বাৰ্তা) নাপালে হয়।

বৰপাত্ৰ ঃ কটকী।

মোঃ কটকী ঃ আমাৰ ফৌজদাৰেতো চহি (সহি/উচিত) কৈছে-য়দি (যদি) আমাক আমাৰ কৰ দিব নোৱাৰে তেন্তে পুৰা দেচ (দেশ) এৰি দিব লাগে।

বৰপাত্ৰ ঃ কটকী-নিজৰ সীমা নেচেৰাবি। অন্যথা...

মোঃ কটকী ঃ আমি কাক কথা ক'বলৈ ভয় কৰিব লাগে। আমি দিল্লীৰ মহান সম্ৰাট আওৰঙ্গজেবৰ দূত-কাৰোৰে কথা হুনিবলৈ

(শুনিবলৈ) আহা নাই। আহিছোঁ আমাৰ ফৌজদাৰৰ হুকুম দিবলৈ।

বৰপাত্ৰ ঃ তই এনেদৰে মুখে-মুখে কথা ক'বলৈ সাহস ক'ত পালি? দৈৱাৎ ঘটনাক্ৰমেহে এবাৰ মাত্ৰ বঙালে আমাক ৰণত পৰাভূত কৰিলে। সেই বুলিয়েই এনেকৈ স্বৰ্গদেউৰ আগত মূৰ তুলিবলৈ সাহস কেনেকৈ পালি? তোক... (কটকীক খেদি যায়- আতন বুঢ়াগোহাঁইয়ে বাধা দিয়ে)

আতন ঃ শান্ত-শান্ত হওক বৰপাত্ৰগোহাঁই ডাঙৰীয়া-চিকা মাৰি হাত গোন্ধোৰাব নালাগে। তাতে কটকী অবাধ্য-অদণ্ডনীয়। ৰচিদ খাঁৰ ভুলৰ বাবে আমি যদি কটকীক শাস্তি দিওঁ তেন্তে বুৰঞ্জীয়ে আমাক দোষাৰোপ কৰিব। (চক্ৰধ্বজক) স্বৰ্গদেউ আপোনাৰ আজ্ঞা পালে কটকীক ইয়াৰ পৰা যাব দিব পাৰো।

চক্ৰধ্বজ ঃ যাবলৈ দিয়ক।

আতন ঃ কটকী-তই এতিয়া যা। আমি আমাৰ বাৰ্তা আমাৰ কটকীৰ দ্বাৰা তোৰ মালিকলৈ পঠাম।

মোঃ কটকী ঃ জী জনাব।

(মোগল কটকীৰ প্ৰস্থান)

চক্ৰধ্বজ ঃ ইয়াৰ পাছতো জানো আৰু ধৈৰ্য্যৰে থাকিব পাৰি বুঢ়াগোহাঁই ডাঙৰীয়া। বঙালৰ ইমান গৰ্ব।

আতন ঃ ক্ষণিক উত্তেজনাত কোনো সিদ্ধান্ত লোৱাতো মোৰ বোধৰে সমীচীন নহ'ব স্বৰ্গদেউ। এতিয়াই যদি বঙালৰ সৈতে ৰণত বহোঁ-তেন্তে আমাৰ ভঙা ৰাজ্যখন আৰু ভাঙিবহে। গতিকে মোৰ বোধৰে এতিয়া আমাৰ প্ৰথম দায়িত্ব হ'ল, বঙালক চেঁচনি-বুজনি দি কিছু দিনৰ বাবে ঠাণ্ডা কৰি ৰখা। আৰু সময় আহিলে বঙালৰ ওপৰত জঁপিয়াই পৰা। স্বৰ্গদেউ ঈশ্বৰ-মনত ৰাখিব, জ্বলা জুইত ঘিঁউ ঢালিলে জুই নুনুমাই বৰং-ইমান জ্বলিব যে তাৰ তাপে আমাকো দহিব।

চক্ৰধ্বজ ঃ কিন্তু বঙালক চেঁচনি-বুজনি দিব যোৱা মানে সিহঁতৰ দাসত্ব স্বীকাৰ কৰাটোহে বুজাব।

আতন ঃ বিপদ কালত নলগা কাম কৰি ৰাজ্য আৰু প্ৰজাক ৰক্ষা কৰাটোক ৰজাৰ দুৰ্বলতা বুলি নকয়- বৰং এনে কাৰ্য্যই ৰজাৰ যশহে বঢ়াই।

চক্ৰধ্বজ ঃ তথাপিও-তথাপিও বুঢ়াগোহাঁই ডাঙৰীয়া মনটোৱে যে নসহে। বঙালৰ আইচটি আৰু কিমান সহিম? সিহঁতৰ অধীন হৈ থকাতকৈ মৰণহে যুগুত। মোৰ শেষ কথা-মই ইয়াত অৰ্থাৎ গড়গাঁৱত নহয়-গুৱাহাটীত মৰিব খোজো। আপোনাসৰৰ বা কি মত?

আতন ঃ এয়া সঁচা স্বৰ্গদেউ ঈশ্বৰৰ উদ্ধ পুৰুষ সকল বঙালৰ অধীন নাছিল। ৰাজ চ'ৰাৰ আন ডা-ডাঙৰীয়া সকলৰ দৰে মোৰো ইচ্ছা গুৱাহাটী পুনৰ উদ্ধাৰ হওক কিন্তু এতিয়া ৰণ কৰাৰ সময় নহয়। ৰণলৈ যোৱাৰ পূৰ্বে নিজকে ৰণৰ বাবে সাজু কৰাৰহে সময়।

চক্ৰধ্বজ ঃ তেন্তে আপুনি কোৱা মতেই হওক। পুনৰ নতুন উদ্যমেৰে আমাৰ ৰাজ্যৰ আভ্যন্তৰীণ স্থিতি পুনৰ্গঠন কৰা হওক। নতুন উদ্যমেৰে আমাৰ সেনা বাহিনী গঠন কৰা হওক। ৰণৰ সময়ত যাতে আমাৰ সেনাই খাদ্য আৰু আহিলা-পাতিৰ অভাৱ নোভোগে তাৰ বাবে ব্যৱস্থা এতিয়াৰ পৰা লোৱা হওক। মই এই গুৰু দায়িত্ব ভাৰ আজিয়েই আপোনালোকক অৰ্পণ কৰিলোঁ। এতিয়া এটাই মাথোঁ ইচ্ছা-যেনেকৈয়ে নহওক কিয় আমাৰ হেৰুৱা সন্মান আকৌ ওভতাই পাব লাগে।

**(পট পৰে)**

## দ্বিতীয় দৃশ্য

(আহোম সেনাৰ গড়গাঁৱৰ ৰণৰ আখৰা শিবিৰ। বৰতোপ, হিলৈৰ শব্দ শুনা যায়। কেইজনমান আহোম ৰণুৱাই তৰোৱাল যুদ্ধৰ আখৰা কৰি কৰি প্ৰস্থান কৰে। বিপৰীত দিশৰ পৰা

কথা পাতি পাতি চক্ৰধ্বজ সিংহ, আতন, বৰপাত্ৰ গোহাঁই আৰু বৰগোহাঁইৰ প্ৰৱেশ।)

বৰপাত্ৰ ঃ ৰণৰ আখৰা শিবিৰত স্বৰ্গদেউৰ উপস্থিতিয়ে আমাৰ ৰণুৱা সকলৰ মনোবল যথেষ্ট বৃদ্ধি কৰিলে।

বৰগোহাঁই ঃ স্বৰ্গদেউ ঈশ্বৰে যে সিহঁতক নিজেই বৰতোপ চলোৱাৰ প্ৰশিক্ষণ দিব, তাক চাগে সিহঁতে কেতিয়াও কল্পনাই কৰা নাছিল।

বৰপাত্ৰ ঃ স্বৰ্গদেউৰ এই কাৰ্য্যই আমাৰ সেনাৰ মনত যথেষ্ট উৎসাহ জগালে।

চক্ৰধ্বজ ঃ প্ৰকৃততে কি জানে ডাঙৰীয়া সকল-সংখ্যাত তাকৰ হ'লেও এদল বিশাল সেনা বাহিনীক তেতিয়াহে পৰাজিত কৰিব পাৰি যেতিয়া মনত জিকাৰ সংকল্প থাকে। মই আমাৰ ৰণুৱাবোৰৰ মাজত তাৰেই বীজ ৰোপণ কৰিবলৈ চেষ্টা কৰিছোঁ।

বৰগোহাঁই ঃ স্বৰ্গদেউ ঈশ্বৰৰ এই প্ৰচেষ্টা বুৰঞ্জীত সদায় অমৰ হৈ ৰ'ব।

চক্ৰধ্বজ ঃ পিছে এটা কথা ডাঙৰীয়া সকল।

আতন ঃ স্বৰ্গদেউ।

চক্ৰধ্বজ ঃ আমি কেৱল স্থল সেনাৰে বঙালক ৰণত পৰাভূত কৰিব নোৱাৰোঁ। স্থলত বঙালৰ কৌশল আমাতকৈ অধিক উন্নত। গতিকে বঙালক ৰণত পৰাভূত কৰিব হ'লে আমাৰ নৌ সেনাৰ ভেটি আৰু শক্তিশালী কৰিব লাগিব।

বৰগোহাঁই ঃ ইতিমধ্যে তাৰ ব্যৱস্থা লোৱা হৈছে স্বৰ্গদেউ-এই দায়িত্ব নাওশলীয়া বৰুৱাক দিয়া হৈছে।

চক্ৰধ্বজ ঃ আৰু বঁটা-বাহনৰ ব্যৱস্থা লোৱা হৈছেনে বুঢ়াগোহাঁই ডাঙৰীয়া?

আতন ঃ আপোনাৰ আজ্ঞা মতে আখৰা শিবিৰত উৎকৃষ্ট ফলাফল দেখুৱা বিষয়া-সেনা সকলক ইতিমধ্যে পুৰস্কৃত কৰা হৈছে।

চক্ৰধ্বজ ঃ বেছ ভাল কথা। ৰণৰ প্ৰস্তুতিত মই সন্তোষিত যদিও আন এটা কথাৰ বাবেহে বৰকৈ বিচলিত হৈছো।

আতন ঃ কি কথা স্বৰ্গদেউ?

চক্ৰধ্বজ ঃ ৰণৰ বাবে প্ৰস্তুত হোৱা আহোমৰ এই ৰণুৱা বাহিনীৰ নেতৃত্বৰ দায়িত্ব ভাৰ দিওঁ কাক?

বৰপাত্ৰ ঃ স্বৰ্গদেউয়ে আদেশ দিলে-দেশ মাতৃৰ সন্মানৰ বাবে নিজৰ জীৱন বলী দিবলৈ মই সাজু। এতিয়াও মোৰ তেজত অজস্ৰ তেজাল ঘোঁৰাই দপদপাই আছে।

চক্ৰধ্বজ ঃ আপোনাৰ কথাত মই সন্তোষিত হ'লোঁ বৰপাত্ৰ গোহাঁই ডাঙৰীয়া। আপোনালোকৰ অবিহনে মই এই ৰণ কেতিয়াও জিকিব নোৱাৰোঁ। কিন্তু আপোনালোক যদি ৰণৰ সময়ত ৰণভূমিত থাকে তেন্তে ৰাজধানীৰ দায়িত্ববোৰ কোনে চম্ভালিব? মই বিচাৰোঁ ৰণৰ সময়ত আপোনালোক ৰণভূমিত নহয় মোৰ কাষত থাকক।

আতন ঃ তেনেহ'লে আহোম সেনাক নেতৃত্ব দিব পৰা উপযুক্ত ব্যক্তি এজন অতি সোনকালে সন্ধান কৰাটো উচিত হ'ব।

চক্ৰধ্বজ ঃ এৰা ডাঙৰীয়া সকল। উপযুক্ত সেনাপতি এজন বাছনি কৰাত যেন ঈশ্বৰে আমাক সহায় কৰক।

**(পট পৰে)**

## তৃতীয় দৃশ্য

(চক্ৰধ্বজ সিংহৰ গড়গাঁৱৰ ৰাজচ'ৰা-লিগিৰা এজনে বিভিন্ন বিষয়াৰ আসনবোৰ ঠিক-ঠাক কৰি ওলাই যায়। কিছু সময়ৰ পাছত এজন এজন কৈ ডা-ডাঙৰীয়াৰ প্ৰৱেশ ক্ৰমে বৰপাত্ৰ গোহাঁই, বৰ গোহাঁই, আতনে ৰাজচ'ৰাত প্ৰৱেশ কৰি নিজৰ আসন গ্ৰহণ কৰে।)

বৰপাত্ৰ ঃ স্বৰ্গদেউ হঠাৎ কিয় বা মাতিলে? এই বিষয়ে কিবা জানেনে বুঢ়াগোহাঁই ডাঙৰীয়া?

আতন ঃ আপোনালোকৰ দৰে মই একেবাৰেই অজ্ঞ। কটকীয়ে খবৰ দিয়া মাত্ৰেই লৰৰি আহিছোঁ।

(দবা, নেগেৰাৰ শব্দ হয়-চক্ৰধ্বজৰ প্ৰৱেশ। নিজৰ আসনত বহে। সকলো থিয় হয় মূৰ দোৱাই প্ৰণাম কৰে।)

সকলো ঃ স্বৰ্গদেউ ঈশ্বৰৰ জয় হওঁক।

চক্ৰধ্বজ ঃ আসন গ্ৰহণ কৰক ডাঙৰীয়া সকল।
(সকলোৱে আসন গ্ৰহণ কৰে)

বৰপাত্ৰ ঃ স্বৰ্গদেউ আমাক তৎক্ষণাত মাতি পঠিয়ালে যে-কিবা বিশেষ সকাম?

চক্ৰধ্বজ ঃ এৰা বৰপাত্ৰ ডাঙৰীয়া-এটা বিশেষ কথাৰ বাবে মই আজিৰ এই সভাখন আয়োজন কৰিলোঁ। আজি মই এজন বিশেষ ব্যক্তিক নিমন্ত্ৰণ দিছোঁ- ঈশ্বৰে বিচাৰিলে তেওঁ আমাৰ ভাগ্য বিধতা হ'ব।

বৰপাত্ৰ ঃ আমি আপোনাৰ কথাৰ অৰ্থ নুবুজিলো স্বৰ্গদেউ।

চক্ৰধ্বজ ঃ সিদিনা কৈছিলোঁ নহয়-আমাক এজন সেনাপতিৰ প্ৰয়োজন তাৰ উদ্দেশ্য আজি এজন ব্যক্তিক আমন্ত্ৰণ জনাইছোঁ।

আতন ঃ কাৰ কথা কৈছে স্বৰ্গদেউ?

চক্ৰধ্বজ ঃ আপোনালোক তেওঁৰ সৈতে পৰিচিত। তেওঁ হ'ল-আহোমৰ প্ৰথম বৰফুকন মোমাই তামুলী বৰবৰুৱাৰ কনিষ্ঠ পুত্ৰ-লাচিত দোলাকাষৰীয়া বৰুৱা।

আতন ঃ সেনাপতিৰ কথা ওলাওঁতে অৱশ্যে মোৰো মনলৈ লাচিতৰ নামেই আহিছিল।

চক্ৰধ্বজ ঃ আজি পুৱা দোলাত আহি থাকোঁতে মই লাচিতৰ লগত কথা হৈছিলোঁ। কথাই কথাই সুধিছিলোঁ-বঙাল শতৰু, ওচৰতেই আছে, সিহঁতক ধৰোঁ কেনেকৈ? অধিকাৰী যাক পাতিম সিওঁ গাঢ় হ'ব লাগিব। 'মোৰ কথা শুনি সি কি ক'লে জানে- ক'লে স্বৰ্গদেউৰ ৰাজ্যত মানুহ নাই নেকি? বঙালনো কি-মানুহহে। আমাৰ ৰাজ্যত নোলাব নেকি তেনে মানুহ? স্বৰ্গদেৱে মন কৰি চাওক। বঙালক এশিকনি দিম।' লাচিতৰ উদ্দিপ্ত কথাই মোৰ মনলৈ আশাৰ সঞ্চাৰ কৰিলে। যদি ডাঙৰীয়া সকলে উচিত বুলি বিবেচনা কৰে তেন্তে লাচিতকেই এই দায়িত্ব

দিওঁ।

আতন ঃ মোৰ কোনো আপত্তি নাই-পিছে বা বাকী সকলৰ কি মত?

বৰগোহাঁই ঃ আপুনি উপযুক্ত জনকেই নির্বাচন কৰিছে স্বৰ্গদেউ।

চক্ৰধ্বজ ঃ কিন্তু লাচিতৰ অগ্নি পৰীক্ষা এতিয়াও বাকী-বৰফুকন পদ দিয়াৰ আগতে লাচিতৰ আত্ম-সন্মানবোধৰ পৰীক্ষা লোৱা হ'ব। আত্ম-সন্মানী ব্যক্তি সকলহে প্ৰকৃত দেশপ্ৰেমী হয়।

(দুৱৰীৰ প্ৰৱেশ)

দুৱৰী ঃ স্বৰ্গদেউ ঈশ্বৰ-লাচিত দোলাকাষৰীয়া বৰুৱাই স্বৰ্গদেউ ঈশ্বৰৰ ৰাজচ'ৰালৈ আহিবলৈ আজ্ঞা বিচাৰিছে।

চক্ৰধ্বজ ঃ যা পঠিয়াই দে।

দুৱৰী ঃ যি আজ্ঞা স্বৰ্গদেউ ঈশ্বৰ।

চক্ৰধ্বজ ঃ আৰু শুন-কি কৰিব দিছিলো, তাক মনত আছে নহয়?

দুৱৰী ঃ আছে স্বৰ্গদেউ ঈশ্বৰ।

চক্ৰধ্বজ ঃ মই কোৱা মতেই কৰিবি।

দুৱৰী ঃ হ'ব স্বৰ্গদেউ ঈশ্বৰ।

(প্ৰণাম কৰি দুৱৰীৰ প্ৰস্থান, খন্তেক সময়ৰ পাছত লাচিতৰ প্ৰৱেশ। লাচিতে চক্ৰধ্বজ সিংহক আঁঠু লৈ প্ৰণাম কৰে। এনেতে দুৱৰী আহি আঁঠু লৈ থকা লাচিতৰ মূৰৰ পাগটো থাপমাৰি কাঢ়ি লৈ যায়। লাচিতৰ খং উঠে।)

লাচিত ঃ কোন-কাৰ সাহস ইমান (দুৱৰী হাতত নিজৰ মূৰৰ পাগটো দেখি) তই-ইমান সাহস তোৰ। তোক আজি...

(লাচিতে খঙত তৎক্ষণাত নিজৰ খাপৰ পৰা তৰোৱালখন উলিয়াই দুৱৰীক হত্যা কৰিবলৈ খেদি গ'ল। চক্ৰধ্বজ সিংহৰ সিংহাসনৰ আঁৰত দৌৰি লুকাই থকাৰ বাহিৰে দুৱৰীৰ হাতত উপায় নাছিল। দুৱৰীলৈ চোঁচা মাৰি যোৱা লাচিতক চক্ৰধ্বজে বাধা দিয়ে। বাকীবোৰ কিংকৰ্তব্যবিমূঢ়।)

চক্ৰধ্বজ ঃ লাচিত- মোৰ আগত এইয়া কেনে ধৰণৰ উদ্ভণ্ডালি। ই উচিত হোৱা নাই।

লাচিত ঃ স্বৰ্গদেউ ঈশ্বৰ-সি ৰাজচ'ৰাত মোৰ মূৰৰ পাগত হাত দিছে।

ইয়াৰ ক্ষমা নাই। সি উচিত দণ্ড পাবই।

বৰগোহাঁই ঃ ৰাজচ'ৰাত এনে ব্যৱহাৰ ক্ষমাৰ অযোগ্য লাচিত। আহোম স্বৰ্গদেউৰ ৰাজ্যত স্বৰ্গদেউৰ উপস্থিতিত স্বৰ্গদেউৰ বাহিৰে আন কাৰোৰে দণ্ড দিয়াৰ অধিকাৰ নাই।

লাচিত ঃ ক্ষমা কৰক ডাঙৰীয়া-কিন্তু মোক কৰা এই অপমানৰ পোটক নোলোৱালৈকে মই ক্ষান্ত নহওঁ। তাক আজি মই (লাচিতে দুৱৰীক মাৰিবলৈ আকৌ খেদি যায়)

চক্ৰধ্বজ ঃ (লাচিতক বাধা দিয়ে) লাচিত।

লাচিত ঃ স্বৰ্গদেউ।

চক্ৰধ্বজ ঃ ধন্য তুমি। কেৱল আত্ম-সন্মানী ব্যক্তিহে এনে কৰিবলৈ সাহস কৰিব পাৰে। তুমি মোৰ পৰীক্ষাত উত্তীৰ্ণ হ'লা।

লাচিত ঃ (আচৰিত) পৰীক্ষা-কিহৰ পৰীক্ষা?

চক্ৰধ্বজ ঃ আত্ম-সন্মানবোধৰ পৰীক্ষা।

লাচিত ঃ মানে-মই নুবুজিলো স্বৰ্গদেউ।

চক্ৰধ্বজ ঃ আত্ম-সন্মানবোধৰ অবিহনে কেনেকৈ আহোমৰ সেনাপতিৰ দায়িত্ব ভাৰ ল'বা লাচিত?

লাচিত ঃ স্বৰ্গদেউ!

চক্ৰধ্বজ ঃ বঙালৰ বিৰুদ্ধে যুঁজিব লগা ৰণৰ সেনাপতিৰ দায়িত্ব তোমাৰ ওপৰতেই ন্যস্ত কৰিব বিচাৰিছোঁ লাচিত-তোমাৰ বা কি মত?

লাচিত ঃ (উৎফুল্লিত) মোৰ মত লোৱাৰ কিহৰ প্ৰয়োজন স্বৰ্গদেউ। দেশ মাতৃৰ সেৱাৰ বাবে মই সদায় প্ৰস্তুত।

(দুৱৰীয়ে লাহে লাহে সিংহাসনৰ আঁৰৰ পৰা ওলাই নিজৰ স্থান লৱ।)

চক্ৰধ্বজ ঃ এতিয়া তোমাৰ ওপৰতেই আমাৰ ভাগ্য ন্যস্ত কৰিলোঁ— আজিৰ পৰা আহোমৰ প্ৰতিৰক্ষাৰ দায়িত্ব তোমাৰ। তোমালোক, ভাৰ্যা-পুত্ৰ, ৰাজ্য, সমস্ত প্ৰজা ৰক্ষা পৰিব লাগে। বঙালক জিকিলোঁ-এই যশস্যা মই পাব লাগে।

(চক্ৰধ্বজে সিংহাসনৰ ওচৰতে থকা শৰাইৰ পৰা হেংদাং এখন তুলি ৰাজ-মৰ্যাদাসুলভ ভাবে লাচিতৰ হাতত দিয়ে।

লাচিতে আঁঠু লৈ হেংদাখন ল'ব।)

লাচিত ঃ যি আজ্ঞা স্বৰ্গদেউ। "তৰিলে দেশ-মৰিলে স্বৰ্গ।"

**(পট পৰে)**

## চতুৰ্থ দৃশ্য

(ৰাজ আলি)

(আহোম ৰণুৱাৰ এটা সুদীৰ্ঘ শোভাযাত্ৰা। আহোম ৰণুৱাসকলে 'জয় স্বৰ্গদেউ চক্ৰধ্বজ সিংহ জয়, 'জয় লাচিত বৰফুকনৰ জয় আদি ধ্বনিৰে খোজ কাৱাজ কৰি ৰণৰ বাবে আগুৱাই যায়।)

(বি.দ্ৰঃ- পৰিচালকে ইচ্ছা কৰিলে সুদীৰ্ঘ শোভাযাত্ৰাখন প্ৰদৰ্শন নকৰিলেও নাটৰ মূল কাহিনীত কোনো প্ৰভাৱ নপৰে।)

**(পট পৰে)**

## পঞ্চম দৃশ্য

(লাচিতৰ ঘৰ। লাচিত বৰফুকনে চক্ৰধ্বজে দিয়া হেংদাংখন লিৰিকি-পিটিকি চাই ৰণৰ পৰিকল্পনা কৰি থাকে। পিন্ধনত ৰণুৱাৰ সাজ। পাহী গাভৰুৱে লাচিতক ৰণৰ বাবে বিদায় দিবলৈ লাচিতৰ ঘৰলৈ আহে। লাচিতক কিবা কিবা চিন্তা কৰি থকা দেখি পাহী আচৰিত হয়। পাহী অহাৰ কথা লাচিতে গম নাপায়।)

পাহী ঃ বোপা লাচিত।

লাচিত ঃ (পাহীক দেখি) অ-বাইটি, আহ।

পাহী ঃ ৰণৰ প্ৰস্তুতি কেনেকুৱা?

লাচিত ঃ আজিয়েই ওলাম-বিষয়া সকলে ৰণুৱা সকলক লৈ অহাৰ সময় হৈছেহি। আজি ওলালে আমি হয়তো চাৰি-পাঁচ দিনৰ

ভিতৰত গুৱাহাটীত উপস্থিত হ'ম।

পাহী ঃ (কিবা ভাবি) আজিকালি তই আমাৰ ফালে যোৱা বাদ দিছ যে। সিদিনা ৰাজচ'ৰাত দেখোঁতে ভাবিছিলোঁ-সভাৰ শেষত তই এবাৰ মোৰ কাৰেঙলৈ আহিবি। পিছে তই কাৰেঙলৈ অহাতো দূৰ-সভাৰ শেষত তই মোক মাত এষাৰো নলগালি। মই লক্ষ্য কৰিছোঁ যে আজিকালি তই মোৰ পৰা দূৰে দূৰে ফুৰ। কি হৈছে তোৰ-নে মই কিবা দোষা কৰিছোঁ?

লাচিত ঃ তোৰ একো দোষ নাই বাইটি।

পাহী ঃ তেন্তে তই মোৰ পৰা কিয় পলাই ফুৰিছ?

লাচিত ঃ (নিৰুত্তৰ)

পাহী ঃ নকৰ কিয়?

লাচিত ঃ শোকে খুন্দা মাৰি ধৰে। (পাহীয়ে বিভ্ৰান্ত হৈ লাচিতলৈ চায়) ৰাজ কাৰেঙলৈ গ'লেই তাইলৈ মোৰ বৰ মনত পৰে। বঙালৰ হেৰেমত বাৰু তাই কেনেকৈ আছে? কিমান দিন যে হ'ল তাইক নেদেখাৰ-তাইৰ বতৰা নোপোৱাৰ। আহুকাণে-পহুকাণে শুনিছোঁ-তাইক বোলে আওৰঙ্গজেবৰ পুত্ৰ মহম্মদ আজম চাহে বিবাহ কৰালে। কেনে আছে বাৰু তাই-কুশলে আছেনে?

পাহী ঃ ৰমনীৰ কথা ভাবি শোক কৰি লাভ নাই বোপা। মোৰলৈ চা-তাইৰ কথা ভাবি ভাবি মোৰ চকুলো শুকাই গ'ল, কিন্তু তাইক জানো আমি ওভতাই পালোঁ। যি বোৰ কথাই কষ্ট দিয়ে তাক পাহৰি যোৱাটো বুদ্ধিমানৰ কাম।

লাচিত ঃ কিন্তু মনটোৱে সহ্য নকৰে বাইটি।

পাহী ঃ মন ডাঠ কৰিব লাগিব। স্বৰ্গীয় স্বৰ্গদেউ জয়ধ্বজ সিংহৰ আৰু মোৰ যুগ্ম জীৱনৰ সাক্ষী আছিল তাই। মই যদি স্বৰ্গদেউৰ সৈতে স্বৰ্গগামী হ'লোঁ হয় তেন্তে বেদনাৰ অগ্নিত আত্ম দহিত নহ'লো হয়। তৎসত্বেও মনটোকে ডাঠ কৰি জীয়াই আছোঁ মই।

লাচিত ঃ কি দোষ আছিল মোৰ সেই কণমানি ভাগিনীজনীৰ? পিতাকৰ পৰাজয়ৰ গধুৰ ভাৰ কিয় ইমান ফুলকুমলীয়া বয়সতে

ল'বলগীয়া হ'ল? স্বৰ্গদেউৰ মনত অকণো অনুকম্পা নাছিলনে? কেনেকৈ ইমান কঠিন হ'ব পাৰে পিতাকৰ হৃদয়-নিজ পুত্ৰীক বঙালৰ হেৰেমলৈ পঠিয়ালে।

পাহী ঃ স্বৰ্গদেউক দোষ দি কি লাভ। নিজৰ দেশ, নিজৰ প্ৰজাক বচাবলৈ তেওঁ নিজ পুত্ৰীক বলিদান দিলে। ৰমণীলৈ মনত পৰিলে মোৰ দুখ লাগে সঁচা কিন্তু গৰ্বও অনুভৱ হয়। মূলা গাভৰুৰ তেজ থকা আহোম আমি-দেশৰ বাবে দহৰ বাবে বলিদান দিবই লাগিব-আন নহ'লেও বুৰঞ্জীয়ে তাইক মনত ৰাখিব।

লাচিত ঃ বাইটি।

পাহী ঃ তই তাইৰ কথা ভাবি এনেকৈ ভাঙি পৰিলে শোভা নিদিয়ে। এতিয়া তই আমাৰ পিতায়ে এসময়ত সুশোভিত কৰা বৰফুকন পদত অধিষ্ঠিত আহোম সেনাৰ প্ৰধান সেনাপতি। এই সময়ত ভাঙি পৰিলে নহ'ব-তোৰ মন দৃঢ় কৰিব লাগিব।

লাচিত ঃ ভাঙি পৰা নাই বাইটি-আমাক কৰা অত্যাচাৰৰ প্ৰত্যুত্তৰ এইবাৰ বঙালক ৰণভূমিত দিম।

(আহোম ৰণুৱা এজনৰ প্ৰৱেশ)

আঃ ৰণুৱা ঃ দেউতা ঈশ্বৰৰ জয় হওঁক। গুৱাহাটীলৈ যাব লগা ৰণুৱা দল সাজু। আপোনাৰ আজ্ঞাৰ বাবে অপেক্ষাৰত।

লাচিত ঃ ব'ল-মই গৈ আছোঁ।

আঃ ৰণুৱা ঃ ভাল দেউতা ঈশ্বৰ।

(আহোম ৰণুৱাৰ প্ৰস্থান)

লাচিত ঃ বাইটি-সকলো সাজু। মোক আশীৰ্বাদ দে-এই ৰণত যেন আমি বিজয়ী হওঁ।

(লাচিতে পাহীক সেৱা কৰে। পাহীয়ে আশীৰ্বাদ দিয়ে। শোকত পাহীৰ চকুলো সেৱা কৰি থকা লাচিতৰ মূৰত পৰে। পাহীৰ চকুলো দেখি লাচিত আচৰিত হয়।)

লাচিত ঃ তই কান্দিছ বাইটি?

পাহী ঃ নাই কন্দা অ বোপা-মই অসমীয়া জীয়ৰী-বোৱাৰী। আহোমৰ

প্ৰথম বৰফুকন মোমাই তামুলী বৰবৰুৱাৰ একমাত্ৰ পুত্ৰী, স্বৰ্গী জয়ধ্বজ সিংহৰ তামুলী কুঁৱৰী তথা চক্ৰধ্বজ সিংহৰ বৰ কুঁৱৰী আৰু বৰ্তমান আহোম সেনাৰ প্ৰধান সেনাপতি লাচিত বৰফুকনৰ বায়েক পাহী গাভৰু ইমান দুৰ্বল নহয়। মোৰ দুচকুত যি অশ্ৰু দেখিছ সেয়া দুখ বা ভয়ৰ অশ্ৰু নহয়— সেয়া হ'ল ক্ষোভৰ অগ্নিত তপত হোৱা প্ৰতিশোধৰ অশ্ৰু। (চকুলো মচি) লাচিত...

লাচিত ঃ ক বাইটি।

পাহী ঃ মোক এটা কথা দে-মোৰ বুকুৰ কেঁচা মঙহ লৈ যোৱা দি লৈ যোৱা মোৰ ৰমণীৰ প্ৰধান দায়ী অন্তিমটো বিদেশী বঙাল জীয়াই থকালৈ তই ৰণক্ষেত্ৰৰ পৰা পাছ নুহুকিবি। তোৰ শৰীৰত শেষ বিন্দু তেজ থকালৈ তই যেন ৰণক্ষেত্ৰৰ পৰা আঁতৰি নাহ।

লাচিত ঃ তোক কথা দিলোঁ বাইটি-ঈশ্বৰক সাক্ষী কৰি মই লাচিত বৰফুকনে শপত ল'লোঁ দেহৰ এটোপাল তেজ থকালৈকে লাচিতৰ মুঠিৰ পৰা হেংদাং সুলকি নপৰে। হেংদাংৰ কোবত বিদেশী বঙালৰ মূৰ চিঙি লুইতৰ বুকুত উফৰি পৰি নৈ পানী ৰঙা হ'ব। অসমত এটিও বিদেশী বঙাল নাথাকিব। মাথোঁ মোক আশীৰ্বাদ কৰিবি।

(লাচিতে আকৌ পাহীৰ ভৰি চুই সেৱা কৰি বাহিৰলৈ প্ৰস্থান কৰে। পাহীয়ে আশীৰ্বাদৰ ভংগীমাত ৰ'ব। নেপথ্যত 'জয় স্বৰ্গদেউ চক্ৰধ্বজ সিংহ জয়', 'জয় লাচিত বৰফুকনৰ জয়' আদি ধ্বনি শুনা যায়। লাহে লাহে জয় ধ্বনি কমি আহে।)

পাহী ঃ মই মোৰ মূৰৰ চুলি চিঙি আশীৰ্বাদ দিছোঁ-ঈশ্বৰক প্ৰাৰ্থনা জনাইছোঁ তই যেন এই ৰণত বিজয়ী হ'। বঙালে আমাক কৰা অপমানৰ পোটক তুলিব পাৰ। মোক বঙালৰ ৰক্ত লাগে- সেই বঙালৰ ৰক্ত লাগে, যি বঙালে মোৰ কণমানি পুত্ৰী ৰমণীক পণ বন্দী ৰূপে লৈ গ'ল সিহঁতৰ হেৰেমলৈ। মোক সেই বঙালৰ ৰক্ত লাগে। (লাহে লাহে কণ্ঠস্বৰ কৰুণ হয়)

ৰমণী অ-নাংচেং-আইজনী অ। তই কুশলে আছনে ? তই চাগৈ মোক হৃদয় পাষাণ বুলি ভাব নহয়। কিন্তু কি কৰিব পাৰো মই। মই যে এজনী সাধাৰণ নাৰী। দুখৰ অশ্রু শোকৰ তপনিত শুকোৱাৰ বাহিৰে যে মই একো কৰিব নোৱাৰোঁ। কিন্তু তোৰলৈ মোৰ বৰ মনত পৰে অ-বৰ মনত পৰে। (হুক হুকাই কান্দে)

**(পট পৰে)**

## ষষ্ঠ দৃশ্য

(চক্ৰধ্বজ সিংহৰ গড়গাঁৱৰ ৰাজচ'ৰা)

(চক্ৰধ্বজ সিংহ আন ৰাজ বিষয়াৰ সৈতে আলোচনা কৰি আছে)

চক্ৰধ্বজ ঃ ক' কটকী-কি সংবাদ আনিছ।

আঃ কটকী ঃ স্বৰ্গদেউ ঈশ্বৰৰ জয় হওঁক-বৰফুকন ডাঙৰীয়াই গুৱাহাটীৰ পৰা বাৰ্তা পঠিয়াইছে।

(পত্ৰ এখন আগবঢ়াই দিয়ে)

চক্ৰধ্বজ ঃ বৰফুকন ডাঙৰীয়াৰ বাৰ্তা। শীঘ্ৰে পাঠ কৰক বুঢ়াগোহাঁই ডাঙৰীয়া।

(আহোম কটকীয়ে পত্ৰখন আতন বুঢ়াগোহাঁলৈ আগবঢ়াই দি প্ৰস্থান কৰে)

আতন ঃ (পত্ৰ পঢ়ে) শ্ৰীশ্ৰীচক্ৰধ্বজ সিংহ স্বৰ্গদেউ ঈশ্বৰৰ সমীপেষু। পত্ৰৰ দ্বাৰা আপোনাৰ কুশল মংগল কামনা কৰিলোঁ। অত্যন্ত গৰ্বৰে আমি স্বৰ্গদেউক জ্ঞাত কৰিব বিচাৰোঁ যে বঙালক আমি গুৱাহাটীৰ পৰা উৎখাত কৰিবলৈ সক্ষম হ'লো। ৰণত আমাৰ ফালৰ ভালেমান ৰণুৱা পৰিল যদিও বঙালৰ ফালৰ তাতকৈ দহগুণ মান সৰহ পৰিল। পানবাৰী দখলৰ লগতে আহোমৰ প্ৰতিৰক্ষাৰ অবিচ্ছেদ্য অংশ কাজলী গড় পুনৰ

উদ্ধাৰ কৰোঁ। আমাৰ সেনাই পৰম বিক্ৰম প্ৰদৰ্শন কৰি বঙালৰ নিয়ন্ত্ৰণত থকা আটাইকেইটা গড় ক্ৰমে সোনাপুৰ, পানীখাইতি, টাটিমাৰা আৰু ইটাখুলি দখল কৰে। এই ৰণত জয়লাভ কৰি ঘিলাঝাৰীঘাট সন্ধি মতে পণবন্দী ৰূপে লৈ যোৱা ডা-ডাঙৰীয়া সকলোকো আহোম সেনাই উদ্ধাৰ কৰিবলৈ সক্ষম হ'ল। অৱশ্যে তেওঁলোকৰ সৰহ কেইজন গুৱাহাটীতে ঢুকাল-মাথোঁ মৌপিয়া জীৱিত আছে। তেওঁক যুদ্ধ বন্দী ফিৰোজ খাঁ, চৈয়দ হুছেইন আৰু মীৰ বক্সীৰ সৈতে পঠালোঁ। আমাৰ ৰণুৱাৰ বীৰ বিক্ৰমৰ আগত টিকিব নোৱাৰি বঙালে আমাৰ ৰাজ্য ত্যাগ কৰিবলৈ বাধ্য হ'ল-ফলস্বৰূপে এতিয়া আহোম সাম্ৰাজ্যৰ পশ্চিম সীমা মানহ নৈৰ পাৰলৈ সম্প্ৰসাৰিত হ'ল। আমাৰ এই বঙাল বিৰোধী উমৈহতীয়া প্ৰচেষ্টাক আমাক সম্পূৰ্ণৰূপে সহযোগ কৰাৰ বাবে আমি জয়ন্তীয়া, ৰাণী, লুকী আৰু ডিমৰুৱা শাসক সকলক এই চেগতে কৃতজ্ঞতা প্ৰদান কৰিলোঁ। শেহত স্বৰ্গদেউৰ দীৰ্ঘায়ুৰ বাবে ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাই সামৰণি মাৰিলো। ইতি আপোনাৰ সেৱক-লাচিত বৰফুকন।

(পৰিচালকে ইচ্ছা কৰিলে পত্ৰখন মঞ্চৰ আন এটা চুকত/আনটো মঞ্চৰ লাচিতৰ মুখত কোৱাৰ পাৰে।)

চক্ৰধ্বজ ঃ (উৎফুল্লিত) ঈশ্বৰৰ ওচৰত শত কোটি প্ৰণাম। মোৰ ৰাজ্য লাচিতৰ দৰে বীৰ পুত্ৰৰ হাতত নিৰাপদ। যি ৰাজ্যত লাচিতৰ দৰে বীৰ আছে সেই ৰাজ্যই ৰজাই-তাৰ প্ৰজাই কিয় শান্তিৰে শুব নোৱাৰিব। এতিয়াহে মই সুখেৰে ভাত এগৰাহ খাব পাৰিম। বৰগোহাঁই ডাঙৰীয়া।

বৰগোহাঁই ঃ স্বৰ্গদেউ ঈশ্বৰ।

চক্ৰধ্বজ ঃ ৰণ বিজয়ী সকলো বিষয়া সেনাক যথাযোগ্য বঁটা-পুৰস্কাৰ আগবঢ়োৱা হওঁক। আৰু বৰপাত্ৰগোহাঁই ডাঙৰীয়া...

বৰপাত্ৰ ঃ হয় স্বৰ্গদেউ।

চক্ৰধ্বজ ঃ আমাৰ এই বিজয়ৰ কথা কামৰূপৰ বিভিন্ন স্থানত খোদিত

কৰা হওঁক যাতে লাচিতৰ এই বীৰগাথাই অনুপ্ৰাণিত কৰক অসমৰ প্ৰতিটো প্ৰজন্মক।

**(পট পৰে)**

## সপ্তম দৃশ্য

(পাহী গাভৰুৰ ৰাজ কাৰেং)

পাহী ঃ তই সঁচাকৈ কৈছনে কটকী?

আঃ কটকী ঃ হয় আইচু দেউতা-বৰফুকন ডাঙৰীয়াই শতৰু বঙালক পৰাজিত কৰি আহোম ৰাজ্য পুনৰ উদ্ধাৰ কৰে। তেওঁ এই বাৰ্তা আপোনাক মোক নিজেই দিবলৈ কৈছে বাবেই মই স্বৰ্গদেউক বাৰ্তাটো দিয়েই আপোনাক এই শুভ সংবাদটো দিবলৈ লৰৰি আহিছোঁ।

পাহী ঃ অতি সুন্দৰ-সুখবৰ। ইয়াত কৈ মোক আৰু একো বেছি নালাগে। হো (ডিঙিৰ হাৰ এডাল দি) এইডাল ল...

আঃ কটকী ঃ আইচু দেউতা?

পাহী ঃ মই আনন্দতহে দিছোঁ-ল'।

আঃ কটকী ঃ (হাৰডাল লয়) ঈশ্বৰে আপোনাৰ মংগল কৰক। আপোনাৰ জয় হওক।

(আহোম কটকীৰ প্ৰস্থান)

পাহী ঃ প্ৰতিশোধৰ অগনিত অ'তদিনে জ্বলি থকা মোৰ কলিজাখন যেন আজিহে শাঁত পৰিল। আজিহে পাহী গাভৰুৰ অপূৰ্ণ আশা পূৰণ হ'ল। আজি যদি স্বৰ্গদেউ জয়ধ্বজ সিংহ জীয়াই থাকিলে হয়, তেওঁ চাগে কিমান সুখী হ'লহেঁতেন। স্বৰ্গদেউ আপুনি যতেই আছে-যদি আমাক দেখা পায় আছে তেন্তে, চাওক মোৰ মৰমৰ কণমানি লাচিতে আজি বঙালক প্ৰতিহত কৰিলে। তাৰ মৰমৰ ভাগিনীয়েক ৰমণীৰ প্ৰতিশোধ ল'লে। ধন্য লাচিত-ধন্য হ'লি তই। ঈশ্বৰক এটাই প্ৰাৰ্থনা-প্ৰতিজনী

অসমীয়া মাতৃয়ে যেন তোৰ দৰে পুত্ৰ সন্তান লাভ কৰে।

**(পট পৰে)**

## অষ্টম দৃশ্য

(আওৰঙ্গজেবৰ ৰাজসভা)

আওৰঙ্গজেব ঃ (উচ্চ স্বৰত হাঁহে) হিন্দুস্থান-হিন্দুস্থান। আজি এই বিচাল (বিশাল) হিন্দুস্থান খোদাৰ (ঈশ্বৰৰ) কৃপাত মোগলৰ পদৰ তলত। পুৰৱ (পূৱৰ) পৰা পশ্চিম-উত্তৰৰ পৰা দক্ষিণ-সৰতে (সকলোতে) মোৰ সাম্ৰাজ্য। হিন্দুস্থানৰ একছত্ৰী সম্ৰাট মই। ক'ত নাই-ক'ত নাই মোৰ সাম্ৰাজ্য-দিল্লী, আগ্ৰা, উৰিষ্যা, বংগ, বিহাৰ, অসম। দুছমনে (শতৰুৱে) বুজি পাবলৈ আৰু বাকী নাই মোৰ তাকত (শক্তি) কিমান-হিন্দুস্থানৰ আচল মালিক কোন? ৰামসিংহ...

ৰামসিংহ ঃ জী-জাহাপনা।

আওৰঙ্গজেব ঃ এতিয়াও যদি ক'ৰবাত দুছমন (শতৰু) আছে তেন্তে লড়াই (ৰণ) কৰিব লাগে-যাতে কোনো দুছমন (শতৰু) জিন্দা (জীয়াই) নাথাকে এই দুনিয়াত (পৃথিৱীত)। এই দুনিয়া (পৃথিৱী) দুছমনহীন (শতৰুহীন) কৰিব লাগিব। দুছমন (শতৰু) কাফেৰহঁতক জল্লাদৰ (কচাইৰ) হাতত তুলি দিব লাগিব। তেহে মই চান্তিত (শান্তিত) থাকিব পাৰিম।

ৰামসিংহ ঃ জী-জাহাপনা। মোৰ বিচৱাচ (বিশ্বাস) হৈছে-এই দুনিয়াত (পৃথিৱীত) আপনাৰ (আপোনাৰ) কোনো দুছমন (শতৰু) নাই। আৰু য়দি (যদি) ক'ৰবাত দুই-চাৰিটা (দুই-চাৰটা) আছে-সিহঁতৰ আপনাৰ (আপোনাৰ) বিৰুদ্ধে লড়াই কৰাৰ হিম্মত (সাহস) নাই। আপনাৰ (আপোনাৰ) কিমান তাকত (শক্তি)-তাক সিহঁতে ভালদৰে বুজিছে।

আওৰঙ্গজেব ঃ (উচ্চ স্বৰত হাঁহে)

(আওৰঙ্গজেবে তালি বজাই-দুজনী বাইজীৰ (নৰ্তকীৰ) প্ৰৱেশ। আওৰঙ্গজেবক প্ৰণাম কৰে।)

আওৰঙ্গজেব ঃ বাইজী নাচ-মৰ (মোৰ) দিলত (হৃদয়ত) ফোৰৱা (জোৱাৰ) তোল। আজি মই বহুত খুচ (সুখী)। দিল (হৃদয়) খুলি নাচ। ধালি দে মোৰ হাতত চিৰাজী (মদ)।

বাইজী ঃ জী হুজুৰ।

(এজনী বাইজীয়ে নৃত্য কৰে আনজনীয়ে আওৰঙ্গজেবে হাতত মদিৰাৰ গিলাচ তুলি দিয়ে। মাজে মাজে আওৰঙ্গজেবৰ গিলাচত বাইজনীয়ে মদিৰা বাকি দিয়ে। নৃত্যাংশ শেষ হোৱা লগে লগে মোগল কটকীৰ প্ৰৱেশ।)

মোঃ কটকী ঃ আদাৱ হুজুৰ।

আওৰঙ্গজেব ঃ দূত-কি চমাচাৰ (সমাসাৰ/খবৰ) আছে? বহু দিন হ'ল মই পুৰব (পূৰ্ব) দেচৰ (দেশৰ কোনো চমাচাৰ (সমাসাৰ/খবৰ) পোৱা নাই।

মোঃ কটকী ঃ (কওঁ নকওঁ কৈ) খাৰাব চমাচাৰ (সমাসাৰ/খবৰ) হুজুৰ।

আওৰঙ্গজেব ঃ (উৎকণ্ঠাৰে) কি?

মোঃ কটকী ঃ হুজুৰ... (কিবা ক'ব খোজে আওৰঙ্গজেবে বাধা দিয়ে। বাইজীক ইংগিত প্ৰস্থান কৰিবলৈ ইংগিত দিয়ে)।

(বাইজীৰ প্ৰস্থান।)

(বি.দ্রঃ পৰিচালকে ইচ্ছা কৰিলে আওৰঙ্গজেবে তালি বজাই দুজনী বাইজীক মতাৰ পৰা, বাইজীৰ সৈতে আওৰঙ্গজেবৰ কথোপকথন, বাইজীৰ নৃত্যাংশ আৰু আওৰঙ্গজেবে মদিৰা খোৱাৰ দৃশ্য প্ৰদৰ্শন নকৰিলেও নাটৰ মূল কাহিনীত কোনো প্ৰভাৱ নপৰে।)

আওৰঙ্গজেব ঃ দূত...

মো ঃ কটকী ঃ হুজুৰ।

আওৰঙ্গজেব ঃ কি চমাচাৰ (সমাসাৰ/খবৰ) দূত?

মোঃ কটকী ঃ হুজুৰ-মিৰজুমলা নবাবে অধীন কৰা গুৱাহাটী অহম (আহোম) ৰজাই ফিৰসে (আকৌ) আমাৰ পৰা কাঢ়ি নিছে (ল'লে)।

আমাৰ থানাদাৰ ফিৰোজ খাঁ, চৈয়দ হুছেইন, মীৰ বক্সী অহম (আহোম) সেনাৰ হাতত বন্দী হৈছে...

আওৰঙ্গজেব ঃ (উত্তেজিত হৈ) মৰিব দে কাফেৰহঁতক-সিহঁতে উচিত চজা (শাস্তি) পাইছে। অহমৰ (আহোমৰ) হাতত হাৰে-এই বেইমান সেনাৰ বাবে আমাৰ ইজ্জ্বত (সন্মান) গ'ল। (চিন্তা কৰি) লেকিন (কিন্তু) ৰাতা-ৰাতি দুছমনৰ (শতৰুৰ) ইমান তাকত (শক্তি) হ'ল কেনেকৈ?

মোঃ কটকী ঃ হুজুৰ-লাচিত বৰফুকন বোলা নতুন সেনাপতি এজন আহিছে। সি লড়াইত (ৰণত) আমাৰ সেনাক হৰাই দিছে। (এফালৰ পৰা মহতিয়াই নিছে)।

আওৰঙ্গজেব ঃ লাচিত বৰফুকন।

মোঃ কটকী ঃ জী হুজুৰ।

(আওৰঙ্গজেবে মোগল কটকীৰ ফালে চায়-কিবা চিন্তা কৰে। কটকীক প্ৰস্থান কৰিবলৈ ইংগিত দিয়ে। (মোগল কটকীৰ প্ৰস্থান।)

আওৰঙ্গজেব ঃ ৰামসিংহ।

ৰামসিংহ ঃ জী জাহাপনা।

আওৰঙ্গজেব ঃ অহমৰ (আহোমৰ), ইমান হিম্মত (সাহস) হ'ল কেনেকৈ-ইমান তাকত (শক্তি) পালে কেনেকৈ? যি অহমীয়াক (অসমীয়াক) আমি অচমৰ (অসমৰ) বাটে-ঘাটে পানী খুৱাই সিহঁতৰ বীৰত্বক পদাঘাত কৰিছিলোঁ, আজি চেই (সেই) অহমীয়াই (অসমীয়াই) ৰাতা ৰাতি আক্ৰমণ কৰি আমাক কুত্তাৰ (কুকুৰৰ) দৰে খেদিলে। ই হ'ব নোৱাৰে।

ৰামসিংহ ঃ অহমে (আহোম) আমাৰ তাকতক (শক্তিক) পৰোৱাই (মানি লোৱা) কৰা নাই-ই ঠিক হোৱা নাই জাহাপনা।

আওৰঙ্গজেব ঃ কুছতো কৰনা পড়েগা-কুছতো কৰনা পড়েগা (কিবা এটাতো কৰিব লাগিব-কিবা এটাতো কৰিব লাগিব)। আমি অহমৰ (আহোমৰ) ওচৰত হৰা বুলি হুনিলে (শুনিলে) আন দুছমনে (শতৰুৱে) আমাৰ বিৰুদ্ধে লড়াই (ৰণ) কৰাৰ হিম্মত (সাহস)

করিব। ইচলিয়ে (এইকাৰণে) ইচৰাৰ (এইবাৰ) কেৱল গুৱাহাটী নহয় আমি পুৰা অহম (আহোম) দেচ (দেশ) দখল করিব লাগিব।

ৰামসিংহ ঃ জী জাহাপনা।

আওৰঙ্গজেব ঃ ৰামসিংহ।

ৰামসিংহ ঃ জাহাপনা।

আওৰঙ্গজেব ঃ তুমি ৰাজপুত-অম্বৰৰ মহাৰাজ জয়সিংহৰ বেটা (পুত্ৰ) তুমি। তোমাৰ লড়াই (ৰণ) কৌশলত মোৰ কোনো চন্দেহ (সন্দেহ) নাই। মই তোমাৰ এটা দায়িত্ব দিব খোজোঁ।

ৰামসিংহ ঃ হুকুম জাহাপনা-মই কৰ্তব্যৰ দাস।

আওৰঙ্গজেব ঃ তুমি জলদি (সোনকালে) অচম (অসম) যাব লাগে- অহমে (আহোমে) কৰা গুস্তাখিৰ (ভুলৰ) বাবে অহমক (আহোমক) উচিত চজা (শাস্তি) দিব লাগে। অহমে (আহোম) ভাবিছে- আমি এই পৰাজয় দেখি হতি (পিছুৰাই) যাম। না-নহয়। লড়াই (ৰণ) হ'ব। ফিৰচে (আকৌ) লড়াই (ৰণ) হ'ব যেতিয়ালৈ আমি পুৰা অহম (আহোম) দেশ আমাৰ নহয় তেতিয়ালৈকে লড়াই (ৰণ) হ'ব। চভি (সকলো) দুছমন (শতৰু) মৰিব লাগিব।

ৰামসিংহ ঃ জী জাহাপনা। তকদিৰে (ভাগ্যই) এক বাৰ (এবাৰ) অহমক (আহোমক) সহায় কৰিলে বুলিতো হমেচা (সদায়) নকৰে। ইচবাৰ (এইবাৰ) অহমে (আহোম) আমাৰ ওচৰত হাৰ মানিব লাগিব।

আওৰঙ্গজেব ঃ তোমাক যিমান সেনা-বল লাগে লৈ যোৱা। যাওঁতে কোচ বিহাৰৰ পৰাও কিছু সেনা নিব পাৰিবা। যি লাগে-যিমান লাগে লৈ যোৱা-মাথোঁ মোক অচম (অসম) দেশ লাগে।

ৰামসিংহ ঃ জাহাপনাৰ আদেশ পালন কৰা হ'ব। অহমক (আহোমক) সিহঁতৰ গুস্তাখিৰ (ভুলৰ) বাবে চজা (শাস্তি) দিয়া হ'ব।

আওৰঙ্গজেব ঃ মোক খোচামোদ নালাগে ৰামসিংহ। মোক কাম লাগে-কাম। কাফেৰহঁতৰ কটা মূৰ লাগে। তুমি আজিয়েই লড়াই (ৰণ)

বাবে তৈয়াৰী চুৰু (আৰম্ভ) কৰা।

ৰামসিংহ ঃ জী জাহাপনা।

(ৰামসিংহই আওৰঙ্গজেবক প্ৰণাম কৰি প্ৰস্থান কৰিব বিচাৰে। কিবা এটা চিন্তা কৰি আওৰঙ্গজেবে মাত দিয়ে।)

আওৰঙ্গজেব ঃ ৰামসিংহ।

ৰামসিংহ ঃ জাহাপনা।

আওৰঙ্গজেব ঃ তোমাৰ লগত ৰছিদ খাঁও যাব। সি নবাব মিৰজুমলাৰ লগত আগতে অচম (অসম) গৈছে। সি তোমাৰ লগত গ'লে তোমাৰ তাকত (শক্তি) বাঢ়িব।

ৰামসিংহ ঃ জী জাহাপনা। (ৰামসিংহৰ প্ৰস্থান)

আওৰঙ্গজেব ঃ দুনিয়াত কাকো বিচৰাচ (বিশ্বাস) কৰিব নোৱাৰি। সব প্ৰৱঞ্চক-সব মিছা। মিছাৰ ওপৰতেই খড়া (থিয় হৈ) আছে মোৰ দুনিয়া (পৃথিৱী)। যি আওৰঙ্গজেবে দুনিয়াত (পৃথিৱীত) কাকো বিচৰাচ (বিশ্বাস) নকৰিলে-নিজৰ আব্বাজান, আম্মীজান, ভাই-ভনী কাকো বিচৰাচ (বিশ্বাস) নকৰিলে সেই আওৰঙ্গজেবে তোক কেনেকৈ বিচৰাচ (বিশ্বাস) কৰিব ৰামসিংহ? মই ৰছিদ খাঁক তোৰ তাকত (শক্তি) বঢ়াবলৈ নহয়-তাক পঠালোঁ তোৰ ওপৰত নজৰ (চকু) ৰাখিবলৈ। যাতে কোনো ৰামসিংহই আওৰঙ্গজেবক বিচৰাচঘাত (বিশ্বাসঘাত) কৰিব নোৱাৰে। (উচ্চস্বৰত হাঁহে)

**(পট পৰে)**

## নৱম দৃশ্য

(ব্ৰহ্মপুত্ৰৰ পাৰ)

(ব্ৰহ্মপুত্ৰৰ কিছু অংশ দেখা যায়। দূৰত আহোম সেনাৰ কেইটামান শিবিৰ। লাচিতে আন ৰাজ বিষয়া সকলৰ সৈতে কথা পাতি থাকে।)

আতন ঃ আওৰঙ্গজেবে ৰামসিংহৰ নেতৃত্বত এটা বৃহৎ সৈন্য-বাহিনীক অসম আক্ৰমণ কৰিবলৈ পঠিয়াইছে বুলি চোৰাংচোৰাৰ পৰা সম্ভেদ লাভ কৰি স্বৰ্গদেৱে আপোনাৰ সহায়ৰ হেতু আমাক শীঘ্ৰে গড়গাঁৱৰ পৰা গুৱাহাটীলৈ আহিবলৈ নিৰ্দেশ দিলে।

লাচিত ঃ আপোনালোকৰ আগমনে কেৱল মোকেই নহয় আমাৰ ৰণুৱা-বিষয়া সকলোৰে মনোবল বৃদ্ধি কৰিলে। বঙালৰ সৈতে সন্মুখীন হ'বলৈ আপোনালোকৰ পা-পৰামৰ্শ আমাৰ বাবে নিতান্তই প্ৰয়োজনীয়।

বৰগোহাঁই ঃ কিন্তু ৰামসিংহৰ সাগৰ সঙ্কাশ সেনাৰ সন্মুখ হ'বলৈ জানো আমাৰ ইমান ৰণুৱা আছে?

লাচিত ঃ সংখ্যাৰে আমাৰ ৰণুৱাক জুখিলে ভুল হ'ব বৰগোহাঁই ডাঙৰীয়া। আমাৰ এজন ৰণুৱা বঙালৰ দহজন ৰণুৱাৰ সমান।

আতন ঃ আপোনাৰ কথাত ময়ো এক মত বৰফুকন ডাঙৰীয়া।

বৰপাত্ৰ ঃ তথাপিও আমাৰ উজনিৰ বামুণ, মহন্ত বাহিৰে বিশৰ পৰা চল্লিছ বছৰৰ সকলো সুস্থ-সবল ব্যক্তিক বাছনি কৰি সামৰিক প্ৰশিক্ষণ দি থ'ব পাৰিলে মোৰ বোধৰে বেয়া নহ'ব। যদিহে ৰণ দীঘলীয়া হয় আমি তেওঁলোকৰ সহায় ল'ব পাৰিম।

আতন ঃ আপুনি ঠিকেই কৈছে। (লাচিতক) নে কি কয় বৰফুকন ডাঙৰীয়া?

লাচিত ঃ ঠিকেই কৈছে-তেনে কৰিলে বেয়া নহ'ব। বঙালৰ সংখ্যা গৰিষ্ঠতাক লক্ষ্য কৰি মোৰ বোধৰে বাৰিষা নপৰে মানে আমি বঙালক যিকোনো উপায়ৰে ৰণৰ পৰা বিৰত ৰাখিব লাগিব।

বৰগোহাঁই ঃ কিন্তু-কিয়?

লাচিত ঃ বাৰিষাৰ সৈতে বঙালৰ অভিজ্ঞতা নাই-তেনে প্ৰেক্ষাপটত পৰিস্থিতিৰ সুযোগ লৈ আমি সহজে শতৰুক প্ৰতিহত কৰিব পাৰিম।

আতন ঃ স্বৰ্গদেউ প্ৰতাপ সিংহ ডাঙৰীয়াৰ দিনতো এনেবোৰ কাৰণৰ বাবেই বঙাল আমাৰ ওচৰত পৰাজিত হৈছিল।

বৰগোহাঁই ঃ কিন্তু বুঢ়াগোহাঁই ডাঙৰীয়া-বুৰঞ্জী সদায় পুনৰাবৃত্তি নহয়।

মনত ৰাখিব এইবাৰ লগত ৰচিদ খাঁও আহিছে-যি ৰচিদ খাঁ অসমৰ বাৰিষাৰ সৈতে ভালদৰে অভ্যস্ত।

আতন ঃ অৱশ্যে আপোনাৰ কথাৰো যুক্তি নথকা নহয়।

লাচিত ঃ কিন্তু যদি ৰামসিংহ আৰু ৰচিদ খাঁৰ মাজত প্ৰভেদ সৃষ্টি হয় তেতিয়া?

আতন ঃ সেয়া জানো সম্ভৱ?

লাচিত ঃ সেয়া মোৰ ওপৰত এৰি দিয়ক-আন নহ'লেও লাচিতে ভালদৰে জানে বঙালৰ মাজত কেনেকৈ প্ৰভেদ আনিব পাৰি। আৰু এটা কথা বোলো বঙাল অসমলৈ আহিছেই যেতিয়া, সিহঁতে ইয়াত আহি পোৱাৰ পাছত আমাক দেখিবই-আমিও সিহঁতক দেখিম। গতিকে মই প্ৰতিৰক্ষাৰ বাবে কিছু গড় তৈয়াৰ কৰাতো ভাল হ'ব বুলি ভাবোঁ। তাৰ লগতে আগৰ ৰণত ক্ষতি হোৱা গড় সমূহো বঙাল আহি পোৱাৰ আগতে মেৰামতি কৰিব লাগিব। আপোনাসৱৰ বা কি মত?

আতন ঃ ডাঙৰীয়াই যি ভাল দেখে কৰক। আপোনাৰ ওপৰত আমাৰ সম্পূৰ্ণ বিশ্বাস আছে।

লাচিত ঃ তেন্তে নতুন গড়ৰ নিৰ্মাণ আৰু পুৰণি গড়ৰ মেৰামতি অচিৰেই আৰম্ভ কৰা হওঁক। আপোনালোকে যদি অনুমতি দিয়ে মই এই দায়িত্ব মোৰ মোমাইদেউকে দিব বিচাৰোঁ।

বৰগোহাঁই ঃ আপুনি যি ভাল দেখে তাকেই কৰক-ইয়াত আমাৰ অনুমতি নথকাৰ কোনো কাৰণ নাই।

লাচিত ঃ মোৰ ওপৰত আপোনালোকৰ অটুত বিশ্বাস আৰু আস্থা দেখি মই খুবেই আনন্দিত। তদুপৰি মোৰ বোধৰে সামৰিক গুৰুত্ব থকা প্ৰতিডোখৰ ঠাইত একো একোজন সেনাপতিৰ অধীনত এদল ৰণুৱা থব লাগিব।

বৰপাত্ৰ ঃ বৰ সজ কথা বৰফুকন ডাঙৰীয়া। এনেকৈ যদি আমি আমাৰ মাজত দায়িত্ব ভগাই লওঁ বঙালে আমাৰ চুলি এডালো লৰাব নোৱাৰে। এতিয়া স্বৰ্গদেউ সোনকালে আহিলেই আমি মঙলা চাই ৰণভূমিলৈ গমন কৰিব পাৰো।

লাচিত ঃ (আচৰিত হয়) মঙলা-মঙলা চোৱাৰ প্ৰয়োজন কি?

বৰপাত্ৰ ঃ প্ৰয়োজন আছে বৰফুকন ডাঙৰীয়া। ৰণৰ আগতে আমি জনাটো উচিত-ৰণত আমাৰ ফলাফল কি হ'ব। ৰণত কোন জিকিব-কোন হাৰিব বা বঙালেই বা কেতিয়া আহি পাব। এইবোৰ সকলো যে গ্ৰহৰ খেল।

লাচিত ঃ মঙলা চাই যদি ৰণৰ ফলাফল নিৰ্ণয় কৰিব পাৰো তেন্তে ৰণৰ প্ৰয়োজন কিয়? মঙলা চোৱাৰ ওপৰত মোৰ আগতেও বিশ্বাস নাছিল-আৰু এতিয়াও বিশ্বাস নাই। (আতনে লাচিতলৈ একেথৰে চায়) ভাগ্য হাতৰ ৰেখাত নাথাকে-ভাগ্য থাকে হাতৰ মুঠিত। তথাপিও কথা দিছোঁ-মই মঙলা চোৱাত সম্পূৰ্ণ সহযোগ আগবঢ়াম। মঙলা চোৱাক মই বিশ্বাস নকৰিলেও আনৰ বিশ্বাসক অৱজ্ঞা কৰাৰ অধিকাৰ মোৰ নাই। (আতনে লাচিতক তধা লাগি চাই থকা দেখি) কি হ'ল বুঢ়াগোহাঁই ডাঙৰীয়া-মোৰ ফালে ভেবা লাগি চায় ৰ'ল যে-মই কিবা ভুল কৈছোঁ নেকি?

আতন ঃ সেই একেই বিচক্ষণ বুদ্ধি, অসম্ভৱ সাহসিকতা, সুপৰিকল্পনা, দূৰদৰ্শিতা। মোৰ এনে লাগিছে- এইয়া মোৰ সন্মুখত লাচিত বৰফুকন নহয় এইয়া যেন মোমাই তামুলী বৰবৰুৱাহে।

লাচিত ঃ পিতাৰ তুলনাত মই তেনেই নগণ্য। আজি যদি মই মোৰ দেশৰ বাবে-দহৰ বাবে কিবা অলপো কৰিব পাৰিছোঁ সেয়া মাথোন মোৰ পিতাৰ আশীৰ্বাদ।

আতন ঃ পিতাৰ প্ৰতি আপোনাৰ ভক্তি দেখি মই নথৈ সন্তোষিত হ'লো। কিন্তু সঁচা ক'বলৈ গ'লে আপুনি তেওঁতকৈ কোনো গুণে কম নহয়-বৰং কাৰ্যক্ষেত্ৰত এখোজ ওপৰতহে।

**(পট পৰে)**

## দশম দৃশ্য

(আহোমৰ গুৱাহাটীৰ সেনা শিবিৰ)

(পূজাৰ পৰিৱেশ। গণকে মঙলা চোৱাৰ বাবে প্ৰস্তুতি আৰম্ভ কৰে। চক্ৰধ্বজ, লাচিত, আতন, বৰপাত্ৰ, বৰগোহাঁই প্ৰৱেশ। আসন গ্ৰহণ কৰে। পূজা পাঠ হয়-পূজাৰ পাছত গণকে মঙলা চায়।)

গণক ঃ স্বৰ্গদেউ ঈশ্বৰ-আদেশ কৰক। কি জানিব বিচাৰিছে?

চক্ৰধ্বজ ঃ গণক প্ৰথমে মোক ক, ৰণ কোন দিনা বা লাগিব? বঙাল বা কেতিয়া আহি পাব?

গণক ঃ মোৰ গণনা অনুসৰি এই ৰণ বহাগৰ এঘাৰ দিনত হ'বগৈ স্বৰ্গদেউ।

চক্ৰধ্বজ ঃ ৰণত কাৰ ভংগ হ'ব আৰু কাৰ জয় হ'ব?

গণক ঃ (গণনা কৰি) ৰণত আমাৰ এজন সেনাপতি পৰিব। কিন্তু...

চক্ৰধ্বজ ঃ (আধাতে বাধা দি) গণক।

গণক ঃ স্বৰ্গদেউ ঈশ্বৰ-চিন্তাৰ কোনো প্ৰয়োজন নাই। গণনা মতে আমাৰ মধ্যতে বহিঃ গ্ৰহ ৰৈছে। নিচিন্তে থাকক-ৰণত আমাৰেই জয় হ'ব।

চক্ৰধ্বজ ঃ জয় আমাৰেই হ'ব-তোমাৰ কি মত বৰফুকন?

লাচিত ঃ হয় স্বৰ্গদেউ ঈশ্বৰ-জয় আমাৰেই হ'ব।

চক্ৰধ্বজ ঃ বিশ্বাস আছে মোৰ-জয় আমাৰেই হ'ব। তোমাৰ দৰে বীৰ থকালৈ আমাৰ কোনো ভয় নাই। তুমি আগুৱাই যোৱা-তোমাৰ বাউসীৰ তলৰে আগুৱাই গৈ হেজাৰ হেজাৰ আহোম সেনাই বিদেশী বঙালক মহতিয়াই পেলাওক। স্বাধীন দেশ মোৰ-স্বাধীন হৈ ৰওক।

**(পট পৰে)**

## একাদশ দৃশ্য

(মোমাইকটা গড়)

(ৰাতিৰ পৰিৱেশ। কেইজনমান আহোম সেনাই এটা গড় বান্ধি থাকে-মোমাই কামটো তদাৰক কৰি থাকে। কিছু সময় এনেদৰে অতিবাহিত হয়। লাচিত সোমাই আহে।)

লাচিত ঃ মোমাইদেউ।

মোমাই ঃ হয় বোপা দেউতা।

লাচিত ঃ উত্তৰ কুলৰ এই গড়টো আমাৰ কাৰণে অতি গুৰুত্বপূৰ্ণ। এতিয়া আপোনাৰ ওপৰতেই আমাৰ ভৱিষ্যতৰ নিৰ্ভয় কৰিছে। বঙাল আহি পোৱাৰ আগতেই এই গড়টো তৈয়াৰ হ'ব লাগিব।

মোমাই ঃ যি আজ্ঞা বোপা-আমি সাধ্য মানে চেষ্টা কৰিম যাতে গড়টো সোনকালে সাজু হৈ উঠে।

লাচিত ঃ সোনকালে নহয়-আজিৰ ৰাতিটোৰহে সময় আছে আমাৰ হাতত। বঙাল যেনেকৈ আগ বাঢ়িছে-কাইলৈ পুৱাই এই স্থান পাবহি। গতিকে ৰাতিৰ ভিতৰত গড় বন্ধা কামটো সম্পূৰ্ণ হ'ব লাগিব।

মোমাই ঃ হ'ব বোপা দেউতা।

লাচিত ঃ আপুনি কামটো তদাৰক কৰক। মই আমাৰ আন ৰণুৱা সকলৰ অলপ বুজ লওঁগৈ।

মোমাই ঃ ভাল বোপা দেউতা।

লাচিত ঃ মনত ৰাখিব-আজি ৰাতিয়েই গড় বন্ধা কামটো সম্পূৰ্ণ হ'ব লাগিব।

(লাচিতৰ প্ৰস্থান। মোমাইয়ে গড় বন্ধা কামটো কিছু সময় তদাৰক কৰে-কিছু সময়ৰ পিছত)

মোমাই ঃ আসঃ কাম কৰি কৰি ভাগৰুৱা হৈ গৈছো-মানুহহে আমি। কিমাননো আৰু কাম কৰিম-এঘুমটি মাৰিয়েই লওঁ।

(মোমাইয়ে গড়টোত মূৰ থৈ শুব। কিছু সময় পাছত লাচিত সোমাই আহি মোমায়েকক শুই থকা দেখি উত্তেজিত হয়।)

লাচিত ঃ মোমাইদেউ-মোমাইদেউ।
(মোমাই লাচিতৰ মাত শুনি ততাতৈয়াকৈ উঠে)

মোমাই ঃ অ-বোপা দেউতা।

লাচিত ঃ এইয়া কি মোমাইদেউ-বঙাল আহি আগিয়াঠুৰী পালেহি অথচ আমাৰ গড়ৰ আধাখিনিয়েই সম্পূৰ্ণ হোৱা নাই।

মোমাই ঃ বোপা দেউতা-পুৰালৈ... (কিবা ক'ব খোজে-লাচিতে বাধা দিয়ে)

লাচিত ঃ দেশ মাতৃৰ সন্মুখত ইমান ডাঙৰ বিপদ আৰু আপুনি কেনেকৈ শান্তিৰে শুব পাৰিছে? আপোনাৰ ওপৰতেই ভৰষা কৰি দেশ ৰক্ষাৰ ইমান এটা গুৰুত্বপূৰ্ণ কামৰ দায়িত্ব দিলোঁ-তাকো আপুনি অৱহেলা কৰিলে। আপোনাৰ এই কাৰ্য্যই আমাৰ কিমান ক্ষতি কৰিব পাৰে সেই কথা আপুনি উপলব্ধি কৰিছেনে?

মোমাই ঃ বোপা দেউতা-চোৰাচোন দিনে ৰাতিয়ে কাম কৰি কৰি আমাৰ মানুহবোৰ লেবেজান হৈ পৰিছে। সিহঁতে কোনোমতে গড়টোৰ কাম শেষ কৰিব পৰা নাই। কিমানো কৰিব-সিহঁতে যিমান পাৰে সিমানহে কৰিব।

লাচিত ঃ (খং কৰি) মোমাইদেউ-যি ব্যক্তিয়ে দেশ মাতৃৰ বিপদৰ সময়ত নিজৰ কামক অৱহেলা কৰি শান্তিৰে শুব পাৰে তেওঁত কৈ দেশদ্ৰোহী আৰু কোনো নাই। তেনে ব্যক্তিয়ে শাস্তি পোৱাৰ যোগ্য-দেশত কৈ মোমাই ডাঙৰ নহয়। (লাচিতে হেংদাং উলিয়াই মোমায়েকৰ শিৰচ্ছেদ কৰে।)

**(পট পৰে)**

## দ্বাদশ দৃশ্য

(গুৱাহাটীৰ ৰণ ক্ষেত্ৰত আতন বুঢ়া গোহাঁইৰ শিবিৰ। আতনে বৰপাত্ৰ গোহাঁইৰ লগত আলোচনা কৰি থাকে।)

আতন ঃ আপুনি এনে কৰিলে কিয় ডাঙৰীয়া-বৰফুকন ডাঙৰীয়াই মোমায়েকক শিৰচ্ছেদ কৰাৰ কথাটো স্বৰ্গদেউক এই সময়ত জনোৱাৰ যুক্তি ক'ত? এই সময়ত তেওঁক তেওঁৰ মতে কাম কৰিব দিয়া উচিত।

বৰপাত্ৰ ঃ কিন্তু আহোম ৰাজ্যৰ নিয়ম অনুসৰি শিৰচ্ছেদৰ আদেশ স্বৰ্গদেউৰ বাহিৰে আন কোনো ৰাজ-বিষয়াই দিব নোৱাৰে। তেনেস্থলত স্বৰ্গদেউৰ আজ্ঞাৰ অবিহনে বৰফুকন ডাঙৰীয়াই মোমায়েকৰ শিৰচ্ছেদ কৰি ৰাজ ব্যৱস্থাক অৱমাননা কৰা নাইনে?

আতন ঃ এইয়া যুক্তি-তৰ্কৰ সময় নহয় ডাঙৰীয়া। এতিয়া তেওঁক তেওঁৰ মতে কাম কৰিব দিয়াৰহে সময়। তেতিয়াহে আমি বঙালক জিকিব পাৰিম।

বৰপাত্ৰ ঃ (উদ্বিগ্নতাৰে) মই ভুল কৰিলোঁ নেকি বাৰু?

আতন ঃ যি হ'ল হ'ল-এতিয়া সেইবোৰ ভাবি কোনো লাভ নাই। মোৰ য'ত বিশ্বাস এই সময়ত স্বৰ্গদেউ ঈশ্বৰে বৰফুকন ডাঙৰীয়াক একো নকয়। আপুনি মাত্ৰ চকু দিব-যাতে আপুনি স্বৰ্গদেউলৈ বাৰ্তা পঠোৱাৰ কথাতো বৰফুকন ডাঙৰীয়াই ঘৃণাক্ষৰেও উমান নাপায়। উমান পালে তেওঁৰ বেজাৰ লাগিব।

বৰপাত্ৰ ঃ নিশ্চিন্ত থাকক— বুঢ়াগোহাঁই ডাঙৰীয়া।

(দুৱৰীৰ প্ৰৱেশ)

দুৱৰী ঃ দেউতা ঈশ্বৰ বৰফুকন ডাঙৰীয়াই আপোনাসৱক দেখাৰ অনুমতি বিচাৰিছে।

আতন ঃ আহিবলৈ দে।

(দুৱৰীৰ প্ৰণাম কৰি প্ৰস্থান কৰে)

(লাচিতৰ প্ৰৱেশ-লাচিতক কিছু উদ্বিগ্ন দেখা যায়)

লাচিত ঃ প্ৰণাম গ্ৰহণ কৰিব।

আতন ঃ আহক-কি কথা বৰফুকন ডাঙৰীয়াৰ আপোনাক চিন্তান্বিত যেন লাগিছে?

লাচিত ঃ আমি অনুমান কৰাতকৈ বহু আগতে শতৰু আহি উপস্থিত হ'লহি বুঢ়াগোহাঁই ডাঙৰীয়া।

বৰপাত্ৰ ঃ কি ক'লে-শতৰু আহি পালেহি। তেন্তে এতিয়া কি কৰিম বুলি ভাবিছে?

লাচিত ঃ অৱশ্যে মই ইতিমধ্যে আমাৰ তিনিওজন ৰাজখোৱাক কিছু ৰণুৱাৰ সৈতে শতৰুৰ বুজ ল'বলৈ যাব দিছোঁ।

আতন ঃ কিন্তু তেওঁলোকে জানো ৰামসিংহৰ বিশাল সেনা বাহিনীক ভেটিব পাৰিব?

লাচিত ঃ নোৱাৰে-কিন্তু সঁচা কথা ক'বলৈ হ'লে তেওঁলোকে শতৰুক ভেটিব যোৱা নাই।

আতন ঃ (আচৰিত হৈ) অৰ্থাৎ?

লাচিত ঃ পৰিকল্পিতভাৱে আমাৰ বিজয়ৰ পথ নিমজ কৰিবলৈহে গৈছে। যদি কিবা কৰি সিহঁতক আমাৰ অভেদ্য গড়ৰ চক্ৰবেহুৰ মাজলৈ আনিব পাৰো তেন্তে বিশাল সেনা বাহিনীকো আমি সহজে পৰাস্ত কৰিব পাৰিম। আমাৰ ৰণ নীতি অনুসৰি আমাৰ ৰণুৱাই ৰণ কৰিবলৈ গৈছে সঁচা-কিন্তু প্ৰকৃততে তেওঁলোকে শতৰুৰ লগত ৰণ কৰি বলে নোৱাৰা যেন দেখুৱাই পিছুৱাই আহিব। তাকে দেখি বঙালে জয় লাভত আমাৰ ৰণুৱাৰ পিছে পিছে খেদি আহি আমাৰ ইয়াৰ অভেদ্য গড়ৰ চক্ৰবেহুৰ মাজত সোমাই পৰিব। আৰু ইয়াত বঙালে আমাক ৰণত জিকিব নোৱাৰে।

বৰপাত্ৰ ঃ ইয়াত অৱশ্যে বঙালে আমাক ৰণত জিকিব নোৱাৰে যদিও ৰণৰ বাবে যদি আৰু কিছু সময় পোৱাহেঁতেন আমাৰ বাবে অধিক লাভজনক হ'ল হয়।

লাচিত ঃ তাৰো উপায় মই ভাবি ৰাখিছো ডাঙৰীয়া সকল-আমাক ৰণৰ প্ৰস্তুতিৰ বাবে যিমান সময়ৰ প্ৰয়োজন সিমান সময় মই

পৰিকল্পিতভাৱে ৰামসিংহক পত্ৰালাপৰ মাধ্যমেৰে ব্যস্ত ৰাখিম।

**(পট পৰে)**

## ত্ৰয়োদশ দৃশ্য (ক)

(ৰামসিংহৰ চাউনি)

(ৰামসিংহই লাচিতৰ পত্ৰ পঢ়ি থাকে- কাষত আহোম কটকী)

ৰামসিংহ ঃ (পত্ৰ পঢ়ে) শ্ৰীশ্ৰী ভাই ৰজা ৰামসিংহ সমীপেষু। পত্ৰৰ দ্বাৰা আপোনাক কুশল মংগল কামনা কৰিলোঁ। আপুনি অ'ত দূৰ বাট কুৰি বাই দিল্লীৰ পৰা আমাৰ ৰাজ্য উপস্থিত হোৱাত আমি অতি আনন্দিত হোৱাৰ লগতে আপোনাক আমাৰ অতিথি হিচাপে লাভ কৰি আমি গৌৰৱান্বিত। আহু কাণে-পহু কাণে শুনিছোঁ যে এক বিশেষ উদ্দেশ্য পূৰ্তিৰ বাবেহে বোলে আমাৰ ৰাজ্যলৈ আপোনাৰ আগমন হৈছে। আশা কৰিছোঁ-আপুনি আপোনাৰ আগমনৰ উদ্দেশ্য আমাৰ কটকীৰ দ্বাৰা আমালৈ প্ৰেৰণ কৰিব। যদি সঁচাকৈ আপোনাৰ উদ্দেশ্য সৎ আৰু মহৎ হয় তেন্তে আপোনাক সহায় কৰিবলৈ পালে আমি আনন্দিত হ'ম। ইতি স্বৰ্গদেউৰ আজ্ঞাক্ৰমে-লাচিত বৰফুকন। (কটকীক) তোৰ মালিকক কবি মই তেওঁৰ চমাচাৰ (সমাচাৰ/বাৰ্তা) পঢ়িলো-জলদি (অতি শীঘ্ৰেই) মই তাৰ জৱাব (উত্তৰ) ফেজিম (পঠাম)।

আঃকটকী ঃ হ'ব মহাৰাজ।

**(পট পৰে)**

## ত্ৰয়োদশ দৃশ্য (খ)

(লাচিত বৰফুকনৰ বাহৰ)

মোঃ কটকী ঃ জনাৱ-আমাৰ নবাব ৰামসিংহ জনাৱে আপনাৰ (আপোনাৰ) চৱালৰ (প্ৰশ্নৰ) জৱাব (উত্তৰ) দিছে।

লাচিত ঃ কি কৈছে তেওঁ?

মোঃ কটকী ঃ আলিয়াৰ খাঁ আৰু মোমাই তামুলী বৰুৱাৰ মাজত যি চুক্তি হৈছিল-সেই চুক্তি যেন অহমে (আহোমে) মানি লয়। তেহে অহম (আহোম) দেচ (দেশ) ৰক্ষা পৰিব।

লাচিত ঃ তাৰ মানে লুইতত উত্তৰ পাৰে বৰনদী আৰু দক্ষিণ পাৰে অসুৰ আলি আহোম বঙাল সীমা বুলি মানি লৈ গুৱাহাটীক বঙালৰ ৰাজ্যত চামিল কৰিব লাগে।

মোঃ কটকী ঃ জী জনাৱ। তেওঁ জলদি (তৎক্ষণাত) গুৱাহাটী এৰি দিব কৈছে-যদি গুৱাহাটী এৰিবলৈ মন নাই তেন্তে অহমক (আহোমক) একঘড়ি লেঢ়াই (যুঁজ) দিব দিছে।

লাচিত ঃ কি?

মোঃ কটকী ঃ আপনাক (আপোনাক) চিন্তা কৰিব হাক (মানা) দিছে-যদিহে অহমৰ (আহোমৰ) লেঢ়াই (যুঁজ) বাবে খা-বাৰুদ নাই তেন্তে আমাৰ নবাবে আমাৰ পৰা মাগিব (খুজিব) দিছে।

লাচিত ঃ কটকী ।

মোঃ কটকী ঃ জী হুজুৰ।

লাচিত ঃ তই এতিয়া যা— মোৰ যি ক'ব লগা আছে তাক আমাৰ কটকীৰ দ্বাৰা তোৰ মালিকক জনাম।

মোঃ কটকী ঃ হুজুৰ (এটোপাল আফু গুটি আগবঢ়াই দি) আমাৰ নবাবে দিছে।

লাচিত ঃ (টোপোলাটো নলয়। কিন্তু টোপোলাটোলৈ আঙুলিয়াই) কি এইটো?

মোঃকটকী ঃ পোস্তৰ গুটি হুজুৰ। আমাৰ নবাবে কৈছে- ইয়াত যিমান পোস্তৰ গুটি আছে- আমাৰ সেনাও সিমান আছে। এই

লড়াইত (ৰণত) আমিয়েই জিতিম (জিকিম)।

লাচিত ঃ কোন জিকে-কোন হাৰে তাক সময়হে ক'ব। তেওঁ বা মই ক'লেই নহ'ব।

**(পট পৰে)**

## ত্ৰয়োদশ দৃশ্য (গ)

(ৰামসিংহৰ চাউনি)

(ৰামসিংহই লাচিতৰ পত্ৰ পঢ়ি থাকে-কাষত আহোম কটকী)

ৰামসিংহ ঃ (পত্ৰ পঢ়ে) শ্ৰীহৰি-ভাই ৰজা ৰামসিংহ সমীপেষু। ভাই ৰজা পত্ৰৰ দ্বাৰা আপোনাক জনোৱা হ'ল যে আপুনি মাথোন একঘড়ি লেঢ়াইৰ কথা ক'লে। মাথোঁ একঘড়ি লেঢ়াই কিয়-শৰীৰত শেষ বিন্দু তেজ থকা লৈ আমি যুঁজিবলৈ সাজু। আমি শুনি সুখী হ'লো যে ৰণৰ বাবে আপোনালোক ইমান আগ্ৰহী যে আমাক নিঃকিন বুলি ভাবি আমাক ৰণৰ সা-সঁজুলি দি হ'লেও আমাৰ লগত ৰণ কৰিবলৈ প্ৰস্তুত। কিন্তু আমাৰ স্বৰ্গদেউৰ ৰাজ্যত ঈশ্বৰৰ কৃপাত কোনো বস্তুৰ অভাৱ নাই। মোৰ বোধেৰে এইবাৰ ৰণত আপোনালোকে ইমান দূৰৰ পৰা কঢ়িয়াই অনা আহিলা-পাতিৰহে আপোনালোকলৈ নোজোৰিব। তেনেস্থলত আমাৰ সহায়হে আপোনালোকক প্ৰয়োজন হ'ব বুলি মোৰ বিশ্বাস হয়। নিশ্চিন্ত থাকক-আমি অতিথি প্ৰয়াণ। আমাৰ ৰাজ্যত যদি আপোনাৰ কিবা প্ৰয়োজন হয় আমাক নিঃসঙ্কোচভাৱে জনাওক। আমি আপোনালোকক সহায় কৰিব পাৰিলে সুখী অনুভৱ কৰিম। আমি ৰণৰ পৰা পলোৱা মানুহ নহয়, আপোনালোকে যদি ৰণ কৰিব বিচাৰে আমি ৰণৰ বাবে সাজু। মনত ৰাখিব-গুৱাহাটী বঙালৰ নাছিল আৰু নহ'বও। আফু গুটিৰ পৰা আপোনাৰ ৰণুৱাৰ নমুনাৰ আমি আমাৰ ৰণুৱাৰ নিদৰ্শন পালো। আমাৰ কটকীৰ হাতত

পঠালোঁ। ইয়াৰ জৰিয়তে আপুনি আমাৰ ৰণুৱাৰ বিষয়ে অনুমান কৰিব পাৰিব বুলি বিশ্বাস হয়। ইতি-স্বৰ্গদেউৰ আজ্ঞাক্ৰমে-লাচিত বৰফুকন।

ৰামসিংহ ঃ তোৰ মালিকে আৰু কি দিছে দূত?

আঃকটকী ঃ এইয়া-মহাৰাজ (পটা গুটি আৰু বালি এচুঙা ৰামসিংহক দিয়ে) দেউতা ঈশ্বৰে আপোনালৈ এই পটা গুটিটো আৰু লুইতৰ বালি এচুঙা দি পঠিয়াইছে।

ৰামসিংহ ঃ (আচৰিত) পটা গুটি।

আঃ কটকী ঃ হয় মহাৰাজ। দেউতা ঈশ্বৰে কৈছে আপোনাৰ আফু গুটিৰ নিচিনা সেনাক পটা গুটিৰে পিহি পেলোৱা হ'ব।

ৰামসিংহ ঃ আৰু লুইতৰ বালি?

আঃ কটকী ঃ আমাৰ সেনাৰ নমুনা-লুইতৰ বালিৰ নিচিনা গণিব নোৱাৰাকৈ অগণন।

ৰামসিংহ ঃ ঠিক আছে-তই এতিয়া যা। (কটকী যাব খোজে-কিবা এটা মনত পৰাত কটকীক মাত লগাই) দূত...

আঃ কটকী ঃ মহাৰাজ?

ৰামসিংহ ঃ একটা (এটা) কথা ক' (ক'চোন)-মিৰজুমলা নবাবৰ লড়াইৰ (ৰণৰ) চময়ত (সময়ত) তহঁতৰ দেচৰ (দেশৰ) এই সেনাপতিজন ক'ত আছিল?

আঃকটকী ঃ (মুখৰ ভিতৰতে কৰ) বাপুৰাৰ মনত ভয় সোমাই যেন পাইছোঁ।

ৰামসিংহ ঃ কি ক'লি দূত?

আঃকটকী ঃ নাই-মানে।

ৰামসিংহ ঃ কি হ'ল-নক'লি যে?

আঃকটকী ঃ (ঠেটমট খায়) ক'ত আছিল-ক'ত আছিল (কিবা এটা মনত পৰা যেন দেখুৱাই) পূবদিশৰ নৰা নামে এখনি দেশ আছে। তেওঁ তেতিয়া তাত আছিল।

ৰামসিংহ ঃ নৰা দেশত-লেকিন কিয়ু (কিন্তু কিয়)?

আঃকটকী ঃ সেই দেশৰ ৰজাই হাতী, ঘোঁৰা, কাপোৰ আদি সোধোৱাত

পলম কৰাত স্বৰ্গদেউ ঈশ্বৰে খং কৰি এইজনা বৰফুকনক সেনাপতি কৰি নৰা ৰজাক শাস্তি দিবলৈ পঠিয়াইছিল। ৰজাক শাস্তি দি উভতি আহোঁতে মিৰজুমলাই আমাৰ ৰাজ্য আক্ৰমণ কৰা বুলি শুনি তেওঁ মিৰজুমলাক উভতি ধৰিবলৈ আহি কলিয়াবৰ পাইছিলহি। কিন্তু আমাৰ ৰাজ্যৰ পৰা দিল্লীলৈ উভতি যাওঁতে আধা বাটত মিৰজুমলা ঢুকাল বুলি জানিব পাৰিহে বৰফুকন ডাঙৰীয়া ক্ষান্ত হ'ল।

ৰামসিংহ ঃ (কিবা চিন্তা কৰি) হয় নেকি?

আঃকটকী ঃ হয় মহাৰাজ-আৰু এটা গোপন কথা এটা কৈ যাওঁ-বেলেগক নক'ব। মই এই কথাতো আপোনাক কোৱা বুলি আমাৰ বৰফুকন ডাঙৰীয়াই ঘূণাক্ষৰে গম পালে মোক নচঁচা শূলত দিব।

ৰামসিংহ ঃ কি কথা?

আঃকটকী ঃ আমাৰ সেনাৰ লগত এজাক ৰাক্ষস সেনাও আছে। সিহঁতে ৰাতিহে যুঁজে। সিদিনা বৰফুকন ডাঙৰীয়াই কোৱা শুনিছিলোঁ যে কেইদিনমানৰ পিছতে এজাক আৰু ৰাক্ষস সেনা আমাৰ সেনাবাহিনীত যোগদান কৰিবহি।

ৰামসিংহ ঃ (আচৰিত) কি ক'লি-ৰাক্ষস সেনা। তই সঁচাকৈ কৈছনে?

আঃকটকী ঃ হয় মহাৰাজ-হয়। আপুনি আমাৰ ৰাক্ষস সেনাৰ বিষয়ে নাজানে নেকি? (আহোম কটকীৰ মুখত কুটিল হাঁহি দেখা যায়)

**(পট পৰে)**

## ত্ৰয়োদশ দৃশ্য (ঘ)

(লাচিত বৰফুকনৰ বাহৰ)
(আতন আৰু লাচিত আলোচনাত ব্যস্ত)

আতন ঃ এতিয়া কি কৰিম বুলি ভাবিছে?

লাচিত ঃ ৰণৰ প্ৰস্তুতি প্ৰায় সম্পূৰ্ণ। ন'কৈ আমাৰ ৰণুৱা দ'লত যোগদান কৰা যুৱকবোৰৰো আখৰা সম্পূৰ্ণ হ'ল। পুৰণি গড় কেইটাৰ মেৰামতিৰ লগতে নতুন কৈ বান্ধিব লগা গড় কেইটাও বন্ধা হ'ল।

আতন ঃ আপোনাৰ ৰণ কৌশল দেখি মই আচৰিত হৈছোঁ। ৰামসিংহই ধৰিবই নোৱাৰিলে যে আপুনি তেওঁৰ লগত ইমান দিন ৰণৰ বাবে প্ৰস্তুতিহে চলাই আছিল। তেওঁ হয়তো এতিয়াও ভাবি আছে যে আমি তেওঁৰ সৈতে শান্তি চুক্তিত সাক্ষৰ কৰিবৰ বাবেহে বাৰ্তালাপ কৰি আছিলো। কিন্তু কথাৰ গুৰি আছিল ক'ৰোবাত। সঁচাকৈ আপুনি প্ৰকৃত বীৰ। কোনো প্ৰকৃত বীৰে য'তে-ত'তে নিজৰ শক্তি প্ৰদৰ্শন কৰি শক্তিৰ অপচয় নকৰে। প্ৰয়োজনত দুৰ্বলীৰ ওচৰতো মূৰো দোৱাই-কিন্তু ইয়াৰ অৰ্থ এই নহয় যে তেওঁ দুৰ্বলীজনৰ ওচৰত হাৰ মানিলে। ঠিক তেনেদৰে যেনেদৰে চাপৰ দুৱাৰ এখনৰে পাৰ হ'বৰ বাবে ওখ মানুহে মূৰ দোৱাই।

(আহোম কটকীৰ প্ৰৱেশ)

আঃকটকী ঃ দেউতা ঈশ্বৰৰ জয় হওক।

লাচিত ঃ কিবা বিশেষ সংবাদ?

আঃকটকী ঃ (শংকিত) এতিয়া সকলো দেউতা ঈশ্বৰৰ ওপৰতেই নিৰ্ভয় কৰে। আপুনি কাটকেই বা মাৰক-মই সঁচা ক'ব লাগিব।

লাচিত ঃ মানে?

আঃকটকী ঃ বঙালৰ সেনাপতি ৰামসিংহই মোক আপোনাৰ আৰু আমাৰ ৰণুৱাৰ বিষয়ে সুধিছিল- মই সুবিধা পায় অলপ বৰাই ক'লোঁ।

আতন ঃ কি ক'লি তই?

আঃকটকী ঃ মই ক'লো বোলো আমাৰ সেনাৰ লগত ৰাক্ষস সেনাৰ দল এটাও আছে-যি কেঁচাই-কেঁচাই মানুহ খায়। প্ৰথমে ৰামসিংহই মোৰ কথাৰ বিশ্বাস কৰা নাছিল যদিও পাছত আকৌ মোক মতাই নি ক'লে-যদি আমি সঁচাকৈ ৰাক্ষস সেনা পুহি ৰাখিছো, তাৰ প্ৰমাণ দিব লাগে। মই হ'ব বুলি কয় আহিলোঁ। এতিয়া আপোনালোকে যি ভাল দেখে কৰক। আৰু যদি কিবা ভুল কৰিলোঁ তেন্তে... (অসহায় আৰু ভীতিগ্ৰস্ত দৃষ্টিৰে লাচিতক চায়।)

লাচিত ঃ একো ভুল কৰা নাই কটকী। ময়ো আমাৰ চোৰাংচোৰাৰ পৰা গম পাইছোঁ যে বঙালৰ মাজত আমি ভূত-প্ৰেত, পিশাচ, ডাকিনী-যোগিনী পুহি ৰাখোঁ বুলি এটা ভ্ৰান্ত ধাৰণা আছে। আৰু এনেবোৰ ধাৰণাই লাহে-লাহে বঙালৰ মাজত ভয়ৰ উৎপন্ন কৰিছে। তই সিহঁতক উচিত কথাকে কৈছ।

আঃকটকী ঃ (মিচিকিয়া হাঁহি বিৰিঙে) উস কৃষ্ণ এতিয়াহে জীউটো উভতি আহিল।

(প্ৰণাম কৰি আহোম কটকীৰ প্ৰস্থান)

আতন ঃ এতিয়া...

লাচিত ঃ এতিয়া আৰু কি বুঢ়া গোহাঁই ডাঙৰীয়া-কটকীৰ কথাই সঁচা হওক। আমাৰ ৰণুৱা এদলক সাজু কৰা হওঁক। ভূত-প্ৰেতৰ সাজ-পোছাক পিন্ধাই মাজনিশা আক্ৰমণ কৰিব দিয়া হওঁক বঙালৰ চাউনিত। ৰামসিংহই আমাৰ এই ৰণ-কৌশল নীতি বিৰোধ বুলি ভৰ্ৎসনা কৰিব। কৰিলে কৰক। ৰামসিংহই এইটো মনত ৰাখিব লাগিব যে সিংহই মাথোঁ ৰাতি যুদ্ধ কৰে, আনবিলাকে মাটিয়ে পানীয়ে দিনত যুদ্ধ কৰে। আমাৰ প্ৰতিজন ৰণুৱা একো একোটা সিংহহে— শিয়াল নহয়।

**(পট পৰে)**

## চতুৰ্দশ দৃশ্য

(মোগল শিবিৰ)

(মাজনিশা - মোগলৰ সেনা চাউনিত এজাক আহোম সেনাই হাতত সাৰে ভৰিত সাৰে সোমাই মোগল সেনাক আক্ৰমণ কৰে। মোগলে উভতাই ধৰাত আহোম সেনা জাক পিছুৱাই আহে। মোগলে খেদি অহাত আন এজাক আহোম সেনাই কলা সাজ পিন্ধি এহাতে মৃত মানুহৰ ভৰি আৰু আনহাতে বিয়াগোম মাছ লৈ এখন ভৰি দাঙি নাচে-তাক দেখি মোগল সেনা ভয়তে পিছুৱাই যায়।)

**(পট পৰে)**

## পঞ্চদশ দৃশ্য

(আওৰঙ্গজেবৰ ৰাজসভা)

(মোগল কটকীয়ে কিবা কৈ থাকে- আওৰঙ্গজেবে ইংগিতৰে বাধা দিয়ে)

আওৰঙ্গজেব ঃ দুছমনে (শতৰুৱে) আমাৰ লগত মুকাবুলা (মুখামুখি হোৱাৰ) কৰাৰ হিম্মত (সাহস) কৰা নাই বুলি জানি বহুত খুচ (সুখী) হ'লো।

মোঃকটকী ঃ আৰু সিহঁত হতি (পিছুৱাই) যোৱা দেখিতো আমাৰ নবাব ৰামসিংহই সিহঁতক প্ৰেগামৰ (চিঠি) ওপৰত প্ৰেগাম (চিঠি) দি আৰু ডৰ (ভয়) খুৱাইছে হুজুৰ।

আওৰঙ্গজেব ঃ কি? প্ৰেগাম (চিঠি)।

মোঃকটকী ঃ হা (হয়) হুজুৰ।

আওৰঙ্গজেব ঃ কিয়ু (কিয়)?

মোঃ কটকী ঃ যাতে অহমে (আহোম) লড়াই (ৰণ) নকৰাকৈ গুৱাহাটী (এৰি) দিয়ে।

আওৰঙ্গজেব ঃ (খং উঠে) বেইমান-নিমখ হাৰাম-বেবকুফ (মূৰ্খ)। প্ৰেগাম

(চিঠি) লিখে। এনে (এইবোৰ) কাফেৰৰ বাবে আমাৰ ইজ্জ্বত (সন্মান) গ'ল-মোগলৰ ইজ্জ্বত (সন্মান) গ'ল। মই তাক লড়াই (ৰণ) কৰিবলৈ পঠিয়াইছো-অহমৰ (আহোমৰ) লগত দোস্তি (মিত্ৰতা) কৰিবলৈ নহয়। ৰামসিংহ কবি-লড়াই (ৰণ) কৰিব গ'লে ইমান মেহেৰবান (দয়ালু) হ'লে নচলিব। অহম (আহোম) আমাৰ দোস্ত (মিত্ৰ) নহয়। সিহঁত আমাৰ দুছমন (শতৰু)। দুছমনক (শতৰুক) দুছমনৰ (শতৰুৰ) দৰে ব্যৱহাৰ কৰিব লাগে-দোস্তৰ (মিত্ৰতাৰ) দৰে নহয়। অহমক (আহোমক) আক্ৰমণ কৰি বিলকুল (সম্পূৰ্ণ) অচম (অসম) দখল কৰিব লাগে। মোগলৰ ইজ্জ্বত (সন্মান) বচাব লাগে। দুছমনৰ (শতৰুৰ) কামান দাঙিবলৈ নৌ পাওঁতেই আমাৰ কামান গৰ্জন কৰিব লাগে। কাফেৰ লাচিতৰ কটা চৰ (মূৰ) লাগে।

**(পট পৰে)**

## ষোড়শ দৃশ্য

(চক্ৰধ্বজ সিংহৰ শয়ন কক্ষ)

(চক্ৰধ্বজ সিংহই অসমৰ নক্সা এখন চাই কিবা চিন্তা কৰি থাকে। পাহীৰ প্ৰৱেশ। চক্ৰধ্বজ সিংহই চিন্তা কৰি থকাতো লক্ষ্য কৰে-কিবা এটা চিন্তা কৰি মাত দিয়ে।)

পাহী ঃ স্বৰ্গদেউ।

চক্ৰধ্বজ ঃ (সংজ্ঞা আহে) অ-বৰ কুঁৱৰী।

পাহী ঃ আপোনাৰ কি হৈছে স্বৰ্গদেউ?

চক্ৰধ্বজ ঃ (নিজৰ চিন্তাবোৰ লুকোৱাব বিচাৰে) ক'ত-কি হৈছে মোৰ?

পাহী ঃ মিছা নক'ব।

চক্ৰধ্বজ ঃ নাই-আপুনি এনেই সন্দেহ কৰিছে। মোৰ একো হোৱা নাই।

পাহী ঃ মোক মিছা কয় লাভ নাই স্বৰ্গদেউ। ৰণৰ চিন্তাই যে আপোনাক

বিব্ৰত কৰিছে তাক আপুনি খুলি নক'লেও মই ভালদৰে বুজোঁ। দেশৰ এটা সীমান্তত শতৰুৱে আক্ৰমণ চলাই আছে-তেনেস্থলত কোন ৰজা কোন প্ৰজা সুখে-শান্তিৰে থাকিব পাৰে। কিন্তু মনত ৰাখিব স্বৰ্গদেউ-যেতিয়ালৈকে লাচিত বৰফুকন আছে তেতিয়ালৈ বঙাল শতৰুৱে ৰণ জয় কৰাতো দূৰ, আহোমৰ নোম এডালো লৰাব নোৱাৰে।

চক্ৰধ্বজ ঃ বৰফুকনৰ বীৰ-পৰাক্ৰমত মোৰ অকণো সন্দেহ নাই কিন্তু...

পাহী ঃ কিন্তু-কিন্তু কি স্বৰ্গদেউ ?

চক্ৰধ্বজ ঃ এতিয়া সুৰক্ষিত নহয় মোৰ ৰাজ্য? দেশৰ এটা সীমান্তত এতিয়াও বঙাল শতৰুৱে খাপ পাতি বহি আছে অথচ বৰফুকনে ৰণৰ ক্ষিপ্ৰতা এতিয়াও বঢ়োৱা নাই।

পাহী ঃ চিন্তা নকৰিব স্বৰ্গদেউ-ঈশ্বৰ কৰালে জয় আমাৰেই হ'ব। আৰু ৰণৰ ক্ষিপ্ৰতা, সেয়া লাচিতৰ ওপৰত এৰি দিয়ক-য'ত দূৰ সম্ভৱ এয়া নিশ্চয় লাচিতৰ কিবা ৰণ কৌশল।

চক্ৰধ্বজ ঃ কিন্তু।

পাহী ঃ বিশ্বাস ৰাখক স্বৰ্গদেউ। সৰুৰে পৰা পাইছোঁ তাক। মোৰ কোলাতেই ডাঙৰ হৈছে। লাচিতক মোতকৈ আৰু কোনেও ভালদৰে বুজিব নোৱাৰে। আৰু মই তাক যিমান বুজোঁ, তাৰ পৰা ন-দি ক'ব পাৰো যে লাচিতে বঙালক জয় কৰিবই।

চক্ৰধ্বজ ঃ লাচিতৰ ওপৰত বিশ্বাস আছে বাবেই ৰাজ্যত ইমানবোৰ প্ৰবীণ ডা-ডাঙৰীয়া থকা স্বত্বেও লাচিতকহে ৰণৰ প্ৰধান সেনাপতিৰ দায়িত্ব দিলোঁ-আপোনাৰ ভাতৃ বুলি নহয়। মই জানো উপযুক্তজনৰ হাততে মই দেশ ৰক্ষাৰ ভাৰ অৰ্পণ কৰিছোঁ-কিন্তু বৰফুকনে যি ৰণনীতিৰ আশ্ৰয় লৈ বঙালক প্ৰতিহত নকৰি আমাৰ ৰাজ্যৰ ভিতৰলৈ বঙালক আহিবলৈ দিছে, সেই ৰণনীতিৰ জানো আমাক ৰণত জয়ী কৰাব পাৰিব? আজি বঙাল আহি আলাবৈ পাহাৰ পালেহি অথচ এতিয়ালৈকে আমি বঙাল প্ৰতিৰোধ কৰা নাই? এনেকৈ হাত সাৰটি বহি থাকিলে দেখোন এদিন বঙালে আহি গড়গাঁও অধিগ্ৰহণ

কৰিব।

পাহী ঃ তেন্তে আপুনি লাচিতে কি কৰাতো বিচাৰে?

চক্ৰধ্বজ ঃ বঙালৰ যাত্ৰা আলাবৈ পাহাৰতে অন্ত হওক। আমাৰ ৰণুৱাই বঙালক ইয়াতেই কচু কটা দিয়ক।

পাহী ঃ কিন্তু...

চক্ৰধ্বজ ঃ কোনো কিন্তু নাই। এইয়া আহোম স্বৰ্গদেউ চক্ৰধ্বজ সিংহৰ আদেশ-আলাবৈ পাহাৰতেই আহোম ৰণুৱাই বঙালক আগচি ধৰক। এই ৰণেই হওঁক আহোম-বঙালৰ শেষ ৰণ।

**(পট পৰে)**

## সপ্তদশ দৃশ্য

(লাচিত বৰফুকনৰ বাহৰ)

(লাচিতে পায়চাৰি কৰি থাকে)

আতন ঃ বৰফুকন ডাঙৰীয়া।

লাচিত ঃ আলাবৈত বঙালৰ সমস্ত ৰণুৱা জুম বান্ধি আছে। তথাপিও স্বৰ্গদেউ ঈশ্বৰৰ আদেশ-বঙাল শতৰুক তৎক্ষণাত আক্ৰমণ কৰিব লাগে, অন্যথা বৰফুকন আৰু অন্যান্য সেনাপতি সকলে স্বৰ্গদেৱে পঠিওৱা লিগিৰীৰ সাজ পিন্ধিব লাগে। পিছত বিচাৰ কৰি কুঠাৰেৰে সিহঁতৰ বুকু ফলা হ'ব।

আতন ঃ ৰণত এনেকুৱা দুই-এটা দুৰ্ঘটনা হ'বই-মাথোঁ আমাৰ উৎসাহ কমিব নালাগে। মোৰ দৃঢ় বিশ্বাস আছে-আমাৰেই জয় হ'ব। বাৰীৰ ভিতৰত থকা পুখুৰী এটা সিচোঁতেও আঠ-দহটা মানুহক শিঙি মাছে বিন্ধে। এইয়াতো ৰণ-দুই চাৰিলোক কিয় নপৰিব। ৰণত হৰা-জিকা থাকেই ডাঙৰীয়া।

লাচিত ঃ ৰণত যে হৰা-জিকা থাকে তাক মই ভালদৰে জানো বুঢ়াগোহাঁই ডাঙৰীয়া। কিন্তু স্বৰ্গদেউ ঈশ্বৰৰ এটা ভুল সিদ্ধান্ত-তেওঁৰ এটা ভুল সিদ্ধান্তৰ বাবেই আমি আলাবৈত পৰাস্ত

হ'লোঁ। মই ইমান দিনে কিয় আলাবৈত বঙালক আক্ৰমণ কৰা নাছিলো-কাৰণ মই ভালদৰে জানো বঙালৰ অশ্বৰোহী ৰণুৱাক আমি জিকিব নোৱাৰোঁ। সেই বাবেই মই আলাবৈত বঙালক আক্ৰমণ কৰিব বিচৰা নাছিলো। কিন্তু স্বৰ্গদেৱে মোৰ কোনো কথাই শুনিব নিবিচাৰিলে। তেওঁৰ এটিয়েই আদেশ-আলাবৈত বঙালক আগচি ধৰিব লাগে।

আতন ঃ এনেকৈ ভাঙি পৰিলে নহ'ব বৰফুকন ডাঙৰীয়া। ৰণৰ প্ৰধান সেনাপতি জনেই এনেকৈ ভাঙি পৰে অন্য ৰণুৱাবোৰৰ কি অৱস্থা হ'ব? সিহঁতৰ মনোবল ভাগিলে তাক দুনাই পোৱাতো বৰ টান হ'ব।

লাচিত ঃ মই ভাগি পৰা নাই। কিন্তু মোৰ দহ হেজাৰ ৰণুৱা-একো একোটা হাতী যেন সেনা মই এদিনতে হেৰুৱালো।

আতন ঃ এটা বেয়া সপোন বুলি তাক পাহৰি যাওক-পুনৰ নতুন উদ্যমেৰে ৰণৰ বাবে সাজু হওক।

লাচিত ঃ পাহৰো কেনেকৈ বুঢ়াগোহাঁই ডাঙৰীয়া?

আতন ঃ ৰাতি বেয়া সপোন দেখিলে আমি জানো কিবা সপোনটোক চিন্তা কৰি দিনতো পাৰ কৰোঁ। বৰফুকন ডাঙৰীয়া-কেতিয়াবা বৃহৎ জয়ৰ বাবে আমাক এনে ধৰণৰ পৰাজয়ৰ প্ৰয়োজন। এনে ধৰণৰ সৰু-সৰু বিপৰ্যয়ে আমাক উপযুক্ত সময়ত উপযুক্ত কৌশল অৱলম্বন কৰাৰ শিক্ষা দিব।

লাচিত ঃ কিন্তু যি সকল ৰণুৱাক মই অযথা হেৰুৱালো-তেওঁলোকৰ পৰিয়ালক কি উত্তৰ দিম? কি বুলি ক'ম-মই সিহঁতক ৰণভূমিত বলি দিলোঁ, নে কেঁচাই খাইটি গোসাঁনীৰ সন্মুখত সিহঁতে নিজ দেশৰ জয়ৰ কামনা কৰি নিজৰ হেংদাংৰে নিজক শিৰচ্ছেদ কৰি আত্ম-বলিদান দিলে? মোৰ প্ৰশ্নৰ জানো উত্তৰ আছে বুঢ়াগোহাঁই ডাঙৰীয়া?

আতন ঃ আপুনি কাকো কোনো প্ৰশ্নৰ উত্তৰ দিয়াৰ প্ৰয়োজন নাই। আমাৰ কোনো প্ৰজাই ইমান দুৰ্বল নহয় যে দেশৰ বাবে তেওঁলোকৰ বংশ পৰিয়ালৰ কোনোবা ৰণত পৰিলে প্ৰধান

সেনাপতিক প্ৰশ্ন কৰিব। মূলা গাভৰুৰ দেশ এইখন, বীৰ-বীৰাংগনাৰ দেশ। দেশৰ বাবে ৰণত কোনবা পৰিলে কাৰোৰে বংশ পৰিয়ালে চকুলো নুটুকে-বৰং গৰ্বহে কৰে। (সুৰ সলনি) পিছে মোক আন এটা কথাইহে বৰকৈ বিচলিত কৰিছে।

লাচিত ঃ কি কথাই ডাঙৰীয়া?

আতন ঃ শুনিছোঁ-আলাবৈৰ ৰণৰ পৰাজয়ৰ বাতৰিয়ে স্বৰ্গদেউক সম্পূৰ্ণভাৱে ভাঙি পেলাইছে। তেওঁ হেনো শোৱা-খোৱা সমূলি বাদ দিছে। কাৰোৰে লগত কথাও নাপাতে বোলে। জুপুকা মাৰি বহি থাকে। এতিয়া তেওঁক ঈশ্বৰে মংগল কৰিলেই ৰক্ষা।

**(পট পৰে)**

## অষ্টাদশ দৃশ্য

(ব্ৰহ্মপুত্ৰৰ পাৰ)

(আবেলি। সূৰ্য্যৰ ৰঙা কিৰণ পানীত পৰিছে। নিজান পৰিৱেশ। লাচিতে ব্ৰহ্মপুত্ৰৰ সিপাৰে থকা মোগল শিবিৰক নিৰীক্ষণ কৰি থাকে। এজন নাৱৰীয়াই বৰ কৰুণ গান এটা গাই নদীখন পাৰ হয়। লাচিতে নাৱৰীয়াৰ কৰুণ গানটো শুনি অস্পষ্ট ৰূপত দেখা হোৱা নাৱৰীয়াক চিঞৰি কয়।)

লাচিত ঃ কোন অ-কোনে গাইছে? ইমান দুখলগাকৈ গাইছা?

নাৱৰীয়া ঃ (নেপথ্যত) আমিহে বণিক মানুহ। বাণিজ্যৰ পৰা ঘৰমুৱা হৈছোঁ।

লাচিত ঃ ইমান দুখ লগাকৈ কিয় গাইছ?

নাৱৰীয়া ঃ (নেপথ্যত) বহুদিনৰ মূৰত বাণিজ্যৰ পৰা ঘৰমুৱা হৈছোঁ। বৰ লুইতৰে উজাই আহি থাকোঁতে বহু ঠাইতে বঙাল ৰণুৱাৰ শিবিৰ দেখি আহিছোঁ। শুনিছোঁ আলাবৈত বোলে আমাৰ বহু ৰণুৱা পৰিল-যি দেখিছোঁ বঙালে আমাক আকৌ জয়

কৰিব। সিহঁতৰ জয় হ'লেতো এই বৰ লুইতখনো বঙালৰ হ'ব-তেতিয়া জানো এনেকৈ বৰ লুইতত নাও বাব পাৰিম। গতিকে মনটোকে শান্ত কৰিবলৈ গানটোকে জুৰিছো অ বাটৰুৱা।

(লাহে লাহে বঠাৰ শব্দ কমি যাব। লাচিতৰ চকুলোৰে দুগাল বৈ যায়)

লাচিত ঃ ঠিকেই কৈছ বাটৰুৱা-তই ঠিকেই কৈছ। বৰ লুইতৰ সিপাৰে বঙাল শতৰুৱে শিবিৰ পাতিছে। কোনে জানে বঙাল-আহোমৰ এই মহা ৰণত কোন জিকে-কোন হাৰে? বৰ লুইতৰ পানী ক'তজনৰ ৰক্তেৰে ৰঙালী হ'ব। (পাহীৰ প্ৰৱেশ। পাহীয়ে বিধৱাৰ সাজ পিন্ধি আছে, লাচিতে দেখা নাপায়-লাচিতলৈ চায় থাকে।) 'মই বৰফুকনৰ দিনতহে এনে দশা হ'বলৈ পালে। মোৰ স্বৰ্গদেউ কেনেকৈ ৰক্ষা পৰিব। ৰাজ্যই বা কেনেকৈ ৰক্ষা পৰিব।'

পাহী ঃ লাচিতৰ হেংদাঙে ৰক্ষা কৰিব আহোম ৰাজ্যক-ইয়াৰ প্ৰজা আৰু স্বৰ্গদেউক।

(লাচিতে উভতি চায়-পাহীক দেখি চকুলো মচে)

লাচিত ঃ অ বাইটি-তই কেতিয়া আহিলি?

পাহী ঃ তোৰ চকুত চকুলো?

লাচিত ঃ (অপ্ৰস্তুত হয়) নাই নাই-কিন্তু তই ইয়ালৈ কিয় আহিলি-দেখা নাই লুইতৰ সিপাৰে বঙাল শতৰুৱে বাহৰ পাতিছে।

পাহী ঃ তোক বৰকৈ মনত পৰাত গড়গাঁৱৰ পৰা গুচি আহিলোঁ। অলপ আগতে আহি পালোঁ। স্বৰ্গদেউ চক্ৰধ্বজ সিংহ স্বৰ্গগামী হোৱাৰ পাছত মোৰ আপোন বুলি ক'বলৈ কেৱল তইহে আছ-তোক এবাৰ চাবলৈ মন যোৱাত গুৱাহাটীলৈ গুছি আহিলোঁ। কেনে আছ তই-কুশলে আছনে?

লাচিত ঃ দেশমাতৃৰ এই বিপদৰ সময়ত কেনেকৈনো কওঁ কুশলে আছোঁ বুলি।

পাহী ঃ সৰু বোপা।

লাচিত ঃ সৌ সিপাৰে যে দেখিছ বঙাল শতৰুৰ শিবিৰবোৰ-তাকেই চায় আছোঁ। হয়তো দুই-এদিনতেই এইখিনিতেই এখন ভয়ংকৰ ৰণ হ'ব। এনে এখন ভয়ংকৰ ৰণ হ'ব যি নিৰ্ধাৰণ কৰিব আমাৰ ভৱিষ্যত। আহোম বা বঙালেই যিয়েই নহওক- হেজাৰজনৰ ৰক্তৰে ৰঞ্জিত হ'ব বৰলুইতৰ পানী। আমিবোৰ বাৰু স্বাৰ্থপৰ হৈ উঠা নাইনে-বঙাল আহোমৰ তেজৰ ৰং জানো কিবা বেলেগ। ভাবিলেই কিবা ভয় লাগে-গা কঁপি উঠে। মিত্ৰতাৰ সলনি ৰণৰ আশ্ৰয়ত আঘাত কৰোঁ কিয় ইজনে-সিজনক?

পাহী ঃ সুৰক্ষাৰ বাবে-প্ৰতিৰক্ষাৰ বাবে। দুষ্টক দমনৰ বাবে। যি শতৰু বঙালে মোৰ দুজনকৈ বঙহৰদেউৰ প্ৰাণ ল'লে-যি শতৰু বঙালে মোৰ ফুলকুমলীয়া ৰমণীক পণ ৰূপে বঙালৰ হেৰেমলৈ নিলে-যি শতৰু বঙালে প্ৰতিজন অসমীয়াৰ স্বাধীনতা খৰ্ব কৰিব বিচাৰিছে সিহঁতক প্ৰতিৰোধ কৰিবৰ বাবে। আমাক কৰা অপমানৰ প্ৰতিশোধৰ বাবে।

লাচিত ঃ যি প্ৰশ্নৰ উত্তৰ মই ইমান সময়ে নিজকে দিব পৰা নাছিলো তই এক মুহূৰ্তৰ ভিতৰতেই দি দিলি।

পাহী ঃ যেতিয়া বুকুৰ কেঁচা ঘাঁ নুশুকাওতে আন এটা ঘাঁ পোৰা যায় তেতিয়া মনৰ নিভৃত কোণৰ পৰা এনে কথাই ওলাই সৰু বোপা।

লাচিত ঃ কিন্তু তই এই সময়ত ৰণভূমিলৈ অহাটো ভাল হোৱা নাই। ৰণভূমি তোৰ বাবে সুৰক্ষিত স্থান নহয়।

পাহী ঃ দেশ মাতৃয়েই যেতিয়া সুৰক্ষিত নহয় তেতিয়া নো তাৰ প্ৰজা ক'ত সুৰক্ষিত হ'ব। যেতিয়ালৈকে বঙাল শতৰুৱে আমাক আগুৰি আছে আমি ক'তোয়েই সুৰক্ষিত নহয়। তাতে ৰণক্ষেত্ৰলৈ অহা মইতো প্ৰথম নাৰী নহয়।

লাচিত ঃ তথাপিও...

পাহী ঃ (লাচিতক আধাতে বাধা দি) মই তোৰ চিন্তাৰ কাৰণ বুজিছোঁ। তই চিন্তা নকৰিবি-মই অতি সোনকালে গড়গাঁৱলৈ উভতিম।

এই সময়ত মই ইয়াত থাকিলে যে মোৰ সুৰক্ষাৰ চিন্তাই যে তোৰ মন অশান্ত কৰি ৰাখিব তাক মই ভালদৰে জানো। তাতে গড়গাঁৱত মোৰ উপস্থিতিও অতি প্ৰয়োজনীয়। আন নহ'লেও আমাৰ নতুন স্বৰ্গদেউ উদয়াদিত্য সিংহইও ৰাজ প্ৰশাসনৰ বহু কথা মোৰ লগত আলোচনা কৰিহে সিদ্ধান্ত লয়। মই ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ-এই ৰণত যাতে তোৰ জয় হয়। (মৰমৰে লাচিতৰ গা-মূৰ পিহি দিয়ে) উসঃ তোৰ গাটো ইমান তপত যে? নিজৰ শৰীৰটোৰ ফালেও চকু দিবি ৰণ হ'লেও দিনে-ৰাতিয়ে পৰিশ্ৰম নকৰিবি। মাজে সময়ে জিৰণি ল'বি-নহ'লে নৰিয়াত পৰিবি।

লাচিত ঃ শতৰু বঙালক অসমৰ পৰা খেদিব পাৰিলেহে ভালকৈ শুব পাৰিম বাইটি। যি দিনা আমাৰ ৰাজ্যত এটিও বিদেশী বঙাল নাথাকিব-সিদিনাহে লাচিত বৰফুকনে শান্তিৰে শুব।

**(পট পৰে)**

## উনবিংশততম দৃশ্য

(আতনৰ চাউনী)

বৰগোহাঁই ঃ মই আগতেই অনুমান কৰিছিলোঁ যে বঙাল আমাক আলাবৈ পাহাৰত জয় কৰিলে কি হ'ল। আমাৰ বৰফুকন ইমান সহজে পৰাজিত হোৱা সেনাপতি নহয়। ৰাণী আৰু দৰংতো বঙালে তাৰ ফল হাতে হাতে পালে-তাতো বঙাল সম্পূৰ্ণৰূপে বিধ্বস্ত হ'ল।

আতন ঃ তথাপিও বঙালৰ এই পৰাজয়ে কিন্তু ৰামসিংহক ভাঙি পেলোৱা নাই। যি দেখিছোঁ যেতিয়ালৈকে আমাক পৰাজিত কৰিব নোৱাৰে তেতিয়ালৈ ৰামসিংহই অসম এৰি নাযাব।

বৰগোহাঁই ঃ ঠিকেই কৈছে আপুনি-ৰামসিংহই সহজে অসম এৰি যোৱাৰ ভকত নহয়। কিন্তু মোৰ য'ত দূৰ অনুমান-আমাৰ দুৰ্ভেদ্য

গড় ভাঙিব নোৱাৰি ৰামসিংহই বৰলুইতৰে উজাই আহি আমাক যে আক্ৰমণ নকৰিব তাৰ কোন নিশ্চয়তা নাই।

আতন ঃ তাৰো ব্যৱস্থা কৰি ৰাখিছে আমাৰ বৰফুকন ডাঙৰীয়াই-তাকেই অনুমান কৰি তেওঁ দাওকি পানী ফুকন আৰু নাওবৈচা ফুকনক সষ্টমহে থাকিব কৈছে-যাতে ৰামসিংহই বৰলুইতৰে সহজে উজাই আহিব নোৱাৰে।

বৰগোহাঁই ঃ পিছে বৰফুকন ডাঙৰীয়াৰ নৰিয়াত পৰা কথাটোৱেহে মোক বৰকৈ বিব্ৰত কৰিছে। বঙাল আহি শৰাইঘাটৰ সিপাৰে ৰৈ আছে। এই কেইদিনতে এখন ভয়ংকৰ ৰণ যে নহ'ব তাৰ কোনো মানে নাই-ইফালে আমাৰ ঘাই সেনাপতি নৰীয়া পাতিত।

আতন ঃ এৰা কথাটোৱে মোকো চিন্তিত নকৰাকৈ নথকা নহয়। এই সময়ত যদি বঙালে আমাক আক্ৰমণ কৰে-বৰফুকন ডাঙৰীয়াই কেনেকৈ ৰণ কৰিব ? তেওঁৰ অবিহনে যে এই ৰণ আমি জিকিব নোৱাৰ সেয়া ধ্ৰুৱপ।

বৰগোহাঁই ঃ বৰ চিন্তাৰ বিষয় এইতো। এতিয়া ঈশ্বৰে আমাক চকু মেলি চালেই হ'ল আৰু। তেওঁ যেন সোনকালে আৰোগ্য হয়। ইমানকৈ কওঁ তেওঁক-বোলো ইমান পৰিশ্ৰম কৰা উচিত নহয়-মাজে সময়ে অলপ দেহটোৰ ফালেও চকু দিব। নাই তেওঁ কথাই নামানে। কেৱল দিনে-ৰাতিয়ে কাম আৰু কাম।

আতন ঃ গতিকে তেওঁৰ এই পৰিশ্ৰম যাতে অথলে নাযায় তাৰ প্ৰতি এতিয়া আমিয়েই চকু দিব লাগিব। যদি কিবা কাৰণত তেওঁৰ দায়িত্ব পালন কৰিবলৈ সদায় সষ্টম হৈ থাকিব লাগিব। এই নৰীয়া গাৰে তো তেওঁক আমি ৰণ কৰাৰ কথা ক'ব নোৱাৰোঁ।

বৰগোহাঁই ঃ কিন্তু তেওঁ জানো মানিব। তেওঁৰ বুকুৰ মাজৰ যি দেশ প্ৰেমৰ বীজ নিহিত হৈ আছে সেই বীজে জানো দেশ মাতৃৰ এই বিপদৰ সময়ত তেওঁক ৰণৰ পৰা বিৰত ৰাখিব ?

আতন ঃ এৰা কথাটো নোহোৱা নহয়। আহকচোন-তেওঁৰ শিবিৰৰ পৰা আহোঁ। তেওঁৰ খবৰ এটাকে লৈ আহোঁ।

**(পট পৰে)**

## বিংশতিতম দৃশ্য

(ৰামসিংহৰ চাউনি)

(ৰামসিংহ উদ্বিগ্ন। পায়চাৰি কৰি থাকে।)

ৰামসিংহ ঃ না-না মই হতিব (পিছুৱাই আহিব) নোৱাৰোঁ-গুৱাহাটী এৰি যাব নোৱাৰোঁ। জেচে ভী হ (যেনেকৈ নহওক কিয়) মই গুৱাহাটী জিকিবই লাগিব। জিতিব (জিকিব) নোৱাৰিলে আওৰঙ্গজেবে মোক নেৰিব। ৰাজপুত মই-লেকিন (কিন্তু) ৰাজপুত হৈ কৰিলোঁ কি? চাড়া (গোটেই) জীৱন গোলাম। আওৰঙ্গজেবৰ গোলামী কৰিছোঁ। এনেকৈ জিন্দা (জীয়াই) নথকাই ভাল। আমাতকৈ (মোতকৈ) অহমৰ (আহোমৰ) সেনাই চুখী (সুখী)। দেচৰ (দেশৰ) বাবে লড়াই (ৰণ) কৰিছে-ইনাম (পুৰস্কাৰ) পাইছে-আৰু আমি (মই) পাইছোঁ কি? নিজৰ ঘৰ-পৰিবাৰ (পৰিয়াল) এৰি দূৰত আছোঁ। আওৰঙ্গজেবক ৰাজা (ৰজা) বুলি চেৱা (সেৱা) কৰিছোঁ-লেকিন (কিন্তু) পাইছোঁ কি? যিমানেই চেৱা (সেৱা) নকৰোঁ কিয়-হি (সি) কাহানিয়ো বিচৱাচ (বিশ্বাস) নকৰে আমাক। হমেচা (সদায়) গোলাম বুলি ভাবে। ইমান নীচ। সিদিনা এটা সৰু কথাতে আমাৰ (মোৰ) বেটা (পুত্ৰ) কৃষ্ণ সিংহক বাঘৰ লগত লড়াই (যুঁজিব) কৰিব দিলে-ভাগ্যে সি তাকত (সাহস) দেখাই বাঘতো বধ কৰিলে। এনে স্থলত আমি (মই) হাৰি গ'লে আমাক বা (মোক বা) কি কৰে? আমাৰ (মোৰ) দৰ (ভয়) আছে। আমাৰ (মোৰ) দৰ (ভয়) আছে-এই লড়াই (ৰণ) হাৰি গ'লে আমাৰ (মোৰ) পৰিবাৰক (পৰিয়ালক) ছৌড়েগা নহী (ক্ষমা নকৰিব)। জেচে ভী হ' (যেনেকৈ নহওক) আমি (মই) গুৱাহাটী জিকিবই লাগিব।

(মোগল কটকীৰ প্ৰৱেশ)

মোঃকটকী ঃ আমাক (মোক) যাদ (মনত পেলাইছিলে) কৰিছিল হুজুৰ।

ৰামসিংহ ঃ দূত-তই এতিয়াই ইটাখুলি যাব লাগে-লাচিতলৈ আমাৰ (মোৰ) চমাচাৰ (খবৰ) আছে।

মোঃকটকী ঃ জী হুজুৰ।

ৰামসিংহ ঃ তাক কবি গুৱাহাটী এৰি নিদিলে আমি দিল্লী ফিৰি (উভতি) নাযাওঁ।

মোঃকটকী ঃ জী হুজুৰ। (যাব খোজে)

ৰামসিংহ ঃ ৰুক (ৰ)। (ৰামসিংহই পত্ৰ এখন আৰু কাপোৰৰ সৰু টোপোলা এটা আনি মোগল কটকীক দিয়ে) ঔৰ (আৰু) চুন (শুন)-এই চামানটো (সমান/বস্তু) লাচিতক দিবি।

মোঃকটকী ঃ জী হুজুৰ।

(মোগল কটকীৰ প্ৰস্থান-ৰামসিংহই কটকী যোৱাৰ ফালে কিছু সময় চায়।)

ৰামসিংহ ঃ আখিৰকাৰ (শেহত) আমি (ময়ো) আওৰঙ্গজেব বনি (হয়) গ'লোঁ। আমি ভি (ময়ো) ধৌকাবাজ (বিশ্বাসঘাতক) বনি (হয়) গ'লোঁ। লেকিন (কিন্তু) কৰিম কি ? আমি (মই) জিন্দা (জীয়াই) থাকিব লাগিব-আমাৰ (মোৰ) পৰিবাৰ (পৰিয়াল) জিন্দা (জীয়াই) থাকিব লাগিব। ইচবাৰ (এইবাৰ) এইচা (এনেকুৰা) চাল (বুদ্ধি) খেলিছো-যে অহম (আহোম) হাৰিব লাগিব। লাচিতক আৰু তাৰ সেনাই বিচৱাচ (বিশ্বাস) নকৰিব। তাক ধৌকাবাজ (বিশ্বাসঘাতক) বুলিব। ফিৰভি য়দি (আকৌ যদি) এই চাল কামিৱাব (সফল) নহয়-তেন্তে চিধা লড়াই (যুদ্ধ) কৰিম। ইচবাৰ (এইবাৰ) নৌকা-যোদ্ধা (নৌকা যুদ্ধ) হৌগা (হ'ব)।

**(পট পৰে)**

## একবিংশতিতম দৃশ্য

(লাচিতৰ চাউনি)
(লাচিতৰ গাত গৰম কাপোৰ- শিবিৰৰ সন্মুখত বহি কিবা চিন্তা কৰি আছে। আতন আৰু বৰগোহাঁইৰ প্ৰৱেশ)

আতন ঃ এতিয়া গা কেনে পাইছে বৰফুকন ডাঙৰীয়া?

লাচিত ঃ অ-বুঢ়াগোহাঁই ডাঙৰীয়া। আহক বৰগোহাঁইৰ ডাঙৰীয়া। আসন গ্ৰহণ কৰক। কালিতকৈ বহু আৰাম পাইছোঁ।

বৰগোহাঁই ঃ একেৰাহে বহু পৰিশ্ৰম কৰাৰ বাবে আপোনাৰ গা বেয়া হৈছে-ৰণ হ'ল বুলিয়েই নিজৰ শৰীৰটোক আওকাণ কৰাটো ভাল হোৱা নাই। অলপ জিৰণি লোৱাটোও উচিত।

লাচিত ঃ শাৰীৰিক অসুখে লাচিতক জুৰুলা কৰিব নোৱাৰে। যেতিয়ালৈকে বিদেশী বঙালক আমাৰ সীমাৰ পৰা খেদি চিৰকালৰ বাবে আমাৰ ৰাজ্য নিৰাপদ কৰিব নোৱাৰোঁ তেতিয়ালৈ মই আৰাম কৰাৰ কথা ভাবিবই নোৱাৰোঁ।

বৰগোহাঁই ঃ শুনিছোঁ এই ৰণত বোলে বঙালে আমাক জয় কৰিব নোৱাৰিলে আওৰঙ্গজেবে ৰামসিংহক শিৰচ্ছেদ কৰাৰ লগতে ৰামসিংহৰ ল'ৰা-তিৰোতা, অঙহী-বঙহী সকলোকে বধ কৰাৰ ভাবুকি দিছে।

আতন ঃ শুনাততো ময়ো শুনিছোঁ-কিন্তু সেইবোৰ আমাৰ বিচাৰ্য্যৰ বিষয় নহয়। নে কি কয় বৰফুকন ডাঙৰীয়া?

লাচিত ঃ ফুকন আৰু ৰাজখোৱা ডাঙৰীয়াই মোক কথাটো কৈছে। ৰামসিংহৰ দুৰৱস্থাৰ কথা শুনি তেওঁলোকেতো মোক ৰামসিংহক গুৱাহাটী এৰি দিয়াৰ কথাকে কৈছিল। মই ক'লোঁ স্বৰ্গদেউৰ বাহিৰে এই সিদ্ধান্ত কোনেও ল'ব নোৱাৰে। অৱশ্যে...

বৰগোহাঁই ঃ অৱশ্যে কি?

লাচিত ঃ ৰামসিংহৰ দুৰৱস্থাৰ কথা শুনি মোৰ মনলৈ ৰামসিংহৰ প্ৰতি সহানুভূতি নহা নহয়। এজন মানুহ আৰু তেওঁৰ পৰিয়ালক

ৰক্ষা কৰিবৰ বাবে তেওঁক গুৱাহাটী এৰি দিয়াৰ কথাতো মাজে-সময়ে মনলৈ নহা নহয়। স্বৰ্গদেউক গোটেইখিনি ভাগি পাতি ক'লে হয়তো তেওঁ ৰামসিংহক গুৱাহাটী এৰি দিবলৈ আজ্ঞা দিবও পাৰে।

আতন ঃ আপুনি যি বুলিছে সেয়াও এক মত। পিছে এতিয়া গুৱাহাটী এৰি দিব লাগিলে-পূৰ্বেতেনো এৰি নিদি কি নিমিত্তে ৰণ কৰি আহিলা-পাতি হানি কৰিলোঁ। তাতে আজি ৰামসিংহক গুৱাহাটী এৰি দিলে কাইলৈ আওৰঙ্গজেবে যে গড়গাঁও আক্ৰমণ নকৰিব তাৰ কি মানে আছে।

লাচিত ঃ এৰা-ৰামসিংহই সইত-শপত খাই গুৱাহাটী বঙালৰ সীমা খুজিছে হয়-পিছে আমি সীমা দিলেও বঙালে সীমা ৰাখে নে নাৰাখে তাৰ কোনো ভৰষা নাই।

বৰগোহাঁই ঃ আপোনালোকে ঠিকেই কৈছে-ৰামসিংহ আহিছে আওৰঙ্গজেবৰ চাকৰ হৈ-এতিয়া সীমা দিলেও আওৰঙ্গজেবে চাকৰৰ কথা ৰাখে নে নাৰাখে তাৰ কোনো ঠিকনা নাই।

আতন ঃ তাতে আওৰঙ্গজেবে ৰামসিংহক শিৰচ্ছেদ কৰাৰ লগতে ৰামসিংহৰ ল'ৰা-তিৰোতা, অঙহী-বঙহী সকলোকে বধ কৰাৰ-ভাবুকি দিয়াৰ কথাতো সঁচা নে মিছা তাৰ কোনো নিশ্চয়তা নাই। ৰামসিংহই সঁচাকৈ কৈছে নে আমাক জিকিব নোৱাৰি আমাৰ পৰা সহানুভূতি আদায় কৰি গুৱাহাটীক জিকিবৰ বাবে তেনেকৈ কৈছে সেয়া আমাৰ চোৰাংচোৰা আহিলেহে গম পাম।

(আহোম দুৱৰীৰ প্ৰৱেশ)

আঃদুৱৰী ঃ (সেৱা জনাই-লাচিতক কয়) দেউতা ঈশ্বৰ-বঙালৰ কটকী এজনে সাক্ষাৎ বিচাৰিছে।

লাচিত ঃ আহিবলৈ দে।

(আহোম দুৱৰীয়ে সেৱা জনাই ওলাই যায়। মোগল কটকীৰ প্ৰৱেশ)

মোঃকটকী ঃ আদাব জনাব-নবাব ৰামসিংহৰ প্ৰেগাম (সমাচাৰ/সংবাদ)

আছে। (পত্ৰ আৰু টোপোলাতো দিয়ে। লাচিতে টোপোলাতো ৰাখি পত্ৰখন আতনক দিয়ে।)

আতন ঃ (পঢ়ে) ঃ পৰম মিত্ৰ লাচিত-দূতৰ হাতত এডাল কণ্ঠহাৰ ভেজিলো (পঠালোঁ)-লড়াইলৈ (ৰণলৈ) আহিলে পিন্ধি আহিব-বুজিম আপনি (আপুনি) গুৱাহাটী এৰি দিবলৈ তৈয়াৰ (সাজু) আছে। আমাৰ আগৰ কথামতে চৈয়দ ফিৰোজৰ বেটা (পুত্ৰ) চৈয়দ চানাক এৰি দিলে আমি আপনাক (আপোনাক) তিন (তিনি) লক্ষ (লাখ) ধন দিবলৈ সাজু। ইতি-আপনাৰ (আপোনাৰ) বিশ্বাসী-ভাইৰজা ৰামসিংহ।

(লাচিতে টোপোলাতো খুলিব-কণ্ঠহাৰ ডাল পায়। লাচিতৰ খং উঠে-হেংদাংখন লৈ কটকীৰ ওচৰলৈ যায়।)

লাচিত ঃ কটকী-আজি মোৰ হাত নীতিগত ভাবে বন্ধা আছে বাবেহে তই বাছিলি। আজি তই কটকী নহয় বেলেগ কোনোবা হোৱা হয় তোক কাটি দুচোৱা কৰিলোঁ হয়। হু-এইডাল ল-মোক ভেঁটী দিব বিচাৰিছে (হাৰডাল কটকীক ওভতাই দিয়ে)। তোক সেনাপতিক কবি-লাচিতে এনে ঘৃণনীয় কাম নকৰেতো নকৰে-এনে ভাব মনলৈ নাহে। যদি মই এনে কাম কৰোঁ মোক (হেংদাংখন দেখুৱাই) এই পৰমেশ্বৰীয়ে খাব। (নিজৰ ডিঙিৰ হাৰডাল দেখুৱাই) এই মহালক্ষ্মীয়ে এৰিব আৰু মোৰ পুথা-পুলিন (উদ্ধ পুৰুষ) সকল ৰৌ-ৰৌ নৰকত পৰিব। যা-তহঁতৰ সেনাপতিক কবি-যদি গুৱাহাটী লাগে তেন্তে ৰণত আমাক পৰাজিত কৰক। যদি গুৱাহাটী লাগে মোৰ মৰাশ গচকিহে ল'ব পাৰিব। অন্যথা মই জীয়াই থকালৈ ৰামসিংহক গুৱাহাটীৰ সপোন বাদ দিব ক'বি।

মোঃকটকী ঃ জী জনাব।

(মোগল কটকীয়ে মূৰ দোৱাই ওলাই যায়।)

লাচিত ঃ মোক ভেঁটী দিয়ে-মোক ভেঁটী দি গুৱাহাটী কিনিব বিচাৰে। এইবোৰ কথা শুনিলে মোৰ স্বৰ্গদেউ, প্ৰজা বা সেনাই কেনেকৈ বিশ্বাস কৰিব মোক ? এইবোৰ দেখাৰ পাছত আপোনাকেতো

মোক বিশ্বাসঘাতক বুলি...

আতন ঃ (আধাতে) আমি সকলো বুজিছোঁ ডাঙৰীয়া। ৰামসিংহই ৰণভূমিত নোৱাৰি আমাৰ মাজত সন্দেহৰ বীজ ৰোপণ কৰি আমাৰ মাজত প্ৰভেদ আনিব বিচাৰিছে। কিন্তু ৰামসিংহই নাজানে, ৰামসিংহৰ এনেবোৰ কামে আপোনাৰ ওপৰত থকা আমাৰ বিশ্বাস ভংগ কৰিব নোৱাৰে। তেওঁ পাহৰি গ'ল-চল প্ৰৱঞ্চনাই আওৰঙ্গজেবে নিজ পিতৃক বন্দী কৰি নিজে ৰজা হ'ব পাৰে-কিন্তু আপোনাৰ দৰে কোনো প্ৰকৃত দেশ প্ৰেমিক অসমীয়াই ৰজা আৰু প্ৰজাক বিশ্বাসঘাতকতা কৰিব নোৱাৰে। আমাৰ শৰীৰত বিদেশী বঙালৰ তেজ নাই। আপোনাৰ ওপৰত সম্পূৰ্ণ বিশ্বাস আছে আমাৰ বৰফুকন ডাঙৰীয়া।

**(পট পৰে)**

## দ্বাবিংশতিতম দৃশ্য (ক)

(শৰাইঘাটৰ ৰণভূমি)

(ব্ৰহ্মপুত্ৰৰ ওপৰত আহোম সেনা আৰু মোগল সেনাৰ মাজত এখন তয়াময়া ৰণ হয়। ৰণত মোগল সেনাই আহোম সেনাক খেদি আহে-মোগল ৰণুৱাই 'জয় ৰামসিংহৰ জয়', 'জয় বাদছাহ ঔৰংজেবৰ জয়' আদি জয়গানৰে আহোমক খেদি যায়। মোগলৰ পৰাক্ৰমত আহোম সেনা ছেদেলি-ভেদেলি হৈ পিছুৱাই আহে।)

(বি.দ্ৰঃ- পৰিচালকে ইচ্ছা কৰিলে আহোম সেনা আৰু মোগল সেনাৰ ৰণখন চাইক্লোৰমাতো প্ৰদৰ্শন কৰিব পাৰে বা ৰণখন প্ৰদৰ্শন নকৰি নেপথ্যত বিভিন্ন ধ্বনিৰে দৰ্শকক ৰণৰ ভয়ানক পৰিস্থিতিৰ বিষয়ে অৱগত কৰিব পাৰে।)

**(পট পৰে)**

## দ্বাবিংশতিতম দৃশ্য (খ)

(লাচিতৰ ইটাখুলিৰ চাউনি)

(লাচিত এখন চালপীৰা এখনত শুই আছে-নৰীয়া গা। পট খোলাৰ আগৰ পৰাই শৰাইঘাট ৰণৰ শব্দ সৰু-সৰু কৈ শুনা যায়। লাচিতক উদ্বিগ্ন দেখা যায়।) (আহোম কটকী ধৰ ফৰাই সোমাই আহে)

আঃকটকী ঃ ভয়ানক কথা দেউতা ঈশ্বৰ।

লাচিত ঃ (উদ্বিগ্নতাৰে) কি হ'ল?

আঃকটকী ঃ বঙালে আমাক চাৰিওফালৰপৰা আক্ৰমণ কৰিছে-প্ৰথম অৱস্থাত ৰণৰ দায়িত্বত থকা নৰাৰজা হাজৰিকাই বঙালক কিছু প্ৰতিৰোধ কৰিব পাৰিছিল যদিও বিদেশী আৰু ৰাজপুত ৰণুৱাৰে পৰিপুষ্ট বঙালৰ আক্ৰমণত তিষ্ঠিত নোৱাৰি পিছুৱাই আহিবলৈ বাধ্য হৈছে।

লাচিত ঃ কি-বঙাল আহি ইটাখুলি পালেহি। কিন্তু এতিয়ালৈ এটাও তোপৰ শব্দ শুনা নাই কিয়? ইয়াততো বঙালক প্ৰতিহত কৰিবৰ বাবে তোপ সাজু কৰি ৰাখিছো।

আঃকটকী ঃ পানীফুকন ডাঙৰীয়াই তোপ চলাবলৈ আদেশ দিছিলেই কিন্তু আমাৰ গণক ডাঙৰীয়াই ক্ষণ বেয়া বুলি আমাৰ ৰণুৱাক তোপ চলোৱাৰ পৰা বিৰত ৰাখিছে।

লাচিত ঃ কি আমাৰ ৰণুৱাই গণকৰ কথা শুনিহে তোপ চলোৱা নাই। কেতিয়া আহিব শুভ ক্ষণ-কেতিয়া? যেতিয়া বঙালে আহি আমাক জয় কৰিব। গণক ক'ত আছে- ক'ত আছে সি?

আঃকটকী ঃ (বাহিৰলৈ দেখুৱাই) সৌ-তাতেই।

লাচিত ঃ যা-এতিয়াই মই তাক মাতিছো বুলি ক'।

আঃকটকী ঃ যি আদেশ ডাঙৰীয়া।

(আহোম কটকীৰ প্ৰস্থান। ৰণৰ শব্দ বাঢ়ি যায়। লাচিতে চালপীৰাৰ পৰা উঠি বহে। মুখ মণ্ডলত উদ্বিগ্নতাৰ লেখ দেখা যায়। গণকে ভয়ে-ভয়ে প্ৰৱেশ কৰে)

গণক ঃ মোক মাতিছিল দেউতা।

লাচিত ঃ ৰণ ধৰাৰ সঠিক সময় হৈছে নে নাই?

গণক ঃ মোৰ গণনা মতে-সময় এতিয়াও হোৱা নাই দেউতা ঈশ্বৰ।

লাচিত ঃ আসঃ আজি মোৰ কি দুৰ্ভাগ্য-এতিয়া তই নিৰ্ধাৰণ কৰিবি আমাৰ ভাগ্য?

(আতনৰ প্ৰৱেশ)

লাচিত ঃ এইয়া মই কি শুনিছোঁ বুঢ়াগোহাঁই ডাঙৰীয়া-বঙালে আমাক খেদি আহিছে।

(আতনে কিবা কোৱাৰ আগতে আহোম কটকী নেপথ্যৰ পৰাই চিঞৰি-চিঞৰি ধৰফৰাই প্ৰৱেশ কৰে।)

আঃকটকী ঃ সৰ্বনাথ কথা, সৰ্বনাশ কথা-দেউতা ঈশ্বৰ। বঙাল আহি আমাৰাজুৰি পালেহি-আমাৰ ৰণুৱাবোৰে তিষ্ঠিব নোৱাৰি পলায় পত্ৰং দিছে। ৰণুৱাবোৰ পলোৱা দেখি আপোনাৰ বহতীয়া লিগিৰাবিলাকে আপোনাৰ বয়-বস্তুবোৰ নাৱত বোজাই কৰিছে।

লাচিত ঃ (খঙত) কি এনে কৰিবলৈ সিহঁতে সাহস পালে কেনেকৈ?

আতন ঃ সিহঁতৰ গাত দোষ নাই-মই তেনে কৰিব কোৱাৰ বাবেহে সিহঁতে কৰিছে। এই নৰীয়া গাৰে আপুনি ৰণলৈ যাব নালাগে-আপুনি ইটাখুলিৰ পৰা মাত্ৰ কুৰুৱালৈ যাওক। মই সকলো চম্ভালিম।

লাচিত ঃ বুঢ়াগোহাঁই ডাঙৰীয়া ৰণ এৰাৰ কথা মই সপোনতো ভাবিব নোৱাৰোঁ। দৰকাৰ হ'লে মই ইয়াতেই মৰিম। চিলাৰ পৰ্বতত মই চাৰি কড়াৰ মাটি লৈ থৈছোঁ। মৰাৰ কাল আছে যদি মোক তাতে থাপিব। যদি নমৰাকৈ থাকোঁ মই সমস্ত ৰাজ্যতকৈ পাছতহে যাম। (গণকক) হেৰৌ গণক। বঙাল আহি আমাৰাজুৰি পালেহি-আৰু তই মোৰ দুৰ্যশ আনি চাউল-কানি মাৰিব খুজিছ নেকি? স্বৰ্গদেৱে নৌকাটোতেই মইহে তোক কাটিম এতিয়া-ক' সময় হৈছে নে নাই?

গণক ঃ (কঁপি কঁপি) দেউতা ঈশ্বৰ-কাটকেই বা মাৰক কিন্তু এটা ভুল ক্ষণত আপোনাক যুদ্ধ যাত্ৰা কৰিবলৈ ক'ব নোৱাৰোঁ।

লাচিত ঃ (খণ্ডত) গণক-শতৰু বঙালৰ লগত ৰণ কৰি ৰাজ্য ৰক্ষাৰ বাবে স্বৰ্গদেউ ঈশ্বৰে এই থলখনৰ সকলো লোক মোৰ হাতত দি গৈছে-এতিয়া কি মই শুভক্ষণৰ বাবে অপেক্ষা কৰি বঙালৰ ওচৰত পৰাজয় মানি ল'ম-ই হ'ব নোৱাৰে। মই এতিয়া ৰণত জঁপিয়াই পৰিম।

(লাচিত যাব খোজে)

আতন ঃ কিন্তু এই নৰীয়া গাৰে...

লাচিত ঃ স্বৰ্গদেৱে মোক দেশ ৰক্ষাৰ ভাৰ দিছে-এতিয়া মই নুযুঁজি পলৰীয়া হৈ ল'ৰা-তিৰোতাৰ কাষলৈ যাম নেকি ? আজি যদি বঙালে মোক ধৰে-ধৰক। এই সময়ত মোৰ আৰু মৰণলৈ ভয় নাই। দেশ থাকিলেহে আমি থাকিম।

(লাচিতৰ প্ৰস্থান। লাচিতৰ পাছে পাছে আতন আৰু আহোম কটকীয়ে ওলাই যায়।)

(লাচিতে প্ৰস্থান কৰাৰ লগে লগে গণকে উল্লাসৰে চিঞৰি কয়)

গণক ঃ পাই গ'লোঁ— পাই গ'লোঁ দেউতা ঈশ্বৰ, গণনাত এতিয়া উত্তম সময় পাইছোঁ। স্বৰোদয় শাস্ত্ৰ মতে এই ক্ষণেই হৈছে যুদ্ধ যাত্ৰাৰ বাবে আটাইতকৈ উত্তম সময়। এই ক্ষণতে প্ৰভু ৰামচন্দ্ৰই ৰাৱণক আক্ৰমণ কৰিছিল। আমাৰ জয় নিশ্চয় হ'ব।

(মঞ্চত পোহৰ কমে। ৰণৰ শব্দ ক্ৰমাৎ বাঢ়ি যায়।)

লাচিত ঃ (নেপথ্যত) হেৰৌ চহীয়াল-মোৰ নাও আগবঢ়া। আগবঢ়া-আজি যদি বঙাল শতৰুৱে মোক ধৰি নিয়ে-নিয়ক। ৰাজ্যৰ সমস্তে ঘৰলৈ গৈ সুখে-শান্তিৰে থাকক। তহঁতে মোৰ নাও আগবঢ়া। মই ৰণৰ পো ৰণতেই মৰিম।

(ক্ৰমাৎ নাৱৰ বঠাৰ শব্দ বাঢ়ি যাব। লগে লগে ৰণৰ শব্দও বাঢ়ি যাব-হিলৈ তোপৰ শব্দ শুনা যাব। ই দ্বাবিংশতিতম (গ) দৃশ্যলৈ গতি কৰিব।)

**(পট পৰে)**

## দ্বাবিংশতিতম দৃশ্য (গ)

(শৰাইঘাটৰ ৰণভূমি)

(দ্বাবিংশতিতম (ক) দৃশ্যৰ ৰণখন। ৰণত লাচিতক দেখা যায়-লাচিতৰ পৰাক্ৰমত মোগল সেনা ছেদেলি-ভেদেলি হৈ পিছুৱাই যায়। আহোম ৰণুৱাই 'জয় লাচিতৰ জয়', 'জয় স্বৰ্গদেউৰ উদয়াদিত্য সিংহৰ জয়' আদি জয়গানৰে মোগলক খেদি যায়।)

(বি.দ্রঃ- পৰিচালকে ইচ্ছা কৰিলে আহোম সেনা আৰু মোগল সেনাৰ ৰণখন চাইক্লোৰমাতো প্ৰদৰ্শন কৰিব পাৰে বা ৰণখন প্ৰদৰ্শন নকৰি নেপথ্যত বিভিন্ন ধ্বনিৰে দৰ্শকক ৰণৰ পৰিস্থিতি অৱগত কৰিব পাৰে।)

**(পট পৰে)**

## অন্তিম দৃশ্য

(হয়গ্ৰীৱ মন্দিৰৰ সন্মুখ ভাগ। ৰামসিংহই মন্দিৰৰ একাংশ পূজাৰীৰ কৈ থাকে)

ৰামসিংহ ঃ অহমৰ (আহোমৰ) ৰণ কৌশল সঁচাকৈ অপূৰ্ব-পৰ্বতৰ ওপৰত গড় বান্ধিছে। কি যন্ত্ৰাকৃতি গড়, মই সামান্য ছিদ্ৰও নাপালোঁ। চক্ৰাকাৰ বেহু-একে ঠাইলৈ তিনিটা আলি, কোনটো কলৈ গৈছে ধৰিবলৈ টান। কি মন্ত্ৰী-কি সেনা-কি সেনাপতি, সকলো সকলোতে নিপুণ। চভী (সভী/সকলো) অহমীয়া (অসমীয়া) সেনা নৌকা চলোৱা, খাৰৈ বন্ধা, গড় বন্ধা, কাঁড় মাৰা, হিলৈ-কামান আদি সকলোতে পাৰ্গত। কিন্তু এটা প্ৰশ্নৰ উত্তৰ মোৰ ওচৰত নাই-লাচিতে নিজ মোমায়েকৰ শিৰচ্ছেদ কৰাটো কিমান সঁচা? সঁচা নে মিছা মই নাজানো-কিন্তু যদি সঁচা হয়-সন্মান জনাব লাগিব লাচিতক-সন্মান জনাব লাগিব ৰজা চক্ৰধ্বজ সিংহক। লাচিতে ৰাজ ক্ষমতা নিজ হাতত তুলি

লোৱাৰ পিছতো ৰজাই প্ৰশ্ন কৰা নাছিল তেওঁক। কাৰণ ৰজাৰ বিশ্বাস আছিল সেনাপতিৰ ওপৰত, মন্ত্ৰীৰ ওপৰত, প্ৰজাৰ ওপৰত। অহম (আহোম) ৰাজ্যত প্ৰতিজন বিষয়াৰ বাবে প্ৰজাহিত আছিল ৰাজ ক্ষমতাৰ উৰ্দ্ধত। ক'ত দেশ ভ্ৰমিলো, ক'ত ৰাজ্য ভ্ৰমিলো কিন্তু ভাৰতৰ আন ক'তোৱেই এনে ৰাজ্য নেদেখিলো। ভালেতো অহমক (আহোমক) ৰণত কোনেও বলে নোৱাৰে। ধন্য ৰজা, ধন্য মন্ত্ৰী। আৰু সেনাপতি লাচিত বৰফুকনৰ বিচয়ে (বিষয়ে) কি ক'ম-একে আদমীয়ে (ব্যক্তিয়ে) সকলো সেনা চলাইতে (চলাব) পাৰে। তেওঁ এজন অসামান্য বীৰ, য়োদ্ধা (যোদ্ধা) বিশাৰদ, অতি জ্ঞানী, দূৰদৰ্শী। সকলো নিৰ্ভুল সিদ্ধান্ত। লাচিত জেইচা (দৰে) বীৰ পৃথিৱী বিৰল।

**(পট পৰে)**

## সমল গ্ৰন্থ


**(অসমীয়া গ্ৰন্থ)**

- বলীন কুমাৰ কোঁৱৰ, দেশপ্ৰেমী পৰিয়াল ঃ বৰবৰুৱা বৰফুকন, গুৱাহাটী, বনলতা, ২০১২
- সূৰ্যকুমাৰ ভূএগ্ৰা, লাচিত বৰফুকন, গুৱাহাটী, অসম প্ৰকাশন পৰিষদ, ১৯৭৯
- লক্ষ্মীনাথ বেজবৰুৱা, চক্ৰধ্বজ সিংহ, গুৱাহাটীঃ বাণীমন্দিৰ, ২০১০

**(ইংৰাজী গ্ৰন্থ)**

- Swarnalata Baruah, Comprehenshive History of Assam, Guwahati: Munshiram Manoharlal Publishers Pvt. Limited, 1997
- E.A. Gait, A History of Assam, Guwahati: Bina

Library, 1905/2001

- S.K. Bhuyan, Lachit Barphukan and his times (A History of Assam- Magul Conflicts of the period 1667 to 1971 AD). Gauhati, The Department of Historical and Antiquarian Studies, Government of Assam, 1947
- SK Bhuyan, Atan Burgohain and his times, Guwahati: Lawyer's Book Stall. 1957

# এটা দ্বীপ এখন নদী আৰু এজাক মানুহ
## (সামাজিক নাটক)

### নাট্যকাৰৰ একলম

২০১২ চনৰ ৩০ এপ্ৰিলত অসমৰ ধুবুৰী জিলাৰ ফকিৰাগ্ৰাম গাঁৱৰ সমীপৰ ব্ৰহ্মপুত্ৰ নদীত প্ৰায় তিনিশ পঞ্চাছজন যাত্ৰী কঢ়িয়াই অনা এখন ফেৰী উটি যায়। এই দুৰ্যোগত এশ তিনিজন লোকৰ মৃত্যু হয়। এজন চৰকাৰী বিষয়াৰ মতে তিনিশৰো অধিক যাত্ৰী কঢ়িয়াই অনা ফেৰীখন ধুমুহাত আবদ্ধ হৈ পৰৱৰ্তী সময়ত উটি যোৱাৰ ফলত এই কাণ্ড সংঘটিত হয়। এজন জীৱিত যাত্ৰীয়ে জনোৱা মতে, ধুমুহাই মাজভাগত আঘাত কৰাৰ সময়ত যাত্ৰীসকলে অধিনায়কক ফেৰীখনক বালিৰ ওপৰত বিচ্ছুৰিত কৰিবলৈ অনুৰোধ কৰিছিল যদিও তেওঁ নাকচ কৰিছিল। তাৰ পিছত ধুমুহা অধিক তীব্ৰ হৈ পৰে আৰু ডুব যোৱাৰ পূৰ্বে ফেৰীখন দুভাগ হৈ পৰে। এটা দ্বীপ, এখন নদী আৰু এজাক মানুহ নামৰ নাটখনিৰ মূল কাহিনী ভাগ এই বাস্তৱ ঘটনাৰ পৰা অনুপ্ৰাণিত হৈছে। অৱশ্যে নাটখনি সত্য ঘটনাৰ ভিত্তিত আধাৰিত হ'লেও নাটখনৰ মাজেদি কোনো ব্যক্তিৰ চৰিত্ৰৰ আঁকিবলৈ চেষ্টা কৰা নাই।

### চৰিত্ৰ

**(ক্ৰম অনুসৰি)**

১) পংকজ বৰা ঃ নিবনুৱা যুৱক। ২০-২৫ বছৰ বয়স।

২) পাৰবীন চুলতানা ঃ বিশ্ব-বিদ্যালয়ত অধ্যয়নত ২০-২২ বছৰীয়া যুৱতী।

৩) হেমন্ত বৰা ঃ এন.জি.অৰ কৰ্মৰত ২৫-৩০ বছৰীয়া যুৱক।

৪) চিদ্দিক আহমেদ ঃ ব্যক্তিগত কোম্পানীত কৰ্মৰত ২৫-৩০ বছৰীয়া যুৱক।

৫) জগন্নাথ বৰুৱা ঃ চৰকাৰী চাকৰিয়াল। ৫০-৫৫ বছৰ বয়স।

৬) ভদ্ৰকান্ত দাস ঃ মাছমৰীয়া। ৩৫-৪০ বছৰ বয়স।

৭) হৰকান্ত বড়ো ঃ মাছমৰীয়া। ৩৫-৪০বছৰ বয়স।

৮) অজিত দাস ঃ এটা ব্যক্তিগত টি.ভি. চেনেলৰ সাংবাদিক। ৩০-৩৫ বছৰ বয়স।

৯) পম্পী বৰঠাকুৰ ঃ এটা ব্যক্তিগত টি.ভি. চেনেলৰ সাংবাদিক। ২৫-৩০ বছৰ বয়স।

## প্ৰস্তাৱনা দৃশ্য

(ব্ৰহ্মপুত্ৰৰ পাৰ। নদীখনৰ মাজৰ এটা বালিচৰ আংশিকভাৱে দেখা যায়। আবেলিৰ সময়। পংকজক কিছু চিন্তান্বিত দেখা যায়। নিজৰ পকেটৰ পৰা সৰু কাগজ (পৰিচয় পত্ৰ) কেইখনমান উলিয়াই চাই আকৌ পকেটত ভৰাই থয়-পৰিয়ালৰ ফটো এখন উলিয়াই চুমা খায়। কান্দে)

পংকজ ঃ মোক ক্ষমা কৰি দিবি-মা। মোক ক্ষমা কৰি দিবি। মই তহঁতৰ সপোনবোৰ পূৰণ কৰিব নোৱাৰিলোঁ। জানো-মোৰ ওপৰত তহঁতৰ কিমান বিশ্বাস আছে। তাক ধৰি ৰাখিব নোৱাৰিলোঁ। কিন্তু শূন্যতাই যদি জীৱনৰ আৰম্ভণি হয় তেন্তে জীৱনৰো অন্ত শূন্যতাত নহয় জানো? মা-জানো মোৰ এই পদক্ষেপে বিচলিত কৰিব। তোৰ অন্তৰত আঘাত দিব। নিজক হেৰুৱাৰ বেদনা বুজি পাওঁ। আৰু বুজি পাওঁ বাবেই এই পদক্ষেপ ল'বলৈ বাধ্য হ'লো। নিজতকৈও তহঁত কোনো গুণে কম নহ'ব। তহঁত মাত্ৰ ভালে থাকিবি। পৃথিৱীৰ সকলোৱে মোক কাপুৰুষ বুলি হাঁহিব। কিন্তু মই জানো মই কিমান সাহসী। এতিয়া আৰু মৃত্যুলৈ ভয় নাই মোৰ। জীৱনত কেতিয়াও এনে পৰিস্থিতিৰ সন্মুখীন হ'ম বুলি আশা কৰা নাছিলো। আনৰ দৰে মোৰো সপোন আছিল। দূৰ দিগন্তলৈ উৰাৰ সপোন বুকুতে ময়ো পুহি ৰাখিছিলো। কিন্তু প্ৰতিবাৰেই-প্ৰতিবাৰেই কেঁচা সপোন ফুলিব নৌপাওঁতেই মৰহিলেই বহুত কষ্ট হয়। বুকু ভাঙি যায়। আৰু নোৱাৰোঁ-তহঁতৰ

শুকান মুখকেইখন চাই থকাৰ শক্তি মোৰ আৰু নাই। তহঁতৰ বাবে জীয়াই থাকি একো কৰিব নোৱাৰিলোঁ সঁচা কিন্তু এতিয়া মোৰ মৃত্যুৱে তাক কৰিব যি ইমান দিন জীয়াই থাকিও মই কৰিব পৰা নাছিলো। জানো-কেইদিনমান মোৰ অভাৱ অনুভৱ কৰিবি। কৰাটো স্বাভাৱিক। কিন্তু চিন্তা নকৰিবি-নিৰ্দয়ী সময়ে সকলো পাহৰাই দিব। মাত্ৰ মোক ক্ষমা কৰিবি মা-মোক ক্ষমা কৰিবি ভণ্টী।

(পংকজে পানীত জাপ দিয়ে)

(বি.দ্ৰঃ- প্ৰস্তাৱনা দৃশ্যটো পৰীক্ষামূলক সংযোজন-তাক প্ৰদৰ্শন নকৰিলেও নাটৰ মূল কাহিনীত কোনো প্ৰভাৱ নপৰে।)

## প্ৰথম দৃশ্য

(এটা বালিচৰ। সময় ৰাতিৰ ১২-১ বজা। বতাহ-ঢেৰেকনিৰ শব্দ। আঁৰ কাপোৰ খোলাৰ লগে লগে মঞ্চৰ মাজত পাৰবীনক দেখা যাব। মূৰটো ভৰিত গুজি বহি থাকিব। পোহৰ পৰাৰ লগে লগে লাহে লাহে মূৰটো ওপৰলৈ তুলি ইফালে সিফালে চাব। পাৰবীনৰ মুখত ভয়ৰ চিন। মঞ্চৰ আন এটা চুকৰ কঁহুৱা কেইডালমানৰ আঁৰত অচেতন হৈ পৰি থকা চিদ্দিকক দেখা নাপায়)

পাৰবীন ঃ (ভয়ত) আম্মা-আব্বু। (পেটত খামুচি ধৰিব-দীঘল দীঘল উশাহ ল'ব। জোৰৰে ফোপাই কথা কয়, মাটিত বহে, হাত-ভৰি যেন অৱশ হৈ পৰিছে।) পানী-পানী (ইফালে সিফালে খেপিয়াই চাব-বালি খামুচি মুখত সানিব-হুক হুকাই কান্দিব) আম্মা-আব্বু (বিজুলীৰ-ঢেৰেকনিত নিজৰ ছাঁটো দেখি ভয় খাব) কোন-কোন আছে তাত। হে আল্লা। (চিঞৰি) কোন আছে আৰু ইয়াত-কোনোবা আছে নেকি (বাহিৰত কাৰোবাক দেখি) আব্বু-আব্বু নেকি (ভালকৈ চায়) আব্বুটো নহয়-দাদা। (আগুৱাই যাব) দাদা-দাদা তই হয়নে (লাহে লাহে পিছুৱাই কান্দি কান্দি আহিব। হেমন্তৰ প্ৰৱেশ)

হেমন্ত ঃ থেঙ্ক গড্‌। কোনোবা এজনটো আছে-মই অকলে আছিলো বুলি ভাবিছিলোঁ।

পাৰবীন ঃ আপুনি আৰু কাৰোবাক দেখিছে?

হেমন্ত ঃ (না সূচক ভাবে মূৰ লৰাই)

পাৰবীন ঃ আব্বু-আম্মী। হে আল্লা (কান্দে)।

হেমন্ত ঃ কি হ'ল-মা-দেউতাও আছিল?

পাৰবীন ঃ অ।

হেমন্ত ঃ কি ক'ম ভাবিয়েই পোৱা নাই-তথাপিও ধৈৰ্য্য নেহেৰুৱাবা চোন। এই সময়ত ধৈৰ্য্য ধৰাটো উচিত।

পাৰবীন ঃ কেনেকৈ ধৈৰ্য্য ধৰিম-সকলো হেৰুৱালো মই। পুৰা পৰিয়ালৰ সৈতে আহিছিলোঁ-এতিয়ালৈকে এজনৰো দেখা-দেখি নাই। (কান্দে)

হেমন্ত ঃ কান্দি কি লাভ? আমাৰ দুয়োৰে অৱস্থা একেই। কান্দিলে কোনো সমস্যা সমাধান নহয়।

পাৰবীন ঃ সমাধান বিচাৰিছে আপুনি। মোৰ আম্মা-আব্বু, দাদা বৌ-মোৰ সেই অকণমানি ভতিজাটো-ক'ত গ'ল? কিয় হ'ল মোৰ লগত এনেকুৱা-কি ভুল কৰিছিলোঁ মই? (কান্দে)

হেমন্ত ঃ চোৱা অকল তুমিয়েই নহয়-হয়তো কোনে কাক হেৰুৱাইছে কোনেও নাজানে। চোৱা ভণ্টী-

পাৰবীন ঃ পাৰবীন-পাৰবীন চুলতানা মোৰ নাম।

হেমন্ত ঃ মই তোমাক কি ক'ম পাৰবীন-সকলোৰে অৱস্থা একেই। এতিয়া কন্দা কটা কৰি কি লাভ (বাহিৰলৈ দেখুৱাই) তুমি তেওঁলোকক সৌ ফালে বিচাৰিছা নে?

পাৰবীন ঃ যি ঘিটমিট আন্ধাৰ-অকলে যাবলৈ ভয়েই লাগে।

হেমন্ত ঃ আহাচোন আহা। অলপ তললৈ নামি গৈ চাই আহোঁ-কিজানি বা কোনোবা পানীতেই পৰি আছে।

পাৰবীন ঃ ঠিকেই কৈছে-বলক। (প্ৰস্থান)

হেমন্ত ঃ (নেপথ্যত) ইমান কাষলৈ নাযাবা। এইফালে আহা-বালি খহিব লাগিলে পানীত পৰিবা।

পাৰবীন ঃ (নেপথ্যত) আব্বু-আম্মা।

হেমন্ত ঃ (নেপথ্যত) কোনবা আছে যদি মাত দিয়ক। কোনোবা আছে নেকি?

পাৰবীন ঃ (নেপথ্যত) চিঞৰি) আল্লা।

হেমন্ত ঃ (নেপথ্যত) কি হ'ল?

পাৰবীন ঃ (নেপথ্যত) ভৰিত কিবা লাগিছে।

হেমন্ত ঃ (নেপথ্যত) চাওঁ চাওঁ-অহ গড্-এইজন দেখোন মানুহ। চাওঁ ধৰাচোন-ধৰা। এইফালে লৈ অহা।

(পাৰবীন আৰু হেমন্তই জগন্নাথক ধৰি লৈ আহে। মঞ্চত থকা চিদ্দিকে সংজ্ঞা পায়-লাহে লাহে উঠিব চেষ্টা কৰে।)

পাৰবীন ঃ জীয়াই আছেতো?

হেমন্ত ঃ (নাকটো চুই) আছে আছে-উশাহ লৈ আছে। পানী বহুত খাইছে। চাওঁ-মই পেটটো অলপ হেঁচি দিওঁ। (জগন্নাথৰ পেটটো হেঁচি দিয়াত পেটৰ পৰা পানী ওলাই-জগন্নাথৰ সংজ্ঞা আহে। আচৰিত ভাবে ইফালে সিফালে চাব।)

পাৰবীন ঃ এতিয়া গা'টো কেনে পাইছে?

জগন্নাথ ঃ ক'ত আছিলো মই?

পাৰবীন ঃ সৌখিনিতে পৰি আছিলে। ভাগ্য, আমি সেইফালে যাওঁতে আপোনাক দেখা পালো।

জগন্নাথ ঃ এতিয়া ক'ত আছোঁ-ক'ত আছোঁ (হেমন্তহঁতক) কোন হয়, কোন হয় আপোনালোক?

হেমন্ত ঃ সহযাত্ৰী।

জগন্নাথ ঃ মানে

হেমন্ত ঃ মানে আৰু কি— সহযাত্ৰী। কিছু সময়ৰ আগতে ফেৰীখনত আছিলো। এতিয়া ইয়াত।

জগন্নাথ ঃ হেৰি সুধি আছো কি-আৰু আপুনি কৈছে কি? কেনেকৈ আহিলোঁ ইয়ালৈ?

পাৰবীন ঃ আপোনাৰ একোৱেই মনত নাই?

হেমন্ত ঃ আপুনিও ফেৰীখনত নাছিল জানো?

জগন্নাথ ঃ আছিলো-কিন্তু... (চিদ্দিকক দেখা পাব) তেওঁ কোন?

হেমন্ত ঃ (চিদ্দিকক) হেৰি আপুনি?
(চিদ্দিকে কিবা এটা কোৱাৰ আগতে পাৰবীন তেওঁৰ ওচৰলৈ ধৰফৰাই যায়-প্ৰশ্ন কৰে।)

পাৰবীন ঃ (চিদ্দিকক) আৰু কাৰোবাক দেখিছে?

চিদ্দিক ঃ নাই-চকু মেলি প্ৰথম আপোনালোককহে দেখিছো।

হেমন্ত ঃ ইমান সময় ক'ত আছিল আপুনি?

চিদ্দিক ঃ মই সৌখিনিতে পৰি আছিলো-আপোনালোকৰ মাত নুশুনাহেঁতেন কিমান সময় পৰি থাকিলো হয় নাজানিলো হয়।

জগন্নাথ ঃ ক'ত আছোঁ আমি? আমি ক'ত আছোঁ?

হেমন্ত ঃ (হাঁহি) সন্ধানহীন মানুহক আপুনি ঠিকনা বিচাৰিছে?

পাৰবীন ঃ এতিয়া ক'ত আছোঁ সেয়া বাদ দিয়ক-কিবা কৰি যে বাচিছো সেয়াই বহুত।

হেমন্ত ঃ এৰা পানীৰ সোঁতত বালিচৰটোলৈ উটি আহিলোঁ বুলিহে। ফেৰীখন ডুবুতে বাচি যাম বুলিয়েই ভবা নাছিলো। ফেৰীখনৰ অধিনায়কক মই নিজেই কৈছিলো-ধুমুহা আহিছে যেতিয়া কিছু সময় বালিচৰ এটাৰ ওচৰতে ৰওঁ। দুটা-তিনিটা বালিচৰ আমি পাৰ হয় আহিছোঁ। নাই-নুশুনিলে। যদি সি মোৰ কথা শুনি ধুমুহা পাৰ নোহোৱালৈকে কোনোবা এটা বালিচৰত বৈ গ'লহেঁতেন তেন্তে এই দুঘৰ্টনাটো নহ'ল হয়।

পাৰবীন ঃ কেনেকৈ আহি এই বালিচৰটো পালোঁহি একো নাজানো। চকু মুদিলেই সেই ভয়ংকৰ মুহূৰ্ততো ভাঁহি উঠে। এক পলকত সকলো ঠান-বান হ'ল। মনত পৰিলেই কলিজাখন কঁপি উঠে।

জগন্নাথ ঃ ইমান এটা বিপদৰ পৰা বাচিলোঁ যেতিয়া-এতিয়া আৰু কিয় ভয় কৰিব লাগে।

পাৰবীন ঃ তথাপিও দিয়ক চোন-ক'ত আছোঁ একো ধৰিব পৰা নাই। আৰু বা কি বিপদ বৈ আছে।

হেমন্ত ঃ আমি আছোঁ দিয়া- একো চিন্তা নকৰিবা। এতিয়া এই ৰাতিটো ভালেই গ'লেই হ'ল আৰু। পুৱা হ'লেই কিবা এটা কৰিব লাগিব।

পাৰবীন ঃ মই ফেৰীখনত উঠাৰ আগতে ভাবিছিলোঁ-ফেৰীখনত জোখতকৈ বেছি মানুহ উঠিছে।

হেমন্ত ঃ দুশ জনতকৈ অধিক মানুহ আছিল নেকি?

চিদ্দিক ঃ দুশ, ক'ত দুশ-তিনিশৰো কম নাছিল। পিছে ক'ত আছোঁ আমি কিবা ধৰিব পাৰিছেনে?

হেমন্ত ঃ বালিচৰ এটাত যে আছো তাক ধৰিব পাৰিছো কিন্তু কোনটো বালিচৰত আছোঁ-নদীৰ পাৰৰ পৰা কিমান দূৰত আছোঁ— সেয়াহে একো ধৰিব পৰা নাই। কোনোবা জন্মত কিবা ভাল কৰিছিলোঁ নেকি-নদীৰ সোঁতত যে বৈ নগ'লোঁ।

জগন্নাথ ঃ তাতে ইমান আন্ধাৰ-একো মনিব নোৱাৰি।

হেমন্ত ঃ ইমান ডাঙৰ দুৰ্ঘটনা হ'ব বুলি ভবাই নাছিলো। পানীত ডুবাৰ পাছত কি হ'ল একো মনত নাই মোৰ। সংজ্ঞা অহাৰ পাছত এটা কথাই মনত পৰিছে-এখন ফেৰী, এজাক মানুহ আৰু এটা বিশাল ধুমুহা। (বাহিৰলৈ দেখুৱাই) সংজ্ঞা অহাৰ পাছত কি হ'ল কি নহ'ল তাকে ভাবি বহু সময় সৌখিনিতে বহি আছিলো। পাৰবীন মাত শুনিহে এইফালে আহিলোঁ।

চিদ্দিক ঃ আল্লাইহে বচালে-মইতো বাচিম বুলি ভবাই নাছিলো।

হেমন্ত ঃ এৰা বাচিলোঁ কিবা কৰি, কিন্তু বাকী মানুহবোৰৰ বা কি হ'ল? আমাৰ দৰে বাচি গ'লেই ভাল।

জগন্নাথ ঃ আপুনি বাচিব বুলি ভাবেনে, বেছি ভাগেই মহিলা আছিল।

হেমন্ত ঃ ফেৰীখনত লাইফ্ জেকেট এটাও নাই। ইমান ৰিস্ক্‌ত ফেৰী চলাবলৈ ইহঁতক কোনে পাৰমিট্ দিয়ে? (পাৰবীনে ঠাণ্ডাত কঁপি থকা দেখা নাই) পাৰবীন, হেৰা-কি হ'ল, কঁপিছা যে?

পাৰবীন ঃ ইমান ঠাণ্ডা লাগিছে। তাতে গাৰ গোটেই কাপোৰ জোৰো ভিজা।

জগন্নাথ ঃ হয় দিয়ক-শুকান এযোৰ কাপোৰ থাকিলে ভাল আছিল।

হেমন্ত ঃ হেৰি ইয়াত আপুনি আৰু ক'ত শুকান কাপোৰ পাব। (পাৰবীনক) তুমি কাম এটা কৰা পাৰিলে পিন্ধি থকা কাপোৰজোৰ খুলি অলপ আঁটিলৈ আকৌ পিন্ধা। কাপোৰজোৰ

আঁটি ল'লে কাপোৰজোৰ পিন্ধি অলপ আৰাম পাবা। (ইফালে-সিফালে চায়) যোৱা সৌ কঁহুৱাখিনিৰ আঁৰতে আঁটি লোৱাগৈ। (পাৰবীনে যাবলৈ অসহজবোধ কৰে) একো নহয় যোৱা-ভয় বা লাজ কৰিবলগীয়া একো কথা নাই। আমি ইয়াতে আছোঁ-সেইফালে নাযাওঁ দিয়া।

চিদ্দিক ঃ হয়-এওঁ ঠিকেই কৈছে- আপুনি কাপোৰজোৰ আঁটি লওক। (পাৰবীনে কঁহুৰা জোপাৰ আঁৰলৈ যায়)

জগন্নাথ ঃ এতিয়া কি কৰিব?

হেমন্ত ঃ কি কৰিব আৰু পুৱালৈ ৰ'ব লাগিব। এই ৰাতিখন আৰু আমাক কোনে বিচাৰি আহিব।

চিদ্দিক ঃ পিছে বতৰে যি হে ৰূপে দেখুৱাই আছে-এতিয়া আৰু বৰষুণ নাহিলেই ৰক্ষা।

হেমন্ত ঃ এৰা-আকাশখনে যিটোহে ৰূপ লৈছে- ক'ত বৰষুণ নাহিব ছাগৈ।

জগন্নাথ ঃ কেইটামান বাজিল বাৰু?

হেমন্ত ঃ এহঃ এতিয়া সময় জানি কৰিব কি, এনেও এতিয়া আৰু ক'ত টোপনি আহিব।

জগন্নাথ ঃ (নিজৰ পেণ্টৰ পকেটত হাত ভৰাই) ছেহ বালি...

চিদ্দিক ঃ এই বালিচৰত পকেটত বালি নোসোমাই কি টকাৰ গাদী সোমাব?

জগন্নাথ ঃ (জগন্নাথে নিজৰ পকেটত কিবা বিচাৰে। ম'বাইলটো উলিয়াই কাৰোবাক ৰিং কৰিবলৈ চেষ্টা কৰে) ছেহ ইমান দাম দি কিনিলোঁ- অকণমান পানী সোমোৱাৰ লগে লগে কাম নকৰা হ'ল।

হেমন্ত ঃ ক'ত ভালে থাকিব-পানী সোমাল। একো কাম নাই এতিয়া। প্ৰযুক্তিগতভাৱে আমি যিমানেই উন্নত নহওক কিয়, প্ৰকৃতিৰ সন্মুখীন হ'ব পৰাকৈ প্ৰযুক্তি সৃষ্টি কৰিব পৰা নাই। (পাৰবীন সোমাই আহে)

হেমন্ত ঃ (পাৰবীনক) এতিয়া অলপ ভাল লাগিছেনে?

পাৰবীন ঃ অলপ-কিন্তু ঠাণ্ডাটোহে কমা নাই।

হেমন্ত ঃ ক'ত কমিব-যিহে বতাহ মাৰি আছে।

পাৰবীন ঃ এটা নিজান বালিচৰ-চাৰিওফালে পানী। ঘিট-মিট আন্ধাৰ। আৰু আমি চাৰিজন-এজনী নাৰী আৰু তিনি পুৰুষ। কিবা এডভেঞ্চাৰ যেন লগা নাইনে?

হেমন্ত ঃ এৰা ঠিকেই কৈছা। যেন এটা এডভেঞ্চাৰহে। শিৰোনাম তাৰ— এটা দ্বীপ, এখন নদী আৰু এজাক মানুহ।

পাৰবীন ঃ মোৰ এই সময়ত নিজকে কেনেকুৱা লাগিছে জানে-ঠিক টাইটানিকৰ দুৰ্ভগীয়া যাত্ৰী কেইজনৰ দৰে অনুভৱ হৈছে।

হেমন্ত ঃ তেওঁলোকতকৈ ভাল বুলি কোৱা। অন্ততঃ আমি ভৰি থ'বলৈ কিছু মাটি বিচাৰি পাইছোঁ। লাগিলে সেয়া ভিজা বালিয়েই নহওক কিয়।

জগন্নাথ ঃ (বিৰক্ত হৈ) এই সময়ত আপোনালোকে কি কথাবোৰ পাতি আছে। কথা নাই যদি মনে মনে থাকক।

হেমন্ত ঃ ঠিকেই কৈছে ডাঙৰীয়া-এনেদৰে কথা নাপাতি ইজনে সিজনৰ ফালে পিঠি দি অচিনাকীৰ দৰে থকাটোৱেই আপুনি বিচাৰে নেকি? আপুনি মইতো অকলে আহিছিলোঁ। (পাৰবীনক লক্ষ্য কৰি) এওঁ পুৰা পৰিয়ালৰ সৈতে আহিছিল। পৰিয়ালৰ এজনো সদস্যৰ এতিয়ালৈ দেখা-দেখি নাই।

জগন্নাথ ঃ পুৰা পৰিয়াল-এতিয়ালৈকে এজনৰো দেখা-দেখি নাই।

হেমন্ত ঃ অ-তেতিয়াৰ পৰা বিচাৰি আছোঁ। এতিয়ালৈকে কাকো বিচাৰি পোৱা নাই। তেওঁলোকক বিচাৰি থাকোঁতেইতো আপোনাক পালোঁ।

জগন্নাথ ঃ ইচ-বৰ বেয়া কথা হ'ল। নদীৰ পানীয়ে বা ক'লৈ বোৱাই নিলে-নে এতিয়াও জীয়াই আছে, নে মৰিল তাৰ কোনো ঠিকনা নাই।

পাৰবীন ঃ নাই নাই তেনেকৈ নক'ব। তেওঁলোক ভালে আছে। মই যেনেকৈ ভালে আছোঁ-তেওঁলোকো চাগৈ তেনেকৈ ভালে আছে।

হেমন্ত ঃ ঠিকেই কৈছা তুমি। মনলৈ কোনো বেয়া ভাব নানিবা। সকলো

ভালে আছে বুলি ভাবিলে শান্তি পাবা। চিন্তা কৰি আমি একো কৰিব নোৱাৰোঁ, নিজৰে অৱস্থা বেয়া। বেছি চিন্তা কৰিলে আৰু অশান্তিহে পাবা।

চিদ্দিক ঃ কিন্তু এটা কথা বৰ আচৰিত দেই। ফেৰীখনৰ ইমানবোৰ মানুহৰ মাজত আমি চাৰিজনহে লগ হওঁনে। নিশ্চয় কিবা কাৰণ আছে। পিছে দেখিছে-কাৰোৰে লগত ভালকৈ চিনাকী হোৱাই নাই এতিয়াও।

হেমন্ত ঃ (পাৰবীনলৈ আঙুলিয়াই) এওঁ পাৰবীন-পাৰবীন চুলতানা।

চিদ্দিক ঃ ভাল লাগিল লগ পায় আপোনাক।

পাৰবীন ঃ মোক তুমি বুলিয়েই ক'ব-পঢ়ি আছোঁ। ইউনিভাৰচিটিত লাষ্ট ছেমিষ্টাৰ-আপুনি?

চিদ্দিক ঃ মই চিদ্দিক আহমেদ। প্ৰাইভেট কোম্পানী এটাত কাম কৰোঁ? চাৰি মাহ মানৰ মূৰত ঘৰলৈ আহিছিলোঁ। কিন্তু আহি যিটোহে বিপদত পৰিলো। ফেৰীখন ডুবিল-প্ৰথমেটো বাচিম বুলিয়েই ভবা নাছিলো। কোনোবা জন্মত কিবা ভাল কাম কৰিছিলোঁ নেকি-আল্লাইহে বচালে।

পাৰবীন ঃ (হেমন্তক) আৰু আপুনি?

হেমন্ত ঃ নামত কি আছে-যি নামেৰে মাতা মোৰ কোনো আপত্তি নাই।

পাৰবীন ঃ তথাপিও দিয়ক চোন-কিবা এটাতো নাম আছে।

হেমন্ত ঃ ছেক্সপীয়েৰৰ ৰোমিয় জুলিয়ট পঢ়িছা-এটা ফেমাচ ডায়েলগ্ আছে। 'হোৱাটচ ইন এ নেম? ডেট হুইচ্চ উই কল এ ৰোজ। বাই এনি আদাৰ নেম উদ স্মেল এজ চুইট'। (What's in a name? That which we call a rose by any other name would smell as sweet) অৰ্থাৎ নামত কি আছে-গোলাপক যি নামেৰে নামাতা কিয় তাৰ গোন্ধ সদায় মিঠা হ'ব।

জগন্নাথ ঃ কিন্তু মোৰ হ'লে ভোকহে লাগিছে। ছেক্সপীয়েৰৰ কথা পাতি থকাতকৈ পেটৰ ভোক এতিয়া কেনেকৈ মাৰিব পাৰি তাৰ কথা ভাৱক।

চিদ্দিক ঃ কি কথাবোৰ কৈ আছে আপুনি। আমি ক'ত আছোঁ, একো ধৰিব পৰা নাই। আপোনাৰ আৰু ভোক লাগিছে। জধামূৰ্খইও এনেকুৰা সময়ত এনেকুৰা কথা নকয়।

জগন্নাথ ঃ কি ক'লে আপুনি? কাক জধামূৰ্খ বুলি কৈছে। এনেকৈ নক'ব দেই- নহ'লে মই কোন ভালদৰে চিনাকী কৰি দিম।

হেমন্ত ঃ কিনো এইবোৰ কথাত লাগি আছে-বাদ দিয়ক।

চিদ্দিক ঃ মইনো কি ভুল ক'লো। (জগন্নাথক) ইমানেই ভোক লাগিছে যেতিয়া এটা কাম কৰোঁ আহক। পোক পৰুৱাকে বিচাৰোঁ। নে কি কয়-তাৰ বাহিৰেনো এই বালিচৰটোত আৰু কি পাম খাবলৈ। অৱশ্যে আৰু এটা কাম কৰিব পাৰে আপুনি। বেয়াৰ (Bear) গ্ৰীলছ (Grylls) চিনি পায় নহয়— ডিচকভাৰী চেনেলত মেন ভাৰ্চাচ ওৱাইল্ড প্ৰ'গ্ৰেমটো কৰে যে। তেওঁৰ দৰে কিবা এটাকে কৰি থাকক। সৌ যে শিল গুটি কেইটা দেখিছে, তাক ঘঁহি থাকক। ঘঁহি থাকিলে জুই জ্বলিব। আমি নদীত মাছ ধৰিম আৰু পুৰি খাম-নে কি কয়?

জগন্নাথ ঃ ঠাট্টা কৰিবলৈ আৰু মানুহ বিচাৰি নাপালে নহয়।

চিদ্দিক ঃ ক'তনো ঠাট্টা কৰিছোঁ। আপুনিহেতো উল্টা-পুল্টা কথা কৈ আছে।

জগন্নাথ ঃ ধেইত-আপোনাৰ নিচিনা মানুহৰ কথা পাতে নেকি? (খঙত অলপ দূৰত বহি বালিচৰটোত পৰি থকা শিল গুটি কেইটামান নদীখনলৈ দলিয়াব ধৰে।)

পাৰবীন ঃ বাদ দিয়ক না দাদা। কিনো কথাবোৰত লাগি থাকে। এতিয়া আমাৰ মাজতে কাজিয়া কৰিলেনো আমাৰ কি লাভ হ'ব।

চিদ্দিক ঃ ঠিকেই কৈছা। (জগন্নাথক) পিছে ডাঙৰীয়া, জুই জ্বলিলনে? নাই যদি নিজৰ পৰিচয়টোকেই দিয়ক (বাকীবোৰক) নে কি কয়?

পাৰবীন ঃ কিয়নো জোকাই আছে তেওঁক।

জগন্নাথ ঃ উস-মোৰ পৰিচয় জানিব। কালৰো কাল বিপৰীত কাল। হৰিণাই চেলেকে বাঘৰ গাল।

চিদ্দিক ঃ মানে ?

জগন্নাথ ঃ বিপদত একে ঘাটতে নিগনি আৰু সিংহ একে লগে থাকিব পাৰে। কিন্তু সেই বুলিয়েই সিংহই নিগনিৰ খাদ্য নাখায়। তেতিয়াৰ পৰা লক্ষ্য কৰি আছোঁ, আপুনি মোক প্ৰতিটো কথাতে ঠাট্টা কৰি আছে। কি ভাবিছে মোক ? আপোনাৰ নিচিনা মানুহে মোক লগ ধৰিবলৈ ঘণ্টা ঘণ্টা অপেক্ষা কৰি থাকে।

হেমন্ত ঃ তেওঁ চাগৈ পৰিৱেশটো পাতল কৰিবলৈহে ধেমালি কৰিছিল।

জগন্নাথ ঃ নহয়-নহয়। এইবোৰ ভাল নহয়। ধেমালি যদি কৰিছে, অকল মোৰ লগত কিয়-আপোনাৰ লগত কিয় কৰা নাই? অ মানে মই ফাল্টু মানুহ।

চিদ্দিক ঃ আপোনাক কোনে ফাল্টু বুলি ক'লে ? কথাটো ঠিক তেনেকুৱা নহয়।

জগন্নাথ ঃ তেন্তে কেনেকুৱা ?

চিদ্দিক ঃ আস-আপুনি...

জগন্নাথ ঃ (আধাতে) চুপ আৰু একো নক'ব। মোৰ খং উঠিলে কথা বেয়া হ'ব।

হেমন্ত ঃ হ'ব দিয়ক আৰু। বাদ দিয়ক। তেওঁৰ হৈ মই ক্ষমা বিচাৰিছোঁ।

জগন্নাথ ঃ (হেমন্তক) তেওঁক ক'ব, মোক যি কোনো কথা নক'লে ভাল। এইবোৰ কথা মই ভাল নাপাওঁ। কেতিয়াবা আমাৰ ফালে আহিলে মানুহক সুধিব-জগন্নাথ বৰুৱা কোন? মই কোন সকলোৱে ক'ব। (চিদ্দিকক) আপোনাৰ দৰে সাধাৰণ মানুহ মই নহয়। (খঙেৰে বাহিৰলৈ ওলাই যায়)

চিদ্দিক ঃ হেৰি...

হেমন্ত ঃ খং কমিলে আকৌ আহিব দিয়ক। এতিয়া য'ত যায় যাব দিয়ক।

চিদ্দিক ঃ মই তেওঁ ইমান বেয়া পাব বুলি জনা হয় ধেমালি নকৰিলোঁ হয়।

পাৰবীন ঃ বাদ দিয়ক দাদা সেইবোৰ। কিন্তু জীৱনটো বৰ আচৰিত নহয়। কেতিয়াবা ভাবিছিলনে জীৱনত এনেকুৱা এটা দিন আহিব।

চিদ্দিক ঃ য'ত ঘাটৰ কলি হ'ল চৰকাৰ। দুশজন মানুহৰ কেপাচিটি থকা

ফেৰীত যদি তিনিশ জন মানুহ উঠে তেন্তে দুৰ্ঘটনা নহ'ব কিয়? আমাৰতো টিকেট আছিল। সেই কাৰণে উঠিছিলোঁ। কিন্তু ইমান মানুহ উঠিব বুলি জনা হয় নুঠিলো হয়।

পাৰবীন ঃ এতিয়া আল্লাইহে জানিব-কিমান জন জীয়াই আছে।

চিদ্দিক ঃ মোৰ সকলো বস্তুৱেই হেৰাল।

হেমন্ত ঃ জীৱনটো যে বাচিল-তাতেই সুখী হওক। জীয়াই থাকিলেহে বাকী বস্তুবোৰৰ মূল্য আছে।

চিদ্দিক ঃ এৰা ঠিকেই কৈছে। ক'ত আছোঁ তাৰ ঠিকনা নাই। তাতে বালিচৰটোৰ অৱস্থা দেখিছে-নদীখনে এফাল খহাইছেই। পানী এনেকৈ বাঢ়ি থাকিলে দুদিনমানৰ ভিতৰতে এইটো বালিচৰ নাইকিয়া হ'ব। মোৰ ঘৰ নদীৰ পাৰত নহয়। সৰুৰে পৰা দেখিছোঁ-নদীত এনেকুৱা সৰু সৰু বালিচৰ কেতিয়া জন্ম হয়, কেতিয়া নাইকিয়া হয় কোনেও অনুমান কৰিব নোৱাৰে। সেই কাৰণেহে ভয় লাগিছে অলপ।

হেমন্ত ঃ এহ একো নহয় দিয়ক তেনেকুৱা।

পাৰবীন ঃ আমাৰ অৱস্থা একেবাৰে আদিম যুগৰ মানুহ নিচিনা লাগিছে।

চিদ্দিক ঃ তাতকৈ বেয়া বুলি কওক।

পাৰবীন ঃ মানে?

চিদ্দিক ঃ এটলিষ্ট তেওঁলোক ক'ত আছিল সেয়াতো জানিছিল। আমি ক'ত আছোঁ, নদীৰ পাৰৰ পৰা কিমান দূৰত আছোঁ তাক একোৱেই নাজানো।

পাৰবীন ঃ এৰা জীৱনত যে এনেকুৱা দিন এটা আহিব তাক মই কেতিয়াও ভবা নাছিলো।

হেমন্ত ঃ কল্পনা নকৰাকৈ আমাৰ জীৱনত এনেকুৱা বহু ঘটনাই ঘটে। বহু সপোন এনেদৰে ভাঙে। বহু সপোন এনেদৰে জন্ম হয়। জীৱনত ঘটিব লগা প্ৰতিটো ঘটনাৰে পূৰ্বাভাস পোৱাহেঁতেন চাগৈ মানুহৰ জীৱনৰ প্ৰতি কোনো মোহেই নাথাকিল হয়। আৰু মোহ আছে বাবেই জীৱনটো ইমান ৰসাল।

পাৰবীন ঃ ইণ্টাৰেষ্টিং-আপুনি দৰ্শনৰ ছাত্ৰ আছিল নেকি?

হেমন্ত ঃ নাই-কিয় সুধিলা ?

পাৰবীন ঃ কথাবোৰ আপুনি দাৰ্শনিকৰ দৰে কৈছে। (চিদ্দিকক) মই ঠিকেই কৈছোঁ নহয় ?

চিদ্দিক ঃ (পাৰবীনক) ঠিকেই কৈছে। (হেমন্তক) আপোনাৰ কথাবোৰ মোৰো কিবা দাৰ্শনিকৰ দৰে লাগিছে।

হেমন্ত ঃ দৰ্শন মই পঢ়া নাই। কিন্তু কি জানে চিদ্দিক ডাঙৰীয়া ঘাত-প্ৰতিঘাত আৰু আত্ম-উপলব্ধিয়ে পৃথিৱীৰ প্ৰতিজন ব্যক্তিকে দাৰ্শনিক কৰি তুলিব পাৰে। তাতে দৰ্শননো কি-মোৰ মতে দৰ্শন হৈছে নিজক সান্ত্বনা দিয়া এটা উপায়হে মাথোন।

পাৰবীন ঃ আপোনাৰ কথাবোৰৰ বাবে মোৰ আপোনাক আৰু অধিক দ'কৈ জানিবলৈ মন গৈছে। (কিবা মনত পৰাত) কিন্তু দেখিছে, এতিয়ালৈ আপোনাৰ নামটোৱে নাজানো। প্ৰথমে আপোনাৰ নামটো কওক।

হেমন্ত ঃ কি আজি কথা পাতিয়েই ৰাতিটো পাৰ কৰিম বুলি ভাবিছা নেকি ?

পাৰবীন ঃ তাৰ বাহিৰেনো আৰু কৰিম কি। যেনে-তেনে ৰাতিটো পাৰ হ'লেই হ'ল আৰু।

হেমন্ত ঃ মই হেমন্ত-হেমন্ত বৰা। এন.জি.অ. এটাত কাম কৰোঁ। এন.জি.অ.টোৱেই মোৰ জীৱনৰ চালিকা শক্তি। মানুহৰ বাবে, মানুহক ভালপাওঁ বাবেই অনাই বনাই মানুহৰ বাবে ঘূৰি ফুৰোঁ। এটা শব্দত মোক ক'বলৈ হ'লে, মই এটা যাযাবৰ। নিজা বুলিবলৈ একো ঠিকনা নাই-যতেই থাকোঁ সিয়েই ঠিকনা হৈ পৰে। অ ঠিকনা বুলি কওঁতে কবিতা এটা মনত পৰিছে-শুনিবা ?

পাৰবীন ঃ শুনাওক-ভাল লাগিব।

হেমন্ত ঃ কবিতাৰ শিৰোনাম-ঠিকনা। (হেমন্তই কবিতা আবৃত্তি কৰে)

ঠিকনা নিবিচৰাই ভাল<br>
ঠিকনা হেৰালে সকলো হেৰাই।<br>
ঠিকনাৰ নো ভৰষা কি<br>
আজি আছে কাইলৈ নাই।

বিশ্বাস য'তেই জন্ম হয়
বিশ্বাস তাতেই ধ্বংস হয়।
ঠিকনা নিবিচৰাই ভাল
ঠিকনা হেৰালে সকলো হেৰাই।

পাৰবীন ঃ ইমান ধুনীয়া হৈছে। কাৰ কবিতা?

হেমন্ত ঃ মোৰেই কবিতা। কেতিয়াবা দুই-এটা লিখোঁ।

পাৰবীন ঃ ধুনীয়া হৈছে। মই লিটাৰেচাৰ ছাত্ৰী-কিন্তু ইমান ধুনীয়াকৈ লিখিব নোৱাৰোঁ।

হেমন্ত ঃ তুমি লিখা-মেলা কৰা নেকি?

পাৰবীন ঃ অ মাজে সময়ে দুই-এটা। কিন্তু আপোনাৰ দৰে ইমান ধুনীয়া নহয়।

চিদ্দিক ঃ তেন্তে এইবাৰ পাৰবীনে এটা শুনাব।

হেমন্ত ঃ হয়, ঠিকেই কৈছে। পাৰবীন— আৰম্ভ কৰা।

পাৰবীন ঃ মোক শুনাব কৈছে-(হাঁহি) মই কবি নহয় দেই।

হেমন্ত ঃ কবিতানো কি? মনৰ ভাবহে মাত্ৰ। কোনোবাই তাক শব্দৰে প্ৰকাশ কৰে আৰু কোনোবাই নকৰে। সেই হিচাপত পৃথিৰীৰ প্ৰতিজন ব্যক্তিয়েই একো একোজন কবি।

পাৰবীন ঃ পিছে আপোনাৰ পৰিয়াল-আৰু কোন আছে আপোনাৰ ঘৰত?

হেমন্ত ঃ সৰু পৰিয়াল। মা-দেউতা কাহানিবাই ঢুকাল। ভণ্টী এজনী আছিল-তাইৰ বিয়াৰ পাছত সৰু পৰিয়ালটো আৰু সৰু হ'ল।

চিদ্দিক ঃ মানে অকলশৰে থাকে।

হেমন্ত ঃ অকলশৰে থাকোঁ বুলি ক'লে ভুল হ'ব। মানুহৰ মাজতেই থাকোঁ। ইয়াতো চাওক-এতিয়াও অকলশৰে থকা নাই। মোক সংগ দিবলৈ আপোনালোকতো আছে।

চিদ্দিক ঃ নহয় মানে-আপুনি বিয়া-বাৰু পাতিলে নে নাই?

হেমন্ত ঃ বিয়া কৰোৱাহেঁতেন জানো এনেদৰে যাযাবৰী জীৱন কটাব পাৰিলোঁ হয় নেকি? (হাঁহে)

চিদ্দিক ঃ মোৰো অৱস্থা আপোনাৰ দৰেই। কম্পেনীৰ কামত মাহৰ বেছিভাগ দিনেই বাহিৰত থাকোঁ-নিকাহ কৰা নাই বাবেহে

এনেকৈ থাকিব পাৰিছোঁ।

হেমন্ত ঃ ঠিকেই কৈছে? বিয়া পতা মানে নিজৰ ভাল লগা সকলো কামক জলাঞ্জলি দিয়া। মোকেই চাওক— বিয়া কৰোৱা নাই বাবেই এনেদৰে যাযাবৰী জীৱন এটা উপভোগ কৰিব পাৰিছো। বিয়া পতা হয় জীৱনটোক উপভোগ কৰিব নোৱাৰিলো হয়। মই কৰোৰে বাবে কম্প্ৰমাইজ কৰিব নোৱাৰো।

পাৰবীন ঃ আপুনি বিয়াৰ দৰে ইমান পবিত্ৰ সম্বন্ধ এটাৰ ওপৰত ইমান টুলুঙা মন্তব্য কিয় দিছে?

হেমন্ত ঃ কি টুলুঙা কৰিছোঁ। সঁচা কৈছোঁ-সঁচা অৰ্থত পুৰুষৰ বাবে বিয়া হ'ল এটা সামাজিক বাধ্যবাধকতা আৰু নাৰীৰ বাবে লিগেল প্ৰচটিটিউচন।

পাৰবীন ঃ কিয় তেনেকৈ কৈছে?

হেমন্ত ঃ সাত জনম একেলগে থকাৰ প্ৰতিজ্ঞা কৰাৰ পাছতো কেৱল আবেগ-অহংকাৰৰ বাবেই বিয়া নিচিনা সম্পৰ্কবোৰ নাভাঙেনে বাৰু। নে মই মিছা ক'লোঁ?

পাৰবীন ঃ কথাতো অৱশ্যে নোহোৱা নহয়। কিন্তু...

হেমন্ত ঃ প্ৰখ্যাত গৱেষক মেৰ'ৰয়ে তেওঁৰ এখন গ্ৰন্থত কি লিখিছে জানা- এগৰাকী বিবাহিতা মহিলা আৰু দেহ ব্যৱসায়ী মহিলাৰ মাজৰ পাৰ্থক্যটো হ'ল-দাম আৰু সময়ৰ ভিত্তিত বন্দৱস্ত হোৱা চুক্তি। অৰ্থাৎ প্ৰত্যেকটো ক্ষেত্ৰতে যৌনতা হ'ল এক সেৱা। এগৰাকীক বৈধভাৱে গোটেই জীৱন যৌনতাৰ বাবে চুক্তি কৰি লয় আৰু আন গৰাকীক অবৈধভাৱে বিভিন্ন খুচুৰা গ্ৰাহকে টকাৰ বিনিময়ত উপভোগ কৰে। সাময়িকভাৱে কিনি লয়। অৰ্থাৎ দুয়ো অৰ্থত নাৰী পুৰুষৰ বাবে পণ্য সামগ্ৰী। গতিকে মই বিয়াৰ নিচিনা সম্পৰ্ক এটাক বিশ্বাস নকৰোঁ।

পাৰবীন ঃ আপুনি বহুত কিতাপ পঢ়ে নহয়।

হেমন্ত ঃ কিতাপ নহ'লে এক মিনিটো থাকিব নোৱাৰোঁ। আৰু যিমান পঢ়িবা সিমান শিকিবা। সিদিনাখন ৰিপৰ্ট এটাত পাইছোঁ যে ডাঙৰ ডাঙৰ কম্পেনীৰ চি.ই.ও. বোৰে বছৰত গড়ে ত্ৰিশখন

মান কিতাপ পঢ়ে।

পাৰবীন ঃ মানিছো দেই আপোনাক-ইমান কথা জানে। আপোনাৰ লগত কথা পাতি থাকিলে কেনেকৈ সময় পাৰ হয় ধৰিবই নোৱাৰি। (ঢেৰেকনিৰ শব্দ হয়) আকৌ বৰষুণ আহিব নেকি? এনেই ভিজি আছোঁ। আৰু ভিজিলে নিমুনিয়াহ হ'ব।

হেমন্ত ঃ ইফালে বৰষুণ আহিলে মূৰটো গুজিবলৈ বালিচৰটোত ডাঙৰ গছ এজুপিও নাই। চাৰিওফালে মাথোঁ কঁহুৱা বন। আজি সঁচাকৈ নহাহেঁতেন ভাল আছিল। ইমান ইমপৰটেণ্ট কামো নাছিলে। জীৱনৰ কথা শুনা হয়, মই এই বিপদত নপৰিলো হয়।

পাৰবীন ঃ জীৱন মানে?

হেমন্ত ঃ মোৰ লগৰ-একেলগে এন.জি.অ.টোত কাম কৰোঁ। সি আজি আহিবলৈ মানা কৰিছিল। বোলে আজি বতৰটো বেয়া তই যাব নালাগে। নুশুনিলোঁ মই। তাৰ কথা শুনাহেঁতেন ভাল আছিল।

চিদ্দিক ঃ তকদীৰ বুজিছে, এইবোৰ চব তকদীৰৰ খেল। মোৰ কথাকে চাওকচোন— নিকাহ নকৰোঁ বুলি ইমান দিন ঘৰলৈ আহা নাছিলো। এইবাৰ নিকাহত বহিম বুলি আহিছোঁ-পাঁচ দিনৰ পাছত মোৰ নিকাহ। কিন্তু নচীৱৰ খেল চাওক। যাৰ নচীৱত যি লিখা আছে সেয়াই হ'ব।

হেমন্ত ঃ ভাগ্যক দোহাই দি কি লাভ। ভাগ্যক দোহাই দি আমি নিজক সান্তনা দিব পাৰো-কিন্তু প্ৰকৃত সত্য অনুধাৱন কৰিব নোৱাৰোঁ। এই যে আমাৰ লগত এই ঘটনাবোৰ হৈছে তাৰ বাবে আমাৰ ভাগ্য দায়ী নহয়— দায়ী এচাম লুভীয়া মানুহহে।

পাৰবীন ঃ নচীব-তকদীৰ-এইবোৰ কথা নকওঁ। মাত্ৰ এটা কথাহে জানো যে-আপোনালোকক লগ নোপোৱা হয় মোৰ অৱস্থা কি যে হ'ল হয়। এই নিজান বালিচৰটোত ইমান ৰাতি আপোনালোক আছে বাবেহে থাকিবলৈ সাহস কৰিছোঁ। আপোনালোক নথকাহেঁতেন ভয়ত মোৰ কেতিয়াবা হাৰ্ট ফেইল হ'ল হয়।

চিদ্দিক ঃ তথাপিও দিয়কচোন সকলোকে চুকু মুদি বিশ্বাস কৰিব নোৱাৰি।

আজিকালি যিহে দিন কাল পৰিছে কাকো বিশ্বাস কৰিব নোৱাৰি।

জগন্নাথ ঃ (নেপথ্যত) হে প্ৰভু— এয়া কি। এয়া কি দেখুৱাবলৈ মোক জীয়াই ৰাখিছা।
(সকলো উচপ খাই উঠে)

হেমন্ত ঃ হেৰি কি হ'ল?

জগন্নাথ ঃ (নিৰুত্তৰ)

হেমন্ত ঃ কি হ'ল নকয় কিয়?
(জগন্নাথ কেঁচুৱা এটাৰ মৰাশ এটা প্ৰৱেশ)

জগন্নাথ ঃ ঈশ্বৰে তাকো দয়া নকৰিলে। হে ঈশ্বৰ-এইবোৰ দেখাবৰ বাবেই নেকি আমাক জীয়াই ৰাখিছা-আমাকো মাৰি নেপেলোৱা কিয়?
(জগন্নাথে কোলাৰ কেঁচুৱাটো দেখুৱাই)

পাৰবীন ঃ হে আল্লা (কান্দে-কেঁচুৱাটোক সাৱটি ধৰে)

চিদ্দিক ঃ নচীব বুজিছে-চব নচীবৰ খেল।

হেমন্ত ঃ দিয়া-উটুৱাই দিওঁ। নদীখনে মাৰিলে যেতিয়া-নদীখনকে খাবলৈ দিওঁ।
(হেমন্তই কেঁচুৱাটো ল'বলৈ হাত মেলে-পাৰবীনে না সূচকভাৱে মূৰ লৰাই।)

হেমন্ত ঃ কি হ'ল-দিয়া আকৌ।

পাৰবীন ঃ এইটো-এইটো...

চিদ্দিক ঃ এইটো-এইটো-কি?

পাৰবীন ঃ মোৰ...

হেমন্ত ঃ মোৰ— বাকীখিনি নোকোৱা কিয়-কি হ'ল পাৰবীন?

পাৰবীন ঃ এইটো মোৰ ভতিজা। (কান্দে)

হেমন্ত ঃ কি?

পাৰবীন ঃ আল্লাইও তাক ৰহম নকৰিলে। কি দোষ আছিল তাৰ? (কান্দে)

জগন্নাথ ঃ এতিয়া কান্দি একো লাভ নাই পাৰবীন। যি হ'ব লগা আছিল সেয়া হ'লেই।

হেমন্ত ঃ কান্দক দিয়ক। তাইক কান্দিব দিয়ক— হেঁপাহ পলুৱাই কান্দিব

দিয়ক। তাইৰ চকুৰ পানী নদীখনৰ লগত মিলি গৈ নৈখনক আৰু অহংকাৰী হ'বলৈ দিয়ক।

পাৰবীন ঃ (কেঁচুৰাটোক) ঐ মফি-মফি। চকু মেলচোন। মোক এবাৰ মাত দে-মোক পি বুলি (সকলোকে) জানে কালিহে সি মোক প্ৰথমবাৰৰ বাবে মাতিছিল। মোক পি বুলি মাতিছিল। (কান্দে) (কেঁচুৰাটোক-জোকাৰি দি) চকু নেমেল কিয়?

জগন্নাথ ঃ আৰু নাকান্দিবা পাৰবীন। কান্দি কি লাভ? তুমি যিমানেই নাকান্দা কিয় সি আৰু উভতি নাহে (অলপ বিৰতি) উভতি আহিব নোৱাৰে।

পাৰবীন ঃ তেনেকৈ নক'ব।

চিদ্দিক ঃ সকলো আল্লাৰ লীলা বুজিছে-তেওঁ যি ইচ্ছা তাকেই কৰিব।

পাৰবীন ঃ এইয়া কি আল্লাৰ লীলা। আল্লাই কৈ থৈছিল নেকি সেই ফেৰীখনত মানুহক পানৰ দৰে জাপি জাপি উঠাবলৈ। ইমানবোৰ মানুহ নহাহেঁতেন চাগৈ ফেৰীখন কাহানিও নুডুবিল হয়। এইয়া আল্লাৰ লীলা নহয়-মানুহ ৰূপী চয়তান এজাকৰহে কাম।

জগন্নাথ ঃ তুমি অধৈৰ্য্য নহ'বা পাৰবীন।

পাৰবীন ঃ কোনো দিনে কষ্ট নোপোৱা ল'ৰা সি। কষ্ট কি বুজিয়েই নাপালে। জন্মৰ পৰা আলাসতে ডাঙৰ হৈছে-আমাৰ বৰ মৰমৰ। আৰু এতিয়া এই চয়টান নদীখনে... (কান্দে)

(হেমন্তই হঠাৎ হাঁহি দিয়ে-চিদ্দিক জগন্নাথ আচৰিত হয়)

চিদ্দিক ঃ ডাঙৰীয়া?

হেমন্ত ঃ নিজৰ ওপৰতেই হাঁহি উঠিছে জানে চিদ্দিক ডাঙৰীয়া। কি যে জীৱন আমাৰ-যেতিয়া জীৱনৰ প্ৰতি আমাৰ মোহভংগ হয় তেতিয়া মৰিব নোৱাৰোঁ। আৰু যেতিয়া জীৱনটোৰ প্ৰতি টান অনুভৱ কৰোঁ তেতিয়া কিয় জানো জীয়াই থকাটোৱেই ইমান কঠিন হয় পৰে।

(চিদ্দিক আৰু জগন্নাথে একো উত্তৰ নিদিয়ে। পাৰবীনে উচুপি উচুপি কান্দি থাকে। কিছু নীৰৱতা।)

হেমন্ত ঃ (উত্তেজিত) ঐ নিলাজ নদী। বাহঃ এতিয়া খুবেই শান্ত হয় আছ-বাঢ়-নাবাঢ় কিয়? তোৰ ভয়ংকৰ ৰূপটোক কিয় লুকুৱাই ৰাখিছ? তইনো কিমান শক্তিশালী? তোৰ যদি ইমান সাহস আছে তেন্তে উটুৱাইনে এই বালিচৰটো-আমাকো মাৰি পেলা। মই-মই হেমন্ত বৰাই তোক চেলেঞ্জ কৰিছোঁ-সাহস আছে যদি আমাকো মাৰি পেলা। (পাৰবীনৰ ওচৰলৈ গৈ পাৰবীনক কয়) কান্দিছা কিয় পাৰবীন? তোমাৰ চকুলোৰে তোমাৰ ভতিজাটোক জীয়াই তুলিব নোৱাৰে। বৰং এই অহংকাৰী নদীখনৰ অহংকাৰহে বঢ়াব।

পাৰবীন ঃ (কেঁচুৱাটোক দেখুৱাই) চাওকচোন-সি যেন এতিয়া টোপনিহে গৈ আছে। এনে লাগিছে- এতিয়াই যেন সি সাৰ পাই মোক পি বুলি মাতিব।

হেমন্ত ঃ এৰি দিয়া তাক নদীখনত। তাৰ জীৱনটো ল'লৈই-এতিয়া মৰাশটো ৰাখি কি লাভ?

পাৰবীন ঃ নাই নাই তেনে কথা নক'ব। সি মোৰ ভতিজা। সি এতিয়া টোপনি গৈ আছে। চাব অলপ সময়ৰ পাছত সাৰ পাই সি মোক পি বুলি মাতিব-পি বুলি মাতিব। ডুন'ট ডিচটৰ্ব হিম। তাক শান্তিৰে শুব দিয়ক (নিচুকনি গীত গাই গাই কেঁচুৱাটোৰ মৰাশটোক ওমলাব)

'আমাৰে মইনা শুব
বাৰীতে বগৰি ৰুব
বাৰীৰে বগৰি পকি সৰি যাব
মইনাই বুটলি খাব'

(শেষৰ ফালে মাতটো থুকা-থুকি হ'ব। সকলোৱে পাৰবীনলৈ চাই ৰ'ব।)

**(পট পৰে)**

## দ্বিতীয় দৃশ্য

(নদীৰ পাৰ-বালিচৰটো আংশিক দেখা পায়। ৰাতিপুৱাৰ সময়। ভদ্ৰকান্ত আৰু হৰকান্তই জাল এখনৰ পৰা মাছ বাচি খালৈ এটাত ভৰাই থাকে।)

ভদ্ৰকান্ত ঃ আজি ভাগ্যই বেয়া। পুৱাৰে পৰা ইমান চেষ্টা কৰিলোঁ-ভাল মাছ এটাও নাপালোঁ। ইফালে বেলি আহি ওপৰ পালেহি।

হৰকান্ত ঃ নদীৰ মাজলৈ যাব পৰাহেঁতেন হয়তো ভাল মাছ পালোঁ হয়। কিন্তু নদীখন যিহে ফেনে-ফোটোকাৰে বাঢ়িছে। কোন সাহসৰে নো নাওখন মেলিম।

ভদ্ৰকান্ত ঃ ইমান ৰিস্কলৈ মাছ ধৰিব নোৱাৰি। এদিন লঘোণে থাকিলে একো নহয়-জীয়াই থাকিলে সদায় টকা ঘটিব পাৰিম।

হৰকান্ত ঃ ঐ ভদ্ৰ তই ঘাটলৈ গৈছ নে?

ভদ্ৰকান্ত ঃ কিনো যাবি। চাৰিওফালে পুলিচ। বহুকেইটা ডেড বডী বোলে এতিয়ালৈ বিচাৰি পোৱা নাই।

হৰকান্ত ঃ এহ বৰ বেয়া লাগিছে দে। ধুমুহা জাক এনেকৈ আহিব বুলি ভবাই নাছিলো দে। অ-হেৰি নহয় তই কথাটো শুনিছ নে নাই, আমাৰ ৰমেশৰ পুতেকো মৰিছে।

ভদ্ৰকান্ত ঃ ৰমেশ মানে-কাৰ কথা কৈছ— হাতীমূৰীয়াৰ ৰমেশৰ কথা কৈছনে?

হৰকান্ত ঃ অ-কিয় তাইৰ বায়েক আমাৰ ঘৰৰ ওচৰতে পৰা নাই জানো। ৰাতিয়েই গম পালোঁ। এবাৰ গৈছিলোঁ চাবলৈ। মাকে কান্দি কান্দি আধা মৰা দিছে। এটাই ল'ৰা নহয়-বাপেক মৰাৰ পাছত সিয়েই ঘৰখন চলাইছিল।

ভদ্ৰকান্ত ঃ ডেড বডীটো পালেনে নাই।

হৰকান্ত ঃ পালে-কালিয়েই পালে। তাৰে খবৰ এটা ল'বলৈ গৈছিলোঁ।

ভদ্ৰকান্ত ঃ দে— পাইছে যদি ৰক্ষা পৰিছে দে। কিমানৰ যে ডেড বডীয়েই

বিচাৰি পোৱা নাই এতিয়ালৈ।

ভদ্ৰকান্ত ঃ অ কথা এটা গম পাইছ নে নাই?

হৰকান্ত ঃ কি?

ভদ্ৰকান্ত ঃ বোলে এক্‌চিডেণ্টত মৰা বিলাকক বোলে চৰকাৰে দুই লাখকৈ টকা দিব।

হৰকান্ত ঃ শুনাত ময়ো শুনিছোঁ-কিন্তু টকা লৈ আৰু লাভ কি-মৰাটো আৰু ঘূৰি নাহে কেতিয়াও। চাওঁ তই মাছখিনি জলাৰ পৰা সোনকালে উলিয়া-নহ'লে বেছি সময় ৰাখিলে গেলি যাব।

ভদ্ৰকান্ত ঃ অ ঠিকেই কৈছ। সোনকালে নগ'লে ইফালে বজাৰো শেষ হ'ব।

(দুয়ো জাল সামৰাত ব্যস্ত হয়- পম্পী আৰু অজিতৰ প্ৰৱেশ। অজিতৰ হাতত এটা টিভি কেমেৰা)

অজিত ঃ কি দাদা-মাছ ধৰিছে?

ভদ্ৰকান্ত ঃ অ-দুই এটা।

অজিত ঃ কি মাছ পালে?

ভদ্ৰকান্ত ঃ কি আৰু-পুঠি খলিহনা। পানী যিহে বাঢ়িছে-নাও মেলিবই পৰা নাই। পিছে-আপোনালোক?

পম্পী ঃ আমি পি.ৰি.চি. চেনেলৰ পৰা আহিছোঁ-পৰহিৰ এক্‌চিডেণ্টটোৰ নিউজ কৰিবলৈ।

হৰকান্ত ঃ ইয়াত কি পাব। (দূৰলৈ দেখুৱাই) সৌ তাতেহে হৈছিল-তালৈ যাওক।

পম্পী ঃ আমি তাৰ পৰাই আহিছোঁ। আপোনালোকক ইয়াত দেখিহে আহিলোঁ। ইমান এটা ডাঙৰ এক্‌চিডেণ্ট হোৱাৰ পিছতো যে নদীত মাছ ধৰিবলৈ ভয় কৰা নাই?

হৰকান্ত ঃ (হাঁহি) ভয় কৰিলে কি খাম?

ভদ্ৰকান্ত ঃ কালি কিমানটা ডেড বডী নদীখনৰ পৰা মাছৰ নিচিনাকৈ টানি টানি উঠালো। এতিয়া আৰু মাছ ধৰিবলৈ কি ভয় লাগিব?

অজিত ঃ মানে?

ভদ্ৰকান্ত ঃ এক্‌চিডেণ্টটো আকৌ আমাৰ ঘৰৰ ওচৰতে হৈছিল, ৰাতিয়েই

গম পাই চাবলৈ গৈছিলোঁ। পিছে চাবলৈ যোৱাৰ নিচিনাহে হ'ল। ইমান পানী-কেনেকৈনো কি কৰিম।

অজিত ঃ পম্পী চাওঁ শুনাচোন। (অজিতে হৰকান্তহঁতৰ পৰা কিছু নিলগলৈ যাব। পম্পী অজিতৰ কাষলৈ যাব।)

পম্পী ঃ কওক।

অজিত ঃ কথা এটা ভাবিছোঁ-এওঁ লোকৰ ইণ্টাৰভিউ এটাকৈ লৈ ল'বা নেকি? আমাৰ ষ্ট'ৰীটো ভাল হ'ব।

পম্পী ঃ য়েচ্— ঠিকেই কৈছে। মানুহকেইজনে যেতিয়া নিজেই ঘটনাটো দেখিছে, এওঁলোকৰ ইণ্টাৰভিউ এটা ল'লে আমাৰ ষ্ট'ৰীটো ভাল হ'ব। কিন্তু এওঁলোকে ইণ্টাৰভিউ দিব জানো?

অজিত ঃ দিব দিয়া-কিয় নিদিব। এবাৰ তুমি সুধি চোৱাচোন।

পম্পী ঃ (হৰকান্তহঁতক) দাদা।

হৰকান্ত ঃ কি হ'ল?

পম্পী ঃ আমাৰ টিভিৰ বাবে প্ৰশ্ন কেইটামান সুধিম-পাৰিমনে?

হৰকান্ত ঃ টিভিত ওলামনে?

পম্পী ঃ অ ওলাব। কিয় নোলাব?

হৰকান্ত ঃ ওলাম যদি সোধ। (নিজৰ অৱস্থালৈ লক্ষ্য কৰি) পিছে আমাৰ দেখোন অৱস্থাই নাই।

পম্পী ঃ হ'ব দিয়ক একো নহয়-এই ফালে আহক (ওচৰলৈ মাতে) ঠাইখিনিৰ নাম কি?

ভদ্ৰকান্ত ঃ কোনখিনি-এইখিনিৰ?

পম্পী ঃ অ।

ভদ্ৰকান্ত ঃ ৰঙামাটি।

পম্পী ঃ অজিত দা ৰে'ডী নে?
(অজিতে ইংগিত দিয়ে)

পম্পী ঃ নমস্কাৰ-পি ভি চিৰ সমূহ দৰ্শকক এই মুহূৰ্তৰ এটি ব্ৰেকিং নিউজ দিব ওলাইছোঁ। এতিয়া আমি উপস্থিত আছোঁ-ৰঙামাটিত। পৰহি চেৰংত ঘটা ফেৰী দুৰ্ঘটনাটোৰ পৰা প্ৰায় তিনি কিলোমিটাৰ দূৰত। আমি আমাৰ লগত দুজন প্ৰত্যক্ষদৰ্শী-যি দুগৰাকী ব্যক্তি

দুৰ্ঘটনাৰ ৰাতি দুৰ্ঘটনাস্থলীত উপস্থিত আছিল।

হৰকান্ত ঃ মানে-মই নাছিলো, শুনিছোঁ। (ভদ্ৰকান্তক দেখুৱাই) ইহে আছিল।

পম্পী ঃ ৰ'ব চোন-কথা নক'ব। অজিত দা আকৌ এবাৰ।

হৰকান্ত ঃ সুধিছে কাৰণে হে কৈছোঁ।

অজিত ঃ (হৰকান্তক) অ দাদা অলপ ৰ'ব। মাজত কথা নক'ব। (পম্পীক দেখুৱাই) তেওঁ যি সোধে তাক হে ক'ব। (পম্পীক) পম্পী-ষ্টাৰ্ট।

পম্পী ঃ নমস্কাৰ-পি ভি চিৰ সমূহ দৰ্শকক এই মুহূৰ্তৰ এটি ব্ৰেকিং নিউজ দিব ওলাইছোঁ। এতিয়া আমি উপস্থিত আছোঁ-ৰঙামাটিত। পৰহি চেৰংত সংঘটিত হোৱা ফেৰী দুৰ্ঘটনাটোৰ পৰা প্ৰায় তিনি কিলোমিটাৰ দূৰত। আজি আমাৰ লগত আছে দুজন প্ৰত্যক্ষদৰ্শী- যি দুগৰাকী ব্যক্তি দুৰ্ঘটনাৰ ৰাতি দুৰ্ঘটনাস্থলীত উপস্থিত আছিল। আপোনাৰ নাম?

ভদ্ৰকান্ত ঃ ভদ্ৰকান্ত দাস।

পম্পী ঃ আৰু আপোনাৰ?

হৰকান্ত ঃ মোৰ-হৰকান্ত দাস।

পম্পী ঃ ঘৰ ক'ত?

হৰকান্ত ঃ মোৰ ঘৰ চেৰংত। (ভদ্ৰকান্তক দেখুৱাই) ইয়াৰো ঘৰ চেৰংত।

পম্পী ঃ দুৰ্ঘটনাটো কেনেকৈ হৈছিল অলপ কওকচোন।

ভদ্ৰকান্ত ঃ সেই যে বালিচৰটো দেখিছে-তাৰ পিছফালেই ঘটনাটো ঘটিছিল-পৰহি। দুশ মান মানুহ আছিল বুলি শুনিছোঁ- প্ৰায়বিলাকেই ঢুকাইছে।

হৰকান্ত ঃ ক'ত দুশ-তিনিশজন মান আছিল বোলে। বেছিভাগ আমাৰেই মানুহ আছিল। প্ৰায়খিনিয়ে নদীৰ সিপাৰে-হাজিৰা কৰিব যায়। পুৱাই যায়-দিনটো তাতেই কাম কৰি আবেলিৰ ফেৰীখনত আহে। বহু কেইটা ডেড বডী এতিয়াও বিচাৰি পোৱা নাই। পুলিচেও বিচাৰিয়েই আছে— আমিও বিচাৰিছোঁ।

পম্পী ঃ দৰ্শক সকলে ইতিমধ্যে এওঁলোকৰ ভাষ্য শুনিলে। তেওঁলোকৰ

মতে দুৰ্ঘটনাটোত মৃত্যু হোৱা বেছিভাগ যাত্ৰীয়েই আছিল দিন হাজিৰা কৰি খোৱা ব্যক্তি। বৰ্তমানলৈ বহু কেইজনৰ মৃতদেহ বিচাৰি পোৱা নাই। ৰঙামাটিৰ পৰা কেমেৰা পাৰ্চন অজিত দাসৰ সৈতে মই পম্পী বৰঠাকুৰ। (অজিতক) হ'বনে অজিতদা?

(অজিতে ভাল হোৱাৰ ইংগিত দিয়ে)

ভদ্ৰকান্ত ঃ বাইদেউ হ'ল নে?

পম্পী ঃ অ-হ'ল।

ভদ্ৰকান্ত ঃ তেন্তে আমিও আহোঁ দিয়ক।

অজিত ঃ অ-ঠিক আছে দিয়ক-ভাল মাছ কেইটামান ল'ব মন আছিল। পিছে ভাল মাছেই নাই দেখোন।

হৰকান্ত ঃ এই কেইদিন মাছেই উঠা নাই। পিছে আমি কেতিয়ানো ওলাম টি-ভিত?

পম্পী ঃ আজি সন্ধিয়া আমাৰ চেনেলৰ নিউজ চাব-৭ বজাত। পি.ভি.চি. চেনেলত।

ভদ্ৰকান্ত ঃ ঐ হৰ-আহ। ইয়াত বৈ থাকিলে- এই মাছখিনি গেলিব।

হৰকান্ত ঃ বাইদেউ, (অজিতক) দাদা আহোঁ দিয়ক। আপোনালোক থাকে যদি থাকক। আমি টি.ভিত ওলাম নহয়?

অজিত ঃ ওলাব-ওলাব। সন্ধিয়া ৭ বজাত।

(দুয়ো ওলাই যায়-অজিতে কেমেৰা সামৰি বাহিৰলৈ যাব বিচাৰে।)

পম্পী ঃ হ'লেই নে?

অজিত ঃ আৰু কিবা বাকী থাকিল নেকি?

(হৰকান্ত আকৌ সোমাই আহে)

হৰকান্ত ঃ বাইদেউ কোনতো চেনেল বুলি কৈছিল?

পম্পী ঃ পি.ভি.চি.। ৭ বজাত চাব।

হৰকান্ত ঃ এতিয়া ৰাতি কাৰেণ্ট থাকিলেই হ'ল আৰু। আমাৰ ইয়াত সন্ধিয়া হ'লেই কাৰেণ্ট নাথাকে।

ভদ্ৰকান্ত ঃ (নেপথ্যত) ঐ হৰ-আহিছনে- আৰু কিমান দেৰি কৰিবি?

হৰকান্ত ঃ (বাহিৰলৈ চাই চিএণ্ৰি)ৰ গৈছো। (অজিত আৰু পম্পীক) আহোঁ দিয়ক। (হৰকান্ত ওলাই যায়)

পম্পী ঃ এই সৰু সৰু মানুহবোৰৰ টিভিত উঠিবলৈ ইমান চখ।

অজিত ঃ পিছে আমিও যাওঁ নেকি-সন্ধিয়া আকৌ প্ৰেছ ক্লাৱত প্ৰেছ মিটো আছে। তাকো কভাৰ কৰিব দিছে চাৰে।

পম্পী ঃ কোনে?

অজিত ঃ পৰাগদাই-কালি ৰাতি ফোন কৰিছিল।

পম্পী ঃ গুৱাহাটীত আজি কোনো নাই নেকি?

অজিত ঃ পৰাগদাই কভাৰ কৰাৰ কথা আছিল- কিন্তু কিবা কামত বোলে আজি হঠাৎ যোৰহাট যাব লগাত পৰিল। সেই কাৰণে মোকেই যাব ক'লে?

পম্পী ঃ যাম আৰু— কেইটা বজাত প্ৰেছ মিট আছে?

অজিত ঃ আবেলি-পাঁচটাত।

অজিত ঃ কিমাননো সময় হৈছে? যাব হ'লেই নে ইমান সোনকালে? অলপ সময় ৰ'ব নোৱাৰোনে ইয়াতে?

অজিত ঃ ইয়াতনো এতিয়া কি কৰিবা আৰু, কি কাম আছে?

পম্পী ঃ আপুনি সঁচাকৈ আন ৰ'-মেনটিক। কাম কাম আৰু কাম। কামৰ বাহিৰে আৰু একো চিনি নাপায় আপুনি।

অজিত ঃ মানে?

পম্পী ঃ একো বুজা নাই- নে বুজি নোপোৱাৰ অভিনয় কৰিছে?

অজিত ঃ বুজি পালে মই কিবা সুধিলো হয় নেকি?

পম্পী ঃ সঁচাই একো বুজা নাই, নে বুজি নোপোৱাৰ অভিনয় কৰিছে? (অজিতে মনে মনে থাকে) কালি আহোঁতেইতো মই কৈছিলোঁ- গুৱাহাটীলৈ উভতাৰ সময়ত এই ঠাইখিনিত অলপ সময় ৰ'ম। নদীখন ইয়াৰ পৰা ইমান ধুনীয়া দেখি। তাতে কিমান দিনৰ মূৰত আজি মনৰ মানুহজনক অকলে পাইছোঁ-অলপ সময় কটাবলৈ মন নাযাব নেকি? কিন্তু আপুনি... যাওক বেয়া পাইছোঁ। মোৰ কথা অকণো নুবুজে (অভিমান কৰে)

অজিত ঃ হেই আকৰী-পাঁচ বছৰ ধৰি তোমাৰ লগত কটাইছো-তাকো

বুজি নাপাম নে। মোৰ আকৰী জনীক অলপ জ্বলাই চাবলৈ মন গ'ল আকৌ। তোমাক অকলে কাষত পালে মোৰ কিবা বেয়া লাগে নেকি?

পম্পী ঃ দেখিছা-ইমান দুষ্ট। সকলো জানিও ইমান সময় মোৰ লগত একো নাজানাৰ অভিনয় কৰিছিল।

(পম্পীয়ে অজিতক মাৰিবলৈ দৌৰি যায়। অজিতে পম্পীক সাৱটি ধৰে-কিছু সময় দুয়ো ইজনে সিজনক চাই থাকে।)

পম্পী ঃ আমাৰ জীৱনত সদায় এনেকুৱা সুখ থাকিবনে? আপুনি সদায় মোক এনেদৰে মৰম কৰি থাকিবনে? কওক-মোক কেতিয়াও এৰি নাযায়তো।

অজিত ঃ হঠাৎ কি হ'ল তোমাৰ-ইমান চিৰিয়াছ হ'লা যে?

পম্পী ঃ প্ৰমিচ্ কৰক-মোক সদায় এনেদৰে মৰম কৰিব। মোক কেতিয়াও এৰি নাযায়।

অজিত ঃ (নিৰুত্তৰ)

পম্পী ঃ কি হ'ল একো নক'লে যে?

অজিত ঃ কি?

পম্পী ঃ মোক যেন কেতিয়াও অকলশৰীয়া নকৰে। এনেদৰে সদায় মৰম কৰিব থাকিবনে?

অজিত ঃ ভালপোৱাজনৰ পৰা বিচ্ছেদ হৈ কোনোবা জানো সুখী হ'ব পাৰে। তথাপিও...

পম্পী ঃ তথাপিও কি?

অজিত ঃ প্ৰাইভেট চেনেল এটাৰ সাংবাদিক। আজি চেনেলটো আছে বাবেই চলি আছোঁ-যদি কাইলৈ কিবা কাৰণত চেনেলটো বন্ধ হয় যায় তেতিয়া কি হ'ব?

পম্পী ঃ মই নাই নেকি-আপোনাৰ প্ৰতিটো বিপদতেই মই আপোনাৰ কাষত থাকিম।

অজিত ঃ জীৱনটো তুমি ভবাৰ দৰে ইমান সহজ নহয়। তাতে তুমি হ'লা এটা ধনী পৰিয়ালৰ একমাত্ৰ সন্তান। অভাৱ কি একো বুজি নোপোৱা। আৰু মই-মাহৰ শেষলৈ দৰমহা কেইটাৰ বাবে

অপেক্ষা কৰিব লাগে। যি কেইটা দৰমহা পাওঁ তাৰে আধা ভাগ ঘৰলৈ পঠাব লাগে। তেনেস্থলত... (বাক্যটো সম্পূৰ্ণ নকৰে)

পম্পী ঃ মানে আপুনি কি ক'ব বিচাৰিছে?

অজিত ঃ বহুদিনৰ পৰা এটা কথা ক'ম ক'ম বুলিও ক'বলৈ সাহস গোটাব পৰা নাই।

পম্পী ঃ কি কথা?

অজিত ঃ আমি আমাৰ সম্পৰ্কটো কথা আকৌ এবাৰ ভাবি চোৱাটো উচিত হ'ব নেকি? সম্পৰ্কটো কিমান দূৰ আগবঢ়োৱাটো উচিত?

পম্পী ঃ কি কথাবোৰ কৈছে আপুনি-মই আপোনাক টকা-পইচা চাই ভাল পোৱা নাই।

অজিত ঃ প্ৰেমত টকা-পইচাৰ কোনো মূল্য নাই। কিন্তু সংসাৰ টকা-পইচা নহ'লে নচলে।

পম্পী ঃ আবোল-তাবোল কথাবোৰ বকি নাথাকিব দেই। অ-সেই কাৰণে এই কেইদিন আপুনি মোৰ পৰা আঁতৰি ফুৰিছে?

অজিত ঃ তেনেকুৱা একো নাই-কামৰ ব্যস্ততাৰ বাবে...

পম্পী ঃ মিষ্টাৰ অজিত দাস-আপুনি আজিও মোক মিছা ক'বলৈ নিশিকেলে। আকৌ ধৰা পৰিলে। বেলেগ কিবা কোৱাহেঁতেন বাৰু মানি ল'লোঁ হয়। কিন্তু কামৰ কথা কয় ধৰা পৰিলে। আপুনি পাহৰি গ'ল নেকি-যিটো টিভি চেনেলত আপুনি কাম কৰে-তাতেই ময়ো কৰোঁ। (হঠাৎ পম্পীৰ চকু নদীৰ মাজৰ বালিচৰত পৰে। তাই কিবা এটা দেখা যায়) অজিতদা...

অজিত ঃ কোৱা।

পম্পী ঃ চাওকচোন-সৌ বালিচৰটোত কোনোবা আছে।

অজিত ঃ ক'ত?

পম্পী ঃ (বালিচৰলৈ আঙুলিয়াই) সৌ তাত।

অজিত ঃ ক'ত-কাক দেখিছা? কোনো নাই দেখোন-আজি কালি তুমি খুব ৰহস্য মূলক কিতাপ পঢ়া হৈছা যেন পাইছোঁ। সকলোতে

ৰহস্যৰ গোন্ধ পোৱা।

পম্পী ঃ মই ধেমালি কৰা নাই-বালিচৰটোত কোনোবা আছে।

অজিত ঃ ক'ত দেখা পাইছা-মই হ'লে কেৱল কঁহুৱা বন হে দেখিছোঁ।

পম্পী ঃ নহয়-নহয়-খালী ঠাইখিনি চাওক।

অজিত ঃ কোনখিনি? অ-কোনোবা আছে যেন লাগিছে। ৰ'বাচোন কেমেৰাটো জুম কৰি চাওঁ।
(অজিতে কেমেৰাটো উলিয়াই)

পম্পী ঃ ষ্ট'ৰী এটা পাম নেকি?

অজিত ঃ (কেমেৰাটো চকু দি) ৰ'বাচোন-কোনোবাই ফুৰিবলৈও যাব পাৰে।

পম্পী ঃ কি যে কথাবোৰ কয় আপুনি। এই ফেনে-ফোটোকাৰে বৈ থকা নদীখন পাৰ হৈ এই ভৰ বাৰিষাৰ চীজনত তালৈ কোনো ফুৰিব যাব। মোৰ মতে সিহঁত ফেৰীখনৰে কোনোবা দুৰ্ভগীয়া যাত্ৰী। হয়তো এতিয়ালৈকে চাগৈ ৰেচ্‌কিউ টিমে দেখা নাই সিহঁতক।

অজিত ঃ (কেমেৰাত চকু থৈ) এৰা তুমি কোৱাটোৱেই হয়। কোনোবা যাত্ৰীয়েই হয়। এজন নহয় বুজিছা— তিনিজন। ৰ'বা ছোৱালী এজনীও আছে দেখোন। গোটেই কেইটা বালিত মৰাশ পৰাদি পৰি আছে। তুমি কোৱাটো হয়। ভাল ষ্ট'ৰী এটা হ'ব। ৰ'বা ক্লিপিং এটা লৈ লওঁ। (অজিতে কেমেৰাৰ স্ক্ৰীনখন পম্পীক দেখুৱাব।)

পম্পী ঃ বেচেৰা কেইটাৰ অৱস্থা দেখিছা-এনেকৈ আৰু দুদিন থাকিলে দেখোন মৰিব। ভাগ্যে আজি আমি দেখা পালোঁ বুলিহে।

অজিত ঃ বালিচৰটো কঁহুৱাই ভৰি আছে বাবেই চাগৈ কোনেও দেখা নাই সিহঁতক। তাতে নদীখনে এইখিনিত ভাঁজ এটাও লৈছে। তাত যে কোনোবা আছে (দুৰ্ঘটনাস্থলী লৈ আঙুলিয়াই) সৌ ভালৰ পৰাও ধৰিব নোৱাৰি।
(পম্পীয়ে ম'বাইল উলিয়াই কাৰোবাক ফোন কৰিব বিচাৰে)

অজিত ঃ কালৈ ফোন কৰিছা?

পম্পী ঃ অজয়দাক।

অজিত ঃ কিয় ফোন কৰিছা?

পম্পী ঃ তেওঁ দেখোন এক্চিডেণ্টৰ ৰেচ্কিউৰ কামখিনি চাই আছে। এই মাত্র দেখোন লগ পায় আহিছো।

অজিত ঃ এক মিনিট— মোৰ কথাতো শুনি লোৱা। এতিয়া ফোন নকৰিবা তেওঁক। কি কৰিব লাগে মই কৰিম।

পম্পী ঃ মানে?

অজিত ঃ এটা কথা কোৱাচোন তুমি সদায় কি লোকেল চেনেলতে কাম কৰি থাকিম বুলি ভাবিছা নেকি? তুমি কি নিবিচাৰা আমাক বাহিৰতো জানক, এটা চেট্‌ল্ লাইফ্ হওক।

পম্পী ঃ বিচাৰোঁ-কিন্তু তাৰ লগত এই ঘটনাটোৰ কি সম্পৰ্ক আছে।

অজিত ঃ আছে আছে।

পম্পী ঃ আপুনি কি কৈছে মই হ'লে একো বুজা নাই।

অজিত ঃ কেভিন কাৰ্টাৰৰ দ্য ভাল্‌ছাৰ্ এণ্ড দ্য লিটল গাৰ্ল নামৰ ফটোখন মনত আছে?

পম্পী ঃ কোনখন?

অজিত ঃ যিখনে পুলিৎজাৰ প্ৰাইজ পাইছিল।

পম্পী ঃ শগুন এটাই যে এটা সৰু ল'ৰা এটাক খাবলৈ বৈ আছিল।

অজিত ঃ হয় হয়— চুডানৰ সেই দুৰ্ভিক্ষত সৰু ল'ৰাটোৰ পাছত শগুনটো বৈ আছিল।

পম্পী ঃ অপেক্ষা মাত্র এটাই কেতিয়া ল'ৰাটো মৰিব আৰু কেতিয়া শগুনটোৱে ল'ৰাটো খাবলৈ পাব।

অজিত ঃ অপেক্ষা অপেক্ষা কৰিব লাগিব। চুদানৰ সেই ভোকাতুৰ শগুনটোৰ দৰে আমিও অপেক্ষা কৰিব লাগিব। কেতিয়া সেই সৰু ল'ৰাটো মৰিব আৰু কেতিয়া আমি পেট ভৰাই খাবলৈ পাম।

পম্পী ঃ মানে?

অজিত ঃ মানে আৰু কি? আমিও ৰ'ব লাগিব। ইহঁত কেইটা মৰালৈ ৰ'ব লাগিব। আৰু যদি মই ভবাৰ দৰে হয়, তেন্তে আমাৰ

আৰু পাছলৈ চাবলৈ কোনো প্ৰয়োজন নহ'ব। ইহঁতৰ মৃত্যুৰ নিউজটোৱে আমাক এদিনতেই বিশ্ব বিখ্যাত কৰি তুলিব। কোনে জানে এই নিউজটোৰ বাবে যদি আমিও পুলিৎজাৰ পাওঁ।

পম্পী ঃ কিন্তু?

অজিত ঃ কিন্তু কি?

পম্পী ঃ আমাৰ এথিকচ্?

অজিত ঃ কি এথিকচ্‌ৰ কৈছা— এথিকচ্‌ৰ কথা ভাবিলে সাংবাদিকতা কৰি জীয়াই থাকিব নোৱাৰিবা। আমাৰ নিচিনা সৰু সৰু সাংবাদিকৰ কথা কোনে চিন্তা কৰে। চিন্তা কৰাহেঁতেন, গুপ্তঘাতকৰ হাতত ইমান সতীৰ্থ নেহেৰুৱালো হয়। কিমান জনক আজিলৈ পুলিচে গ্ৰেপ্তাৰ কৰিব পাৰিছে। ৰাইজৰ হেঁচাত চৰকাৰে ন্যায়ৰ নামত দুই-এজনক এৰেষ্ট কৰাৰ নাটক এখন কৰাৰ বাহিৰে আৰুনো কি কৰে। কেইদিন মানৰ পাছত সকলো ফুটুকাৰ ফেন। কি হৈছিল, তুমি মই সকলোৱে পাহৰি যাওঁ।

পম্পী ঃ তেন্তে চৰকাৰ আৰু আমাৰ মাজত পাৰ্থক্য কি থাকিল?

অজিত ঃ এই পৃথিৱীত সকলো বস্তুৰেই বিক্ৰী হয়। মাত্ৰ বিক্ৰী হ'বৰ বাবে সাজু হ'লেই হ'ল-গ্ৰাহকৰ অভাৱ নাই। তাতে আমি কি ভুল কৰিছোঁ? সিহঁতক উদ্ধাৰ কৰাৰ দায়িত্ব আমাৰ নহয়। আমাৰ কাম বাতৰি সংগ্ৰহ কৰাহে। আমি তাক হে কৰিব ওলাইছোঁ। ইয়াত কি এথিকচ্ ব্ৰে'ক্ হ'ল?

হেমন্ত ঃ (নেপথ্যত) হেৰি শুনিছেনে আমাক বচাওক। আমি সেই দুৰ্ভগীয়া ফেৰীখনৰ যাত্ৰী তিনিদিন ধৰি ইয়াত বন্দী হৈ আছোঁ আমাক বচাওক। (মাতটো ৰিণিকি ৰিণিকি ভাঁহি আহে।)

পম্পী ঃ কিবা শুনিছেনে? সিহঁতে আমাক দেখা পাইছে নেকি? চাওক চোন চাওক, সিহঁতে আমাক দেখা পাইছে।

অজিত ঃ সেইফালে নাচাবা। বাদ দিয়া। আৰু ইয়াৰ পৰা ব'লা। বাকী কেইটা চেনেলৰ সাংবাদিক কেইটা এতিয়াও যোৱা নাই। আমাক ইয়াত দেখিলে কিবা ষ্ট'ৰী আছে বুলি সিহঁতো ইয়ালৈ

আহিব। (কিবা এটা চিন্তা কৰে) এটা কাম কৰো আহা।

পম্পী ঃ কি?

অজিত ঃ আমি গাড়ীতে বহি থাকিলেই ভাল হ'ব নেকি? গাড়ীৰ পৰা সব চাই থাকিম আহা। (অজিতে বাহিৰলৈ প্ৰস্থান কৰিব বিচাৰে। পম্পীয়ে কিবা এটা ভাবি ৰৈ যায়। অজিতে পম্পী নহা দেখি তাইৰ ওচৰলৈ আহি তাইৰ হাতত ধৰি বাহিৰলৈ লৈ যায়।) কি হ'ল আহা।

হেমন্ত ঃ (নেপথ্যত) হেৰি ক'লৈ গৈছে। নাযাব-আমাক বচাওক। (মাতটো ৰিণিকি ৰিণিকি ভাঁহি আহে।)

**(পট পৰে)**

## তৃতীয় দৃশ্য

(দৃশ্যসজ্জা প্ৰথম দৃশ্যৰ অনুৰূপ- পুৱাৰ সময়)

হেমন্ত ঃ আপোনালোক আঁতৰি নাযাব। আমাক বচাওক।

চিদ্দিক ঃ আমি দুই দিন ধৰি ইয়াতেই আছোঁ।

পাৰবীন ঃ আমাক বচাওক। আমাক বচাওক। (হেমন্তক) তেওঁলোক আঁতৰি গ'ল দেখোন।

হেমন্ত ঃ নেদেখিলে নেকি আমাক।

পাৰবীন ঃ নাই নাই আমাক সিহঁতে দেখিছে।

চিদ্দিক ঃ নাই পাৰবীন সিহঁতে আমাক দেখাহেঁতেন সঁহাৰি জনালে হয়।

পাৰবীন ঃ (উদ্বিগ্নতাৰে) তেন্তে এতিয়া?

চিদ্দিক ঃ ইমান চিন্তা নকৰিবাচোন। কোনে জানে কাৰোবাক মাতিবলৈও যাব পাৰে।

পাৰবীন ঃ আপুনি কোৱাৰ দৰে হ'লে ভালেই। আৰু যদি নহয়।

হেমন্ত ঃ নাই-নাই, আমি নিজেই কিবা এটা উপায় কৰিব লাগিব।

পাৰবীন ঃ কি কৰিব?

(ইফালে সিফালে চাই বালিত পৰি থকা গছৰ ডাল এডাল বিচাৰি আনে। ডালটোত পিন্ধি থকা চোলাটো খুলি বান্ধে)

পাৰবীন ঃ হেৰি কি কৰিছে?

হেমন্ত ঃ (গছৰ ডালটোক দেখুৱাই) এতিয়াহে আমাক বিপদত পৰা মানুহ যেনে দেখা যাব। এতিয়া মাথোঁ অপেক্ষা কৰা কোনোবাই আমাক দেখা পোৱালৈ।

পাৰবীন ঃ দুদিনৰ পাছত আজি বেলেগ কাৰোবাক দেখিছোঁ। এতিয়াহে মোৰ মনলৈ অলপ সাহস আহিছে।

(জগন্নাথে হুক-হুকাই কান্দি দিয়ে। সকলো আচৰিত হয়)

পাৰবীন ঃ কি হ'ল জগন্নাথ দা-কান্দিছে কিয়? ময়েই ভাঙি পৰা নাই আপুনি ইমান সহজে ভাঙি পৰিলে কেনেকৈ হ'ব। বেছি চিন্তা নকৰিব ওপৰৱালাই সব ঠিক কৰি দিব। সাহস নেহেৰুৱাব।

জগন্নাথ ঃ পাপ কৰিছোঁ মই পাপ। আৰু তাৰেই শাস্তি পাইছোঁ।

হেমন্ত ঃ হঠাৎ কি হ'ল আপোনাৰ? কি হৈছে ভালকৈ কওকচোন?

জগন্নাথ ঃ এই দুৰ্ঘটনাটোৰ বাবে দায়ী কোন জানে? ফেৰীৰ নায়ক বা ফেৰীৰ মালিকবোৰ নহয়। ইয়াৰ বাবে সম্পূৰ্ণ দায়ী এই জগন্নাথ বৰুৱা।

চিদ্দিক ঃ মানে কি কৰিলে আপুনি?

জগন্নাথ ঃ কি কৰা নাই মই। সকলো জানিও সকলো দেখিও কেইটামান টকাৰ লোভত যি কৰিব নালাগিছিল তাক কৰিছিলোঁ। কাহানিও ভবাই নাছিলো মই পোতা হুলত কেতিয়াবা মোৰেই ভৰি পৰিব।

হেমন্ত ঃ চাওক আপুনি কি কৈছে আমি হ'লে একো বুজা নাই।

জগন্নাথ ঃ দুৰ্ঘটনাটোত ডুব যোৱা ফেৰীখনত কেনেকৈ জোখতকৈ অধিক যাত্ৰী আহিল। চৰকাৰী নিয়মক আওকাণ কৰি ফেৰীৰ নায়কজনে কাৰ সাহসত জোখতকৈ অধিক যাত্ৰী ফেৰীখনত উঠাবলৈ সাহস কৰিলে, ফেৰীখনত এটাও লাইফ জেকেট কিয় নাছিল? এই প্ৰশ্নবোৰ আপোনালোকৰ মনলৈ অহা নাইনে?

পাৰবীন ঃ আহিলে কি হ'ব— কোনে শুনিব আমাৰ কথা? চৰকাৰেতো

সকলো দেখি শুনিও একো নকৰে।

জগন্নাথ ঃ তাৰ বাবে চৰকাৰ দায়ী নহয়। দায়ী— মোৰ নিচিনা কেইটামান মানুহ।

পাৰবীন ঃ কেনেকৈ?

জগন্নাথ ঃ ঠিকেই কৈছোঁ— এই দুৰ্ঘটনাটোৰ বাবে প্ৰধান দোষী হ'লো মই। ফেৰী ঘাটত চৰকাৰী নীতিসমূহ সঠিকভাৱে পালন কৰা হৈছে, নে নাই তাক নিৰীক্ষণ কৰাৰ দায়িত্ব মোৰ ওপৰত আছিল। কিন্তু কেইটামান টকাৰ বিনিময়ত ম্যাদ উকলা ফেৰীকো মই চলিব দিছিলোঁ। প্ৰতিজন এক্সট্ৰা যাত্ৰীৰ বিনিময়ত প্ৰতিখন ফেৰীৰ পৰা কমিছন লৈছিলোঁ।

পাৰবীন ঃ (আচৰিত) কি?

চিদ্দিক ঃ আপোনাৰ নিচিনা মানুহৰ বাবেই এনে হয়। আপুনি মানুহ নহয় আপুনি হত্যাকাৰী। কি কৰিব টকাৰে— টকাৰ বাহিৰে একো চিনি নাপালে। লওক টকা (পকেটৰ পৰা টকা উলিয়াই জগন্নাথলৈ দলিয়াই দি) কিমান লাগিব লওক। আৰু যদি লাগে ক'ব আৰু দিম। কিন্তু এটা প্ৰশ্নৰ উত্তৰ দিয়ক। যিমানবোৰ মানুহ এক্‌চিডেন্টোত মৰিল, সিহঁতক আকৌ জীয়াই তুলিব পাৰিবনে? পাৰিবনে নে নোৱাৰে কওক। নিমাত কিয়— উত্তৰ দিয়ক। কি ভুল আছিল পাৰবীনৰ ভতিজাকৰ?

হেমন্ত ঃ (চিদ্দিকক) হেৰি বাদ দিয়ক আৰু। এতিয়া আৰু তেওঁক খং কৰি কি লাভ, যি হ'ব লগা আছিল হ'লেই। তেওঁ ইতিমধ্যে তেওঁৰ কৰ্মৰ ফল পাইছে।

চিদ্দিক ঃ কিন্তু তেওঁ নিচিনাবোৰৰ বাবে আমি কিয় কষ্ট পাব লাগে? কি ভুল আছিল আমাৰ?

হেমন্ত ঃ এতিয়া কি ভুল, কি শুদ্ধ তাক আলোচনা কৰি কি লাভ?

জগন্নাথ ঃ নাই নাই। তেওঁক ক'ব লগাখিনি ক'বলৈ দিয়ক। (চিদ্দিকক) আপোনালোকৰ এই অৱস্থাৰ বাবে মই দায়ী। দিয়ক মোক যি শাস্তি দিয়ে দিয়ক। (কান্দে)

চিদ্দিক ঃ শাস্তি— কি শাস্তি দিম আপোনাক। আপুনি এনেকুৱা জঘন্য

কাম কৰিছে যে আপোনাক শাস্তি দিলে আমাৰহে পাপ লাগিব। (পাৰবীনে খঙত অগ্নিশৰ্মা হৈ জগন্নাথৰ ওচৰলৈ যায়। চৰ মাৰিবলৈ হাত দাঙে যদিও নামাৰে। ভতিজাকলৈ মনত পৰাত উচুপি মঞ্চৰ এটা কোনত থকা ভতিজাকৰ মৰাশটোক কোলাত ল'ব। তাক মৰম কৰে।)

চিদ্দিক ঃ দেখিলে আপুনি কৰা কামৰ প্ৰতিফল। আৰু কিমানৰ বুকু শুদা কৰিলে তাৰ কোনো হিচাপ নাই।

জগন্নাথ ঃ (হাতযোৰ কৰি) মোক ক্ষমা কৰক।

হেমন্ত ঃ আপোনাক শাস্তি দিব মন গৈছে। কিন্তু ইমান সহজে আপুনি সাৰি যোৱাটো মই নিবিচাৰোঁ। মই আপোনাক এনেকুৱা শাস্তি দিব বিচাৰোঁ যাতে এই কামটোৰ বাবে চিৰ জীৱন আপুনি অনুতাপ কৰে। নিজক ঘৃণা কৰে। (জগন্নাথৰ ওচৰলৈ আহে, লাহেকৈ কয়) অনুগ্ৰহ কৰি আমাৰ চকুৰ আগৰ পৰা আঁতৰি যাওক। (সুৰ সলনি) মোৰ ভিতৰৰ হিংস্ৰ মানুহটো শুই থাকোঁতেই আঁতৰি যাওক।

জগন্নাথ ঃ মোক... (হেমন্তই বাক্যটো সম্পূৰ্ণ হ'ব নিদিয়ে)

হেমন্ত ঃ আঁতৰি যাওক বুলি কৈছোঁ নহয়। আমাক অলপ শান্তিৰে থাকিব দিয়ক। (জগন্নাথৰ প্ৰস্থান)

চিদ্দিক ঃ এই মানুহজনেই যে মূল কালপ্ৰিট তাক ইমান সময় ধৰিবই পৰা নাছিলো। এনেকুৱা মানুহে দেখোন জীয়াই জীয়াই মানুহক মাৰিব পাৰিব। ভালেই হৈছে সি তাৰ কামৰ ফল পাইছে। কিন্তু আমি ?

হেমন্ত ঃ আমিও আমাৰ কৰ্মফল ভোগিছে। এইয়া বেলেগৰ নহয়, আমাৰ হে কৰ্মফল। মোৰ, আপোনাৰ সকলোৰে কৰ্মফল। আমি আচলতে বৰ স্বাৰ্থপৰ। যেতিয়ালৈ নিজৰ লগত একো অঘটন নঘটে তেতিয়ালৈ আনৰ লগত হোৱা অন্যায়ক অন্যায় বুলি জানিও নিমাতে থাকোঁ। কিন্তু যদি ভুলক্ৰমে আমাৰ লগত তেনে কিবা অন্যায় হয় তেতিয়া আমি উন্মাদ হৈ পৰো। এই এক্চিডেণ্টটোৰ কথাকে চাওকচোন। ফেৰীখনত ইমান মানুহ

উঠাৰ পাছতো জানো আমি প্ৰতিবাদ কৰিছিলোঁ? নাই কৰা চুপ চাপ ফেৰীখনতহে উঠিছিলোঁ।

চিদ্দিক ঃ ঠিকেই কৈছে আপুনি। পিছে আৰু কিমান দিন এনেকৈ থাকিব লাগিব। আৰু দুদিনমান এনেকৈ থাকিব লাগিলে ভোক-পিয়াহত আমি মৰিব লাগিব।

হেমন্ত ঃ তাকেইটো কি কৰোঁ, কি নকৰোঁ, ভাবি একো উৰাদিহ্ পোৱা নাই।

চিদ্দিক ঃ পিছে কথা এটা লক্ষ্য কৰিছে নে মৰাশটো উৰলি যাব ধৰিছে।

হেমন্ত ঃ এৰা কিবা এটা উপায় কৰাহেঁতেন ভাল আছিল। আজি দুদিন হ'লহি।

চিদ্দিক ঃ কিন্তু কি কৰিব?

হেমন্ত ঃ নদীতে উটুৱাই দিওঁ নেকি?

চিদ্দিক ঃ নাই নাই পানীত উটুৱাই দিব নোৱাৰি।

হেমন্ত ঃ তেন্তে কৰিব কি?

চিদ্দিক ঃ দফন কৰিব লাগিব।

হেমন্ত ঃ হেৰি ইয়াত পুতিব কেনেকৈ?

চিদ্দিক ঃ আপুনি যিয়েই নকওক কিয় সি আমাৰ সম্প্ৰদায়ৰ। মৰা মানুহক আমাৰ নিয়মমতে দফন কৰিব লাগে। আপোনাৰ ধৰ্মত সাপে কামোৰা মানুহক পানীত উটুৱাই দিয়াৰ নিয়ম আছে, কিন্তু আমাৰ ধৰ্মত নাই।

হেমন্ত ঃ হেৰি ইয়াত ধৰ্ম অধৰ্ম বুলি কি আছে। পানীত উটি আহা মৰাশ এটা তাৰ গাত কি ধৰ্ম অধৰ্ম লিখা আছে। তাতে একো সঁজুলিও নাই গাঁত খানিব কেনেকৈ?

চিদ্দিক ঃ সেইবোৰ মই একো নাজানো— মই আমাৰ ধৰ্মৰ নিয়মৰ কথাহে কৈছোঁ। সি যেতিয়া আমাৰ ধৰ্মৰ গতিকে তাৰ দফন আমাৰ ধৰ্মৰ মতেহে হ'ব লাগিব।

হেমন্ত ঃ ধেইত আপোনাৰ লগত কোনে কথা পাতে। ইমান গোড়া কাৰণে আপোনালোকৰ সম্প্ৰদায়টোৰ আজিলৈ উন্নতি হোৱা নাই। কোনেও বিশ্বাস নকৰে আপোনালোকক।

চিদ্দিক ঃ সম্প্ৰদায়ক ধৰি কথা নক'ব দেই। সম্প্ৰদায়ক ধৰি কথা নক'ব।

হেমন্ত ঃ কিনো মিছা ক'লোঁ। কমেই ক'লে কি কৰিব?

চিদ্দিক ঃ কথা বেয়া হ'ব।

হেমন্ত ঃ কি কথা বেয়া হ'ব?

(দুয়োৰে মাজত কাজিয়াৰ উপক্ৰম হয়)

পাৰবীন ঃ (উত্তেজিত) হেৰি কি কৰিব ওলাইছে আপোনালোকে— কাজিয়া কৰিছে। ইমান বিপদৰ মাজতো আপোনালোকে ধৰ্মৰ নামত কাজিয়া কৰিছে। ছিঃ লাজ লগা নাই। ধৰ্মৰ নামত আৰু কিমান কাজিয়া কৰিব? বিপদৰ সময়ত বাঘ আৰু হৰিণাই একে ঘাটতে পানী পিয়ে আৰু আপোনালোকে। অলপ শান্তিৰে থাকক-অন্যথা নিজকে জীৱ শ্ৰেষ্ঠ বুলি চিনাকি দিবলৈ কাহানিও নোৱাৰিব। ধৰ্মৰ নামত কাজিয়া কৰে ধৰ্মৰ নামত। মোৰ ভতিজাটোৰ মৰাশটোৱেই কাল নহয় তাক আজি মই।

হেমন্ত ঃ হেৰা পাৰবীন কি কৰিব ওলাইছা?

চিদ্দিক ঃ পাৰবীন?

(পাৰবীন মৰাশটো পানীত দলিয়াই দিয়ে। সকলো আচৰিত হয়)

পাৰবীন ঃ এতিয়া শান্তিনে মিষ্টাৰ হেমন্ত ডাঙৰীয়া। আপুনিতো এজন চ'চিয়েল ৱৰ্কাৰ। এনেবোৰ কৰি নিজকে নৱ প্ৰজন্মক দি বুলি চিনাকি দিব। আপুনিতো বহুকেইজন ভণ্ড ব্যক্তিৰ চৰিত্ৰ সমাজত উদঙাই দিছিল বুলি গৰ্ব কৰিছিল। আপোনাৰ সেই দুঃসাহসিক কথাবোৰ শুনি মোৰ মনত আপোনাৰ প্ৰতি সন্মান জন্মিছিল। কিন্তু এজন মানুহৰ বাবে এটা সম্প্ৰদায়ক বেয়াকৈ মন্তব্য দিবলৈ লাজ লগা নাই আপোনাৰ? এটা সম্প্ৰদায়ক কিয় মিছাকৈ দোষাৰোপ কৰিব?

চিদ্দিক ঃ মইতো তাকেই তেওঁক বুজাব...

পাৰবীন ঃ (আধাতে বাধা দি কয়) আপুনিও কোনো গুণে কম নহয় চিদ্দিক ডাঙৰীয়া। পাহৰি নাযাব আপুনি যি সম্প্ৰদায়ৰ ময়ো একেই সম্প্ৰদায়ৰ। আপুনি ভাবে নেকি আমাৰ সম্প্ৰদায়ৰ বিষয়ে মই

আপোনাতকৈ কম জানো? আল্লাই সমাজখনক, ধৰ্মৰ নামত ৰীতিৰ নামত বিভেদ কৰিবলৈ কোৱা নাই বৰং আল্লাই পৃথিৱীখনৰ সকলোকে একে চকুৰে চাবলৈহে কৈছে।

চিদ্দিক ঃ নহয় মানে... (চিদ্দিকে কিবা ক'ব বিচাৰে- পাৰবীনে বাধা দিয়ে)

পাৰবীন ঃ মই কাৰোৰে পৰা একো উত্তৰ বিচৰা নাই। মোৰ তুলনাত আপোনালোকে একো হেৰুৱা নাই।

(সকলোৱে কিছু সময় নীৰৱতাৰে থাকে। জগন্নাথৰ প্ৰৱেশ)

জগন্নথ ঃ খং কমিল নে?

(সকলো মনে মনে থাকে)

জগন্নাথ ঃ কি হ'ল কোনেও যে একো নক'লে। কিবা এটা কওক নহ'লে খং কৰক। মোক গালি দিয়ক। কিন্তু মোক অকলশৰীয়া নকৰিব। এই বালিচৰটোত এতিয়া আপোনালোকৰ বাহিৰে মোৰ আৰু কোন নাই। কোনে জানে এই বালিচৰটোৱেই যদি হয় মোৰ জীৱনৰ শেষ ঠাই।

পাৰবীন ঃ বৰ ভোক লাগিছে। দুদিন ধৰি এটা দানা পেটত পৰা নাই।

হেমন্ত ঃ এৰা আৰু কেইদিনমান থাকিব লাগিলে পানীয়ে নামাৰিলেও আমি ভোক-পিয়াহত মৰিম। চাৰিওফালে পানী অথচ খাবও নোৱাৰি। কবিতা এটালৈ মনত পৰিছে। পাৰবীন তুমি চাগৈ পঢ়িছা।

পাৰবীন ঃ কোনটো?

হেমন্ত ঃ চেমুৱেল টেইলৰ কলেৰিজৰ দ্য ৰাইম্ অফ দ্য এনচিয়েণ্ট মেৰিনা।

পাৰবীন ঃ মনত আছে। (পাৰবীনে দ্য ৰাইম্ অফ দ্য এনচিয়েণ্ট মেৰিনাৰ এফাঁকি আওৰায়)

ওৱাটাৰ, ওৱাটাৰ, এভ্ৰিহোৱেৰ (Water, water, every where)

এণ্ড অল দ্য বোৰ্ড ডিড শ্ৰিঙক (And all the boards did shrink,)

ওৱাটাৰ, ওৱাটাৰ, এভ্ৰিহোৱেৰ (Water, water every

where,)
ন'ৰ এনী ড্ৰপ টু ড্ৰিংক (Nor any drop to drink)
(কবিতাটো সম্পূৰ্ণ নকৰে) আমাৰ অৱস্থা ঠিক তেনেকুৱাই।

চিদ্দিক ঃ হে আল্লা ৰহম কৰা।

হেমন্ত ঃ কোনোবাই সাঁতুৰিব জানে?
(সকলোৱে ইজনে সিজনক চায়)

হেমন্ত ঃ মই সুধিছোঁ-কোনোবাই সাঁতুৰিব জানে?

জগন্নাথ ঃ মই জানো কিয় সুধিলে?

হেমন্ত ঃ আহক আমি নদীখন সাঁতুৰিয়েই পাৰ হওঁ।

চিদ্দিক ঃ এৰা ঠিকেই কৈছে আপুনি।

পাৰবীন ঃ কি ঠিক কৈছে- পানীৰ সোঁত দেখা নাই, কেনেকৈ ফেনে-ফোটোকাৰে বৈ আছে। তাতে দুদিন ধৰি পেটলৈ আহাৰৰ দানা এটিও যোৱা নাই। থিয় হোৱাৰ শক্তি নাই, কেনেকৈ সাঁতুৰি পাৰ হ'ব।

হেমন্ত ঃ চেষ্টা কৰি চালেনো কি হ'ব?

পাৰবীন ঃ দেখা নাই, ইয়াৰ পৰা পাৰটো কিমান দূৰত আছে। আধা ৰাস্তাও পাৰ হ'ব নোৱাৰিব।

হেমন্ত ঃ তেন্তে কি কৰিম— আমাৰ শেষ উপায় সেইটোৱেই।

জগন্নাথ ঃ কি ক'ব বিচাৰিছে আপুনি?

হেমন্ত ঃ ক'ত মানুহৰ ডেড বডী বিচাৰি নাপায় চাগৈ চৰকাৰ প্ৰশাসনে ইতিমধ্যে নিৰুদ্দেশ বুলি ক'তজনক ঘোষণা কৰিছেই। ঠিক তেনেকৈ আমাকো নিৰুদ্দেশ বুলি...

পাৰবীন ঃ (হেমন্তৰ বাক্যটো পুৰা কৰিব নিদিয়ে) হেৰি তেনেকৈ নক'ব। এনেবোৰ কথা ভাবিলেই ভয় লাগে। জন্ম হৈছোঁ যেতিয়া এদিন মৰিবই লাগিব। কিন্তু এনেদৰে মৰিব নিবিচাৰোঁ।

হেমন্ত ঃ কোনে নিজ ইচ্ছাৰে মৰিব বিচাৰে কিন্তু কেতিয়া কিছু নিৰ্মম সত্যক আগতীয়াকৈ মানি লোৱাই ভাল। তেতিয়াহে সত্যটোক হজম কৰিবলৈ সহজ হয়।
(হেলিকপ্টাৰৰ শব্দ শুনা যায়)

চিদ্দিক ঃ শুনিছে।

হেমন্ত ঃ কি?

চিদ্দিক ঃ হেলিকপ্টাৰৰ শব্দ।

পাৰবীন ঃ আমাক বাবে আহিছে?

চিদ্দিক ঃ মোৰো তেনে যেনেই লাগিছে। চাওকচোন, সৌ-সৌখন হেলিকপ্টাৰ এইফালেই আহিছে। উহঃ হেলিকপ্টাৰখন দেখি কিমান যে ভাল লাগিছে। এতিয়াহে মনটো মুকলি মুকলি লাগিছে। মই কৈছিলোঁ নহয় আল্লা ইমান বেৰহম নহয়।

পাৰবীন ঃ আমি মুক্ত হ'ম এই বন্দীত্বৰ পৰা মুক্ত হ'ম। হে আল্লা তোমাক মই কি বুলি ধন্যবাদ দিম।

(হেলিকপ্টাৰখন চিদ্দিক, হেমন্ত, পাৰবীনৰ মূৰৰ ওপৰেদি পাৰ হৈ গুছি যায়। লাহে লাহে হেলিকপ্টাৰখনৰ শব্দ কমি যায়।)

পাৰবীন ঃ (হেমন্তক) হেৰি হেলিকপ্টাৰখন দেখোন আমাৰ মূৰৰ ওপৰেদি পাৰ হৈ গুছি গ'ল।

জগন্নাথ/চিদ্দিক ঃ হেই হেই, আমি ইয়াত। আমাক বচাওক।

পাৰবীন ঃ ছেহ আকৌ নেদেখিলে আমাক। (হেমন্তক) হেৰি আপোনাৰ চোলাটো বান্ধি থোৱা গছৰ ঠাৰিডাল ক'ত? ক'ত থলে? সেইডাল দেখিলে হয়তো আমাক দেখিব (পাৰবীনে গছৰ ঠাৰি ডাল ইফালে সিফালে বিচাৰিব। মঞ্চৰ এটা কোণত পৰি থকা গছৰ ঠাৰিডাল বিচাৰি পায়। ডালটো জোকাৰি ওপৰলৈ চাই চিঞৰি কয়) হেই হেই এইফালে— এই ফালে।

হেমন্ত ঃ লাভ নাই পাৰবীন সিহঁত আৰু উভতি নাহে। সিহঁতে দেখিছে আমাক।

পাৰবীন ঃ নাই নাই দেখা নাই সিহঁতে।

হেমন্ত ঃ সিহঁত আমাৰ বাবে অহা নাই পাৰবীন।

পাৰবীন ঃ মানে— তেন্তে কাৰ বাবে?

হেমন্ত ঃ সিহঁতে আমাক বিচাৰি অহা নাই এইখন কোনো ৰেচ্কিউ টীমৰ হেলিকপ্টাৰ নহয়।

চিদ্দিক ঃ তেন্তে?

হেমন্ত ঃ এইখন কোনোবা মন্ত্ৰী এম.এল.এৰ হেলিকপ্টাৰ। সকলো স্বাৰ্থপৰ সকলো লুভীয়া। সিহঁতে আমাক উদ্ধাৰ কৰিবলৈ আহা নাই। নদীখনত আৰু ক'ত কিমান মৃতদেহ পৰি আছে তাক চাবলৈ চৰকাৰী খৰচত হেলিকপ্টাৰেৰে আহিছে। আমাক উদ্ধাৰ কৰিবলৈ অহা নাই পাৰবীন। মন্ত্ৰী এম.এল.এৰ হেলিকপ্টাৰত উঠাৰ চীজ্‌নহে এইটো।

**(পট পৰে)**

## চতুৰ্থ দৃশ্য

(নদীৰ পাৰ দ্বিতীয় দৃশ্যৰ অনুৰূপ। আবেলিৰ সময়)
(পংকজে মনে মনে আহি নদীত জাপ দিয়ে।)

হৰকান্ত ঃ (নেপথ্যত) ঐ ভদ্ৰ শুনচোন শুন কিহৰ শব্দ অ।

ভদ্ৰকান্ত ঃ (নেপথ্যত) পানীত কিবা পৰা যেন লাগিছে। আহচোন চাওঁগৈ। (দুয়ো সোমাই আহে)

হৰকান্ত ঃ (নেপথ্যত) ঐ ভদ্ৰ সৌটো দেখিছনে, কোনোবা পানীত পৰিল।

ভদ্ৰকান্ত ঃ (নেপথ্যত) অ দেখোন আহ চোন আহ উঠাই আনো।

হৰকান্ত ঃ (নেপথ্যত) পাৰিম জানো। পানী দেখোন বহুত।

ভদ্ৰকান্ত ঃ (নেপথ্যত) সেইবোৰ বাদ দে। সাঁতুৰিব পাৰো যেতিয়া যি হয় পাছত দেখা যাব।
(দুয়ো নদীখনৰ ওচৰলৈ যায়। পানীত জঁপিয়াই পৰাৰ শব্দ হয়।)

ভদ্ৰকান্ত ঃ (নেপথ্যত) ধৰ ধৰ। তই হাতখনত ধৰ। উটি যাব নহ'লে ধৰ সোনকালে।

হৰকান্ত ঃ (নেপথ্যত) ধৰিছো দে তই এইফালে ধৰ। পাৰলৈ লৈ ব'ল।
(দুয়ো কৈ কৈ পংকজক পাৰলৈ আনে।)

ভদ্ৰকান্ত ঃ (পংকজৰ নাকত হাত দি চায়) জীৱ আছে বুজিছ— উশাহ লৈ আছে।

হৰকান্ত ঃ পানী খাইছে। চাওঁ তাক চিধা কৰি দিওঁ পেটতো হেঁচা মাৰি দি পেটৰ পানীখিনি উলিয়াই দিওঁ।

(দুয়ো পংকজৰ পেটৰ পানীখিনি বাহিৰলৈ উলিয়াই দিয়ে।)

পংকজ ঃ (বমি কৰে) উক উক (চেতন আহে)

ভদ্ৰকান্ত ঃ উস কৃষ্ণ বাচিল দে কিবা কৰি। এতিয়াহে মনটো ভাল লাগিছে।

ভদ্ৰকান্ত ঃ কেনেকৈ পানীত পৰিলি?

পংকজ ঃ (নিৰুত্তৰ)

হৰকান্ত ঃ ঐ ভদ্ৰ অলপ ৰ'চোন। তাক উশাহটো ভালকৈ লৈ ল'ব দে। পাছত তাক কি সুধিব লগা আছে সুধিবি। চাওঁ ভাইটি ভালকৈ বহচোন। এতিয়া অলপ ভাল লাগিছেনে?

পংকজ ঃ (নিৰুত্তৰ)

ভদ্ৰকান্ত ঃ (ফুচফুচাই) ঐ হৰ— ই দেখোন একো নকয়। কলা বোবা নহয়তো?

হৰকান্ত ঃ যি দেখিছোঁ হ'বও পাৰে বুজিছ। আমি ইমানবোৰ কথা সুধিছোঁ ই দেখোন একোৰেই উত্তৰে নিদিয়ে।

ভদ্ৰকান্ত ঃ কি কৰিবি এতিয়া?

হৰকান্ত ঃ তাক ইংগিতৰে সুধিব লাগিব— মই সুধিম ৰ।

হৰকান্ত ঃ (ইংগিত কৰি) ঐ ভাইটি ভোক লাগিছেনে?

পংকজ ঃ (নিৰুত্তৰ)

ভদ্ৰকান্ত ঃ তোৰ মূৰটো কি সুধি আছ। এই সময়ত কোনোবাই ভোকৰ কথা সোধে নেকি ঘৰ ক'ত সোধ।

হৰকান্ত ঃ ঘৰ? ঘৰ আমাৰ আকৌ চেৰংত।

ভদ্ৰকান্ত ঃ এই এইটো আমাৰ নহয় তাৰ ঘৰ ক'ত তাক সোধ।

হৰকান্ত ঃ তোৰ ঘৰ ক'ত? ঐ ভাইটি তোৰ ঘৰ ক'ত? (পংকজে একো উত্তৰ নিদিয়ে। হৰকান্ত উপায় বিহীন হৈ ভদ্ৰকান্তক কয়।) ঐ ভদ্ৰ একোৰেই নকয় দেখোন। ই সঁচাকৈ কলা বোবা নেকি?

ভদ্ৰকান্ত ঃ মোৰো তেনে যেনেই লাগিছে।

হৰকান্ত ঃ কি কৰিবি এতিয়া?

পংকজ ঃ কিয় বচালি মোক?

হৰকান্ত ঃ কি?

পংকজ ঃ (উত্তেজিত হৈ) কিয় বচালি মোক?

ভদ্ৰকান্ত ঃ কিয় বচালি মানে?

পংকজ ঃ কিয় বচালি?

হৰকান্ত ঃ তই কি কৈছ এইবোৰ? তাৰ মানে তই নদীত পৰা নাছিলি মৰিবৰ বাবেহে জাপ দিছিলি?

পংকজ ঃ নহ'লে কি? কোনোবাই ইচ্ছা কৰি নদীত জাপ দিয়ে নেকি?

ভদ্ৰকান্ত ঃ পাগল নেকি তই আমি জীয়াই থকাৰ বাবে কষ্ট কৰিছোঁ আৰু তই এনেদৰে মৰিব বিচাৰিছ। আত্মহত্যা মহাপাপ।

পংকজ ঃ মোৰ আগত ভাষণ দিব নালাগে। মোক কিয় বচালি মোক মৰিব দে (আকৌ পানীত জাপ মাৰিব বিচাৰে ভদ্ৰকান্ত, হৰকান্তই বাধা দিয়ে)

হৰকান্ত ঃ হেই কি কৰিব ওলাইছ।
(হৰকান্তই পংকজক চৰ এপাত মাৰে)

পংকজ ঃ মোক মৰিব দে শান্তিৰে মৰিব দে। (কান্দি কান্দি বহি দিয়ে)

ভদ্ৰকান্ত ঃ ঐ কি হৈছে তোৰ— বাৰে বাৰে মাৰিব বিচাৰিছ যে।

হৰকান্ত ঃ নকৰ কিয়?

পংকজ ঃ যদি কাৰোবাৰ ইচ্ছা মৃত্যুৱে বহুতৰ জীৱনলৈ সুখ-শান্তি আনিব পাৰে তাক আত্মহত্যা বুলি নকয় বলিদান বুলিহে কয়।

ভদ্ৰকান্ত ঃ ঐ কি কথাবোৰ কৈ আছে? (হৰকান্তক) ঐ হৰ-ই সঁচাকৈ পাগল হ'ল।

পংকজ ঃ (উত্তেজিত হৈ বলিয়ালি কৰি) তহঁত হত্যাকাৰী মোৰ ঘৰৰ প্ৰতিজন মানুহক হত্যা কৰিলি তহঁতে।

হৰকান্ত ঃ ই সঁচাকৈ বলিয়া হ'ল। (পংকজক) ঐ আমি কাক মাৰিলো। মাছ মাৰি কোনোমতে দুবেলা দুমুঠি খাই জীয়াই আছোঁ আমি আকৌ কাক মাৰিব যাম?

পংকজ ঃ (নিৰুত্তৰ)

ভদ্ৰকান্ত ঃ (পংকজক) ঐ ই যে কিবা সুধি আছে তাক শুনা নাই নে বুজা নাই— উত্তৰ নিদিয় কিয়?

হৰকান্ত ঃ তোৰ ভাগ্য ভাল কাৰণেহে বাচিলি। সাধাৰণতে আমি আবেলি মাছলৈ নাহো— আজি আহিছিলো বুলিহে তই পানীত পৰিছ বুলি গম পালো। নহ'লে ইমান সময়ত সিপুৰী পাৰিহেঁতেন।

পংকজ ঃ (দুয়োকে চাই কান্দে) সেয়া হোৱাহেঁতেন ভাল আছিল।

ভদ্ৰকান্ত ঃ ঐ হৰ কিহৰ পাল্লাত পৰিলো অ'। ঐ তই আকৌ কিয় কান্দিছ— কি হৈছে তোৰ ভালকৈ নকৰ কিয়?

হৰকান্ত ঃ ঐ কি হৈছে ভালদৰে কচোন।

পংকজ ঃ (নিৰুত্তৰ)

ভদ্ৰকান্ত ঃ ঐ হৰ চাওঁ এইফালে আহচোন।
(ভদ্ৰকান্তই হৰকান্তক অলপ দূৰলৈ লৈ যায়।)

হৰকান্ত ঃ কি হ'ল?

ভদ্ৰকান্ত ঃ মোৰ এটা সন্দেহহে হৈছে?

হৰকান্ত ঃ কি?

ভদ্ৰকান্ত ঃ কেচটো বেলেগহে নেকি— কিবা প্ৰেম পীৰিতিৰ লেঠা নেকি?

হৰকান্ত ঃ হ'ব পাৰে দেই ময়ো তাকেই ভাবিছোঁ।

পংকজ ঃ ক্ষুধাতুৰ মানুহে প্ৰেম নকৰে। পেট খালি থাকিলে হৃদয়ৰ তাগিদাক গুৰুত্ব দিব নোৱাৰি। যি মানুহে জীৱনৰ প্ৰতিটো মুহূৰ্ত জীয়াই থকাৰ বাবে সংগ্ৰাম কৰিব লাগে সেই মানুহে প্ৰেমৰ বাবে সময় দিব নোৱাৰে। তেনে মানুহৰ জীৱনত প্ৰেমতকৈ ভোকৰ মূল্যহে বেছি।
(দুয়ো পংকজৰ ওচৰলৈ আহে)

হৰকান্ত ঃ ঘৰত কিবা টেন্সন নেকি, নে কাৰোবাৰ লগত কিবা কাজিয়া কৰিছ? কোন কোন আছে ঘৰত।

পংকজ ঃ সকলো আছে— বিধৱা মা আৰু দুজনী ভণ্টী।

ভদ্ৰকান্ত ঃ মৰিব কিয় বিচাৰিছ? মৰাৰ কথা ভাবোঁতে মাৰে ভনীয়েৰৰ কথা এবাৰো মনলৈ অহা নাছিলনে তোৰ।

পংকজ ঃ সিহঁতৰ বাবেই মৰিবলৈ আহিছোঁ।

হৰকান্ত ঃ কি কৈছ এইবোৰ?

পংকজ ঃ যোৱা চাৰি বছৰে কেনেকৈ কটাইছো তাক মইহে জানো। ইমান

পঢ়ি-শুনি বেকাৰ হৈ থকাতকৈ মৰাই ভাল। বিধৱা মায়ে নিজৰ অলংকাৰ বেছিও পঢ়ালে মোক। তাৰ বিনিময়ত মই তেওঁক কি দিলোঁ— মাথোঁ দুখ, চিন্তা, শোক।

হৰকান্ত ঃ অ তাৰ মানে চাকৰি নোপোৱাৰ বাবে মৰিবলৈ ওলাইছ? হেৰৌ পৃথিৱীৰ সকলোৰে চাকৰি আছে জানো? আমাৰো চাকৰি-বাকৰি একো নাই, তেন্তে আমিও তোৰ দৰে মৰিব লাগিব নেকি?

পংকজ ঃ এই পৃথিৱীখন আমাৰ দৰে সৰু সৰু মানুহে ভবাৰ দৰে সুন্দৰ নহয়। এবাৰ ঘৰৰ বাহিৰ ওলালেহে গম পোৱা যায়। এই পৃথিৱীত যিমান ভাল মানুহ আছে তাতকৈ বেছি লেতেৰা মানুহ আছে।

ভদ্ৰকান্ত ঃ তেনেকৈ নক'বি। বেয়া মানুহ নাই বুলি নকওঁ— আছে। কিন্তু তই কোৱাৰ দৰে বেছি বেয়া মানুহ নাই। ভাল মানুহৰ সংখ্যা বেছি। ভাল মানুহ নাথাকিলে এই পৃথিৱীখন কেতিয়াবা ধ্বংস হ'ল হয়।

হৰকান্ত ঃ আৰু আজি আমি এটা অচিনাকী মানুহক বচাবলৈ একো নাভাবি, নিচিন্তি পানীত জাপ নিদিলোঁ হয়।

পংকজ ঃ কোনেও বুজি নাপায়। মোৰ কথা কোনেও বুজিব নোৱাৰে।

ভদ্ৰকান্ত ঃ এৰা আমিনো ক'ত বুজি পাম তহঁতৰ দৰে শিক্ষিতবোৰৰ কথা? মাছ মাৰি কোনো মতে দুবেলা দুমুঠি খোৱা মানুহ, তহঁতৰ দৰে দৰে পঢ়া-শুনা কৰাবোৰৰ কথা ক'ত বুজি পাম। কিন্তু আমি কথাবোৰ বুজি নাপাব পাৰো সঁচা, কিন্তু সৰু সৰু কথাৰ বাবে আত্মহত্যা কৰিব নাযাওঁ। খাব নোপোৱা হ'ব পাৰো কিন্তু কাপুৰুষ নহয়।

পংকজ ঃ কিমানৰ ভৰিত পৰিলোঁ কিমানক কাকুতি-মিনতি কৰিলোঁ। কিবা এটা কাম দিয়ক সৰুকৈ হ'লেও চাকৰি এটা দিয়ক। মোৰ বাবে নহ'লেও মোৰ বিধৱা মা আৰু বিয়া নোহোৱা ভনী দুজনীৰ মুখলৈ চায় কিবা এটা কাম দিয়ক। নাই কাৰোৰে গা নলৰিল। নলৰিল বুলি ক'লে ভুল হ'ব। এজনৰ লৰিছিল মোক

তেওঁৰ ব্যক্তিগত অফিচত এটা চাকৰিৰ প্ৰস্তাৱ দিছিল কিন্তু তাৰ বিনিময় যে ইমান ভয়ংকৰ হ'ব তাক কল্পনাই কৰা নাছিলো। সি আমাৰ গাঁৱৰ ৰাস্তাৰ ঠিকাটো পাইছিল। সেয়ে মাজে সময়ে আমাৰ গাঁৱলৈ আহিছিল। তেতিয়াৰ পৰাই চাগে আমাৰ ঘৰৰ ওপৰত তাৰ চকু আছিল।

ভদ্ৰকান্ত ঃ এই পৃথিৱীত কোন স্বাৰ্থপৰ নহয়। সকলো স্বাৰ্থপৰ। সকলোকে বিনিময় লাগে। সন্তান জন্ম দিয়াৰ আঁৰতো আমাৰ স্বাৰ্থ জড়িত হৈ থাকে। আমাৰ বৃদ্ধ বয়সত যাতে আমাৰ সন্তান আমাৰ লাখুটি হয়।

পংকজ ঃ সেয়াতো বহু সাধাৰণ কথা। মোক চাকৰি দিয়াৰ বিনিময়ত কি বিচাৰিছিল জানে?

হৰকান্ত ঃ কি?

পংকজ ঃ মোৰ চাকৰিটো বোলে তেতিয়াহে হ'ব যদিহে তাৰ সৈতে এটা ৰাতি কটাবলৈ মই মোৰ ডাঙৰ ভণ্টীক সন্মত কৰাওঁ।

হৰকান্ত ঃ কি? তই সঁচাকৈ কৈছ— তাক মাৰি পেলাব লাগিছিল।

পংকজ ঃ খং উঠিছে নহয়। আপোনাৰ যেনেকৈ কথাটো শুনোতেই খং উঠিছে মোৰো উঠিছিল। কিন্তু আমি বোৰে কি কৰিম? নিজৰ খংটোক মনৰ মাজতে ধৰি ৰখাৰ বাহিৰে আমি আৰু কি কৰিম? গুজৰি উঠা খংটোক কিবা কৰি শান্ত কৰি তাৰ প্ৰস্তাৱটো গ্ৰহণ নকৰি তাৰ অফিচৰ পৰা ওলাই আহিলোঁ। তাৰ বাহিৰেনো আমি আন কি কৰিম। যুঁজিবও নোৱাৰোঁ, আনকো ক'ব নোৱাৰোঁ। আমাৰ কথা কোনে বিশ্বাস কৰিব।

ভদ্ৰকান্ত ঃ আৰু সেই বাবেই তই মৰিব আহিছ?

পংকজ ঃ নিজৰ জীৱনটোক কোনে ভাল নাপায়। সকলোৱে যন্ত্ৰণা সহি হ'লেও জীয়াই থাকিব বিচাৰে। মই মৰিব আহা নাই, মৰিব অহা নাই। নিজৰ জীৱনটোক বলি দিবলৈ আহিছিলোঁ। কি ভাবিছে মোক— কাপুৰুষ ভয়াতুৰ। না নহয়— মই কাপুৰুষ নহয়। মোৰ ঘৰ ইয়াৰ পৰা প্ৰায় ১০০ কিলোমিটাৰ দূৰত। আত্মহত্যা কৰিব বিচৰা হয় মই ইয়াত নহয় তাতেই কৰিব

পাৰিলোহেঁতেন। ১০০-১৫০ কিলোমিটাৰ দূৰত আহি আত্মহত্যা কৰাৰ কোনো যুক্তি নাই।

ভদ্ৰকান্ত ঃ ঐ তই কি কৈছ মই হ'লে একো বুজা নাই। (হৰকান্তক) তই কিবা বুজিছ হৰ?

হৰকান্ত ঃ ময়ো একো বুজা নাই— ভালকৈ নকৰ কিয়?

পংকজ ঃ মোৰ জীৱনটোক বলি দিব বিচাৰিছোঁ।

হৰকান্ত ঃ বলি— কি কৈছ এইবোৰ?

পংকজ ঃ ঠিকেই শুনিছে— বলি দিব বিচাৰোঁ চৰকাৰী সাহায্যৰ বাবে।

হৰকান্ত/ভদ্ৰকান্ত ঃ কি?

পংকজ ঃ একচিডেণ্টোত মৰা প্ৰতিজন দুৰ্ভগীয়া যাত্ৰীৰ পৰিয়াললৈ চৰকাৰে দুই লাখ টকাকৈ ৰাজ সাহায্যৰ কথা ঘোষণা কৰিছে। এতিয়াও বহুকেইজন যাত্ৰীৰ মৃতদেহ বিচাৰি পোৱা নাই। মই যদি ইয়াত নিজৰ বলিদান দিওঁ তেন্তে হয়তো মোকো দুৰ্ভগীয়া যাত্ৰী বুলিয়েই ঘোষণা কৰিব। আৰু মোৰ ঘৰখনে মোৰ এই বলিদানৰ বাবে দুই লাখ টকাৰ ৰাজ সাহায্য পাব। বাকী একো নহ'লেও ভণ্টী দুজনীৰ বিয়া কেইখন ভালদৰে পাতিব পাৰিব। (পেণ্টৰ পকেটৰ পৰা নিজৰ পৰিচয়-পত্ৰখন দেখুৱাই) চাওক মোৰ সকলো আইডেণ্টিটী কাৰ্ড লগত লৈ আনিছোঁ। (এখন এখন কৈ দেখুৱাই) এইখন ভোটাৰ কাৰ্ড, এইখন পান কাৰ্ড, এইখন আধাৰ কাৰ্ড।

হৰকান্ত ঃ আচৰিত— কি ধাতুৰে গঢ়িত তই।

পংকজ ঃ কিন্তু নিয়তিৰ ওচৰতে আকৌ হাৰি গ'লো। বৰ দুৰ্ভগীয়া আমি— দুখীয়া হৈ জনম ল'লোঁ। যি বিচাৰোঁ একোৱেই নাপাওঁ। থকাবোৰৰ তাত সকলো আছে নথকাবোৰৰ একোৱেই নাই। বেলেগৰ কথা বাদ দিয়ক মহাভাৰতত উল্লেখ আছে প্ৰচুৰ ধন সম্পত্তি থকাৰ পাছতো ভীষ্মৰ ইচ্ছাৰ মৃত্যুৰো বৰদান আছিল, অথচ আমাৰ? আমাৰ একো নাই বাবেই আমাৰ ইচ্ছা মৃত্যুৰ অধিকাৰো নাই। ভালদৰে জীয়াই থাকিবও নোৱাৰোঁ ইচ্ছা কৰিলেও মৃত্যুকো আলিংগন কৰিব নোৱাৰোঁ। নিজৰ

জীৱনৰ ওপৰতো অধিকাৰ নাই।

ভদ্ৰকান্ত ঃ তই আহিছ মৰিবৰ বাবে। আত্মহত্যা কৰি জীৱনৰ পৰা পলোৱাটো বৰ সহজ কিন্তু জীৱনৰ লগত যুঁজি জীয়াই থকাটোহে আচল কথা। তই মৰিলে ঘৰখনে দুই লাখ টকা পালে হয় কিন্তু তই যদি জীয়াই থাক তেনেকুৱা লাখ লাখ টকা ঘটিব পাৰিবি। আৰু ঠিক আছে— তই পানীত জাপ দি মৰিলি বাৰু। কিন্তু তই নদীখনত জাপ মাৰি মৰিলেই তোৰ ঘৰখনে টকা পাব তাৰ জানো কিবা গেৰাণ্টি আছে? ডেড বডী পালেহে চৰকাৰে টকা দিব। এতিয়াও বহুতৰে ডেড বডী বিচাৰি পোৱা নাই। নদীখনৰ যিহে সোঁত— কাক ক'লৈ বোৱাই লৈ যায় তাক কোনে জানে?

হৰকান্ত ঃ তই মূৰ্খামিৰ বাহিৰে বেলেগ একো কৰিব যোৱা নাছিলি।

ভদ্ৰকান্ত ঃ হৰই ঠিক কথাকে কৈছে। এইবোৰ পাগলামীহে মাত্ৰ।

হৰকান্ত ঃ বাৰু এতিয়া সেইবোৰ বাদ দে। পিছে এতিয়া কি কৰিম বুলি ভাবিছ। সন্ধিয়া হ'বলৈ আৰু বেছি সময় নাই। ৰাতি ক'ত থাকিম বুলি ভাবিছ? ইয়াত কোনোবা আছেনে?

পংকজ ঃ নাই, কিবা এটা কৰিম।

ভদ্ৰকান্ত ঃ কি কিবা কৰিবি। আহ ইয়াত থাকিব নালাগে। কাপোৰ-কানি ভিজি অৱস্থা নাই। আমাৰ ঘৰতে থাকিবি আহ। (হৰকান্তক) নে কি কৱ হৰ?

পংকজ ঃ নাই মোৰ বাবে চিন্তা কৰিব নালাগে। মই কিবা এটা কৰিম।

হৰকান্ত ঃ কি কিবা কৰিম— হেৰৌ সন্ধিয়া হ'বলৈ আৰু বেছি সময় নাই। এতিয়া ক'লৈ যাবি। আজি আমাৰ গাঁৱতে থাক— পুৱা যি কৰ কৰিবি।

(সকলো যাবলৈ ওলাই বিপৰীত দিশৰ পৰা হেমন্তৰ মাত ৰিণিকি ৰিণিকি শুনা যায়)

হেমন্ত ঃ (নেপথ্যত) হেৰি শুনিছেনে? এইফালে এইফালে।

ভদ্ৰকান্ত ঃ এই হৰ কোনে মাতিছে অ?

হৰকান্ত ঃ ক'ত কি শুনিছ?

হেমন্ত ঃ (নেপথ্যত) হেৰি। এই ফালে এইফালে চাওক।

ভদ্ৰকান্ত ঃ শুনচোন শুন কোনোবাই আমাক চিঞৰিছে। সৌ ফালে সৌ বালিচৰটোৰ ফালে চাচোন, কোনোবা আছে নেকি?

হৰকান্ত ঃ এৰা তই ঠিকেই কৈছ কোনোবা আছে।

হেমন্ত ঃ (নেপথ্যত) আমাক বচাওক। আমি সেই দুৰ্ভগীয়া ফেৰীখনৰ যাত্ৰী। দুদিন ধৰি ইয়াতেই আবদ্ধ হৈ আছোঁ। আমাক বচাওক। কিবা কৰি আমাক বচাওক।

ভদ্ৰকান্ত ঃ ঐ হৰ কি কৰ এতিয়া?

হৰকান্ত ঃ কি কৰিম আৰু নাওখন ল'।

ভদ্ৰকান্ত ঃ কিন্তু ইমান পানীত। খবৰ দিবি নেকি কাৰোবাক।

হৰকান্ত ঃ কাক কবি আৰু এতিয়া বাদ দে সেইবোৰ। বেচেৰা কেইটাক চাগৈ কোনেও দেখা নাই এতিয়ালৈ। আনক খবৰ দিয়াৰ সময় নাই এতিয়া। প্ৰথমে আমি চেষ্টা কৰি চাওঁ, নোৱাৰিলে বেলেগক মাতিম আহ। (চিঞৰি) চিন্তা নকৰিব আমি আহি আছোঁ।

ভদ্ৰকান্ত ঃ ঐ ভাইটি চা-মানুহৰ জীয়াই থকাৰ কিমান হেঁপাহ। যিমানেই বিপদ নহওক কিয় কিমান মূল্যহীন নহয়।

হৰকান্ত ঃ ঐ এতিয়া লে'কচাৰ দি থাকিবিনে নে যাবি?

ভদ্ৰকান্ত ঃ অ ব'ল (পংকজক) যদি ভাৰ আমি ভুল নাছিলো তেন্তে যি কাম কৰিব ওলাইছিল তাক আকৌ দুনাই নকৰিবি। আমি আহি আছোঁ তই আমাৰ বাবে ইয়াতে ৰ'বি।

(দুয়ো ওলাই যাব খোজে। পংকজৰ মাত শুনি ৰৱ।)

পংকজ ঃ দাদা।

হৰকান্ত ঃ কি হ'ল?

পংকজ ঃ ময়ো যাম। জীৱনৰ পৰা পলাই থাকি নহয় জীৱনৰ মুখামুখি হ'লেহে জীৱনটোক জিকিব পাৰি। এইটোৱেই হৈছে জীৱন। আৰু জীৱনৰ মূল্য আমি শিকাতো অতি প্ৰয়োজন। জীৱন এটাই আৰু এটা জীৱনতে সুখ-দুখ, প্ৰাপ্তি-অপ্ৰাপ্তি সকলো থাকে। তাক আমি গ্ৰহণ কৰিব জানিব লাগিব। মোৰ ভুলৰ বাবে ক্ষমা কৰক।

হৰকান্ত ঃ তই যেতিয়া কথাটো বুজিছ ক্ষমাৰ কিহৰ প্ৰয়োজন। তই আহিব বিচাৰিছ যেতিয়া আহ।

(সকলো ওলাই যায়। বঠা বোৱাৰ শব্দ হয়। পম্পী অজিতৰ বিপৰীত দিশৰ পৰা প্ৰৱেশ)

অজিত ঃ পম্পী— ইহঁতবোৰ ক'লৈ গৈছে? মানুহ কেইজনক দেখিলে নেকি?

পম্পী ঃ মোৰ তেনে যেনেই লাগিছে।

অজিত ঃ কিবা এটা কৰি সিহঁতক বাধা দিব লাগিব। টকাৰ লোভ দেখুৱাই আমাৰ লগত চামিল কৰিব লাগিব।

পম্পী ঃ সিহঁতে মানিব জানো?

অজিত ঃ কিয় নামানিব। টকা থাকিলে সকলো বস্তু কিনিব পাৰি। (চিঞৰি হৰকান্তহঁতক মাতে) হেৰি ক'লৈ গৈছে আপোনালোক?

ভদ্ৰকান্ত ঃ (নেপথ্যত) সৌ বালিচৰটোত মানুহ কেইজনমান ফচি আছে। সিহঁতক বচাবলৈ যাওঁ।

অজিত ঃ (পম্পীক) ছেহ বৰ বেয়া কথা হ'ল। ইহঁত কেইটা গ'লে বৰ বেয়া কথা হ'ব। ইফালেও নহ'ব সিফালেও নহ'ব। (হৰকান্তহঁতক) হেৰি আপোনালোক নাযাব। দেখা নাই নদীৰ পানী কিমান। নাৱো ডুবিব আপোনালোকো ডুবিব। হেৰি উভতি আহক। আমি কিবা এটা ব্যৱস্থা কৰিম আহক।

পম্পী ঃ এওঁ ঠিকেই কৈছে, উভতি আহক আমি কিবা এটা কৰিম।

হেমন্ত ঃ (নেপথ্যত) আমাক বচাওক— আমাক বচাওক।

পম্পী/অজিত ঃ নাযাব উভতি আহক।

হেমন্ত/পাৰবীন/জগন্নাথ/চিদ্দিক ঃ (নেপথ্যত) আমাক বচাওক আমাক বচাওক।

পম্পী/অজিত ঃ উভতি আহক। উভতি আহক।

হেমন্ত/ পাৰবীন/জগন্নাথ/চিদ্দিক ঃ (নেপথ্যত) বচাওক— আমাক বচাওক।

(বঠাৰ শব্দ ক্ৰমাৎ বাঢ়ি যায়)

**(পট পৰে)**

## নাটখনত ব্যৱহৃত ইংৰাজী ভাষাৰ শব্দাৰ্থ

| | |
|---|---|
| অফিচ (Office) | কাৰ্যালয় |
| আইডেণ্টিটী কাৰ্ড (Identity card) | পৰিচয় পত্ৰ |
| আন ৰ-মেনটিক (Unromantic) | আবেগপ্ৰৱণ নহয় |
| ইউনিভাৰচিটি (University) | বিশ্ববিদ্যালয় |
| ইণ্টাৰভিউ (Interview) | সাক্ষাৎকাৰ |
| ইণ্টাৰেষ্টিং (Interesting) | কৌতুহলোদ্দীপক |
| ইমপৰটেণ্ট (Important) | গুৰুত্বপূৰ্ণ |
| একচিডেণ্ট (Accident) | দুৰ্ঘটনা |
| এক্সট্ৰা (Extra) | অতিৰিক্ত |
| এটলিষ্ট (At least) | অতি কমেও |
| এডভেঞ্চাৰ (Adventure) | দুঃসাহসিক কাম |
| এথিকচ্ (Ethics) | নীতি |
| এন.জি.অ' (Non-Governmental Organisation) | বেচৰকাৰী সংস্থা |
| এম.এল.এ. (MLA/Member of Legislative Assembly) | বিধানসভাৰ সদস্য |
| এৰেষ্ট (Arrest) | গ্ৰেপ্তাৰ কৰা |
| কভাৰ (Cover) | আবৃত |
| কমিছন (Commission) | দালালিৰ ধন |
| কাৰেণ্ট (Current) | বিজুলী |
| কালপ্ৰিট (Culprit) | অপৰাধী |
| কম্প্ৰমাইজ (Compromise) | আপোচ |
| কেপাচিটি (Capacity) | ক্ষমতা |
| চ'চিয়েল ৱৰ্কাৰ (Social Worker) | সমাজকৰ্মী |
| চি.ই.ও. (CEO/Chief Executive Officer) | মুখ্য কাৰ্যবাহী বিষয়া |
| চিৰিয়াছ (Serious) | গম্ভীৰ |

| | |
|---|---|
| চীজ্‌ন (Season) | বতৰ |
| চেট্‌ল্‌ লাইফ্‌ (Settled life) | স্থায়ী জীৱন |
| চেলেঞ্জ (Challenge) | প্ৰত্যাহ্বান |
| ছেমিষ্টাৰ (Semester) | ষান্মাসিক |
| টেন্সন্‌ (Tension) | অশান্তি |
| ডায়েলগ্‌ (Dialogue) | সংলাপ |
| ডুন'ট ডিচটৰ্ব হিম (Do not disturb him) | তাক অশান্তি নিদিব |
| ডেড বডী (Dead body) | মৃতদেহ |
| থেঙ্ক গড (Thanks god) | ধন্যবাদ ভগৱান |
| পাৰমিট্‌ (Permit) | অনুমতি পত্ৰ |
| প্ৰ'গ্ৰেম (Programme) | কাৰ্যক্ৰমণিকা |
| প্ৰচটিটিউচন (Prostitution) | বেশ্যাবৃত্তি |
| প্ৰমিচ (Promise) | প্ৰতিশ্ৰুতি |
| প্ৰাইজ (Prize) | পুৰস্কাৰ |
| প্ৰাইভেট (Private) | ব্যক্তিগত |
| প্ৰেচ মিট (Press meet) | সংবাদ মেল |
| ফেমাচ (Famous) | বিখ্যাত |
| ব্ৰে'ক্‌ (Break) | উলংঘা |
| য়েচ্‌ (Yes) | হয় |
| ৰিপ'ৰ্ট (Report) | প্ৰতিবেদন |
| ৰিস্ক্‌ (Risk) | সম্ভাব্য বিপদ-আপদ বা ক্ষয়-ক্ষতিৰ সম্ভাৱনা |
| ৰেচ্‌কিউ (Rescue) | উদ্ধাৰ |
| ৰে'ডী (Ready) | সাজু |
| লাইফ্‌ জেকেট (Life jacket) | ৰক্ষাকৱচ |
| লাষ্ট (Last) | অন্তিম |
| লিগেল (Legal) | আইনী |
| লিটাৰেচাৰ (Literature) | সাহিত্য |
| ষ্ট'ৰী (Story) | কাহিনী |

| | |
|---|---|
| ষ্টাৰ্ট্ (Start) | আৰম্ভ কৰক |
| স্ক্ৰীন (Screen) | কোনো যন্ত্ৰৰ প্ৰদৰ্শনকাৰী অঙ্গ |
| হাৰ্ট ফেইল (Heart fail) | হৃদযন্ত্ৰ বিকল |

# মথাউৰি

## (সামাজিক নাট)

### নাট্যকাৰৰ একলম

সাম্প্ৰতিক সময়ত অসমৰ প্ৰধান সমস্যা হ'ল বানপানী। প্ৰতিবছৰে অসমে বানপানীৰ সৈতে যুঁজিব লাগে। বানপানী যিমানেই প্ৰবলতৰ হয় ক্ষয়-ক্ষতিও সীমা নথকা হয়। মানুহ, গৰু, জীৱ-জন্তুৰ দুখ কুলাই-পাচিয়ে নধৰা হয়। অসম ট্ৰিবিউনত ১২ জুলাই ২০২২ তাৰিখে প্ৰকাশিত এক প্ৰতিবেদন অনুসৰি যোৱা বছৰত ব্ৰহ্মপুত্ৰ নদীৰ দুয়োখন ফালে প্ৰায় ১২৮০ বৰ্গ কিলোমিটাৰ ভূমি খহনীয়া হৈছে। শেহতীয়া সময়তো নদীৰ পাৰৰ খহনীয়া এটা প্ৰধান চিন্তাৰ কাৰণ কিয়নো আমাৰ সৰ্বসাধাৰণ ৰাইজ প্ৰায় আটায়ে খেতিয়ক, এনেয়ে অৱস্থা বেয়া, বানপানীয়ে তেওঁলোকৰ হাঁড় ভঙাৰ ফলত তেওঁলোক চিৰকালৰ কাৰণে দুৰ্ভাগ্যৰ কৰাল গ্ৰাসত পতিত হয়। বানপানী ৰোধ কৰিবলৈ চৰকাৰে নৈবোৰত মথাউৰিৰ ব্যৱস্থা কৰিছে যদিও মথাউৰি পৰিকল্পিত নোহোৱাত বানপানী আহিলেই পানী উপচি পৰে।

গৰাখহনীয়াই জৰ্জৰিত কৰা এটা গাঁৱলীয়া পৰিয়ালৰ ওপৰত বানপানীয়ে কেনেকৈ প্ৰভাৱ পেলাই, সেয়াই হৈছে এই নাটখনিৰ মূল উপজীৱ্য। বানপানীৰ সমস্যাৰ ভিত্তিত এই নাটখনি ৰচিত হ'লেও নাটখনৰ মূল কাহিনীভাগ সম্পূৰ্ণ কাল্পনিক।

**চৰিত্ৰ**

১. নৰেশ্বৰ ঃ হোজা খেতিয়ক। বয়স ৫৫-৬০ বছৰ।
২. মালতী ঃ নৰেশ্বৰৰ পত্নী। বয়স ৫০-৫৫ বছৰ।
৩. প্ৰশান্ত ঃ নৰেশ্বৰৰ শিক্ষিত পুত্ৰ। বয়স ২৭-৩০ বছৰ।
৪. সাৱিত্ৰী ঃ প্ৰশান্তৰ শিক্ষিত পত্নী। মাহৰ ৭-৮ গৰ্ভৱতী। বয়স ২৪-২৬ বছৰ।
৫. কংকন ঃ নৰেশ্বৰৰ সৰু পুত্ৰ। বয়স ২০-২২ বছৰ।

নেপথ্য চৰিত্ৰ
১. নেতা

## প্ৰথম দৃশ্য

(গাঁৱৰ পৰিৱেশ। নৰেশ্বৰ ঘৰ-কেঁচা ঘৰ। হৰেশ্বৰে বাঁহৰ খৰাহী সাজি থাকে। সময় দিনৰ এঘাৰ বজা। নেপথ্যত এজন ৰাজনৈতিক নেতাৰ ভাষণ ৰিণিকি ৰিণিকি শুনা যায়। নেপথ্যৰ ভাষণক মাজে সময়ে শলাগি নৰেশ্বৰে নিজক নিজে কৈ থাকে।)

নেতা ঃ (নেপথ্যত) আপোনালোকে আৰু ভয় খোৱাৰ কোনো প্ৰয়োজন নাই। এতিয়া আৰু আগৰ দৰে বানপানীয়ে আপোনালোকৰ বিশেষ ক্ষতি কৰিব নোৱাৰে। এই মঞ্চৰ পৰা ঘোষণা কৰিলোঁ বানপানী আহিলেও এইবাৰ এই অঞ্চলত কোনো সাহায্য শিবিৰ নাথাকিব। থাকিবনো কিয়— বানপানীক প্ৰতিৰোধ কৰিব পৰাকৈ মথাউৰিটো যে হ'ল। নে মই কিবা ভুল কৈছোঁ? এইবাৰ পানী যিমানেই ডাঙৰ নহওক কিয়, কোনেও ঘৰৰ পৰা ওলাই কোনো সাহায্য শিবিৰলৈ যাব নালাগে কিয়নো এইবাৰ বানপানীক প্ৰতিৰোধ কৰিব পৰাকৈ এটা মথাউৰি আছে। আজি এই অঞ্চলত এই মথাউৰিটো উদ্বোধন কৰি যি শান্তি অনুভৱ কৰিছোঁ সেয়া মই কেতিয়াও অনুভৱ কৰা নাছিলো। নিজৰ মূৰৰ পৰা গধুৰ বোজা এটা আঁতৰি যোৱা যেন অনুভৱ হৈছে। আমাৰ এনে উন্নয়নমূলক কামবোৰ দেখি বিৰোধী দলৰ ঈৰ্ষা হৈছে। যি কাম তেওঁলোকে ইমানদিন চৰকাৰত থাকি সম্পৰ্ণ কৰিব নোৱাৰিলে, সেই কাম আমি প্ৰথমবাৰলৈ চৰকাৰ গঠন কৰিয়েই সমাপন কৰিলোঁ। তেওঁলোকে কি ভাবে, কি নাভাবে, সেয়া আমাৰ বিচাৰ্য বিষয় নহয়। আমাৰ বাবে বিচাৰ্য কথা হ'ল জনসাধাৰণে কি

বিচাৰে। মনত ৰাখিব আজিলৈ কিমান চৰকাৰ আহিল কিমান গ'ল। কোনোবাই মথাউৰিটো বনালেনে, নাই আমাৰ চৰকাৰৰ বাহিৰে কোনেও নবনালে। আমি যি কথা দিছিলোঁ তাক আখৰে আখৰে পালনো কৰিলোঁ। হয়— এইটো সঁচা যে মথাউৰিটো বহুত আগতেই হ'ব লাগিছিল— নহ'ল। তাৰ বাবে মই ক্ষমাপ্ৰাৰ্থী, কিন্তু আমাৰ চৰকাৰৰ কাৰ্যকাল শেষ হোৱাৰ আগতে আমি মথাউৰিটো যে বনাব পাৰিলোঁ, সেয়াই আমাৰ সফলতা। ভাল কাম এটা হ'বলৈ সময় লাগে। কথাতে কয় নহয় ভুকুতে কল নপকে। ধৈৰ্য্যৰ ফল সদায় মিঠা।

নৰেশ্বৰ ঃ ঠিকেই কৈছে— এটাও মিছা কথা কোৱা নাই।

নেতা ঃ (নেপথ্যত) আপোনালোকৰ সমস্যাৰ কথা মোতকৈ আৰু কোনেও ভালদৰে বুজিব নোৱাৰে। মোৰ ওপৰত বিশ্বাস ৰাখক আপোনালোকক এনেদৰে সেৱা কৰিবলৈ সুবিধা পালে মই প্ৰতিটো সমস্যাৰ সমাধান কৰিব পাৰিম। কিন্তু এইটোও সত্য যে এদিনতে সকলো সমস্যা শেষ কৰিব নোৱাৰি। সেই কাৰণে কৈছোঁ আৰু ছয় মাহৰ পাছত ইলেকশ্বন। বহুতে বহুত কথা ক'ব। তেওঁলোকৰ কথা শুনক। নুশুনিব বুলি নকওঁ কিন্তু কাৰোৰে কথাত প্ৰলোভন নাযাব। আশা কৰোঁ মোৰ ওপৰত আৰু আমাৰ চৰকাৰৰ ওপৰত আপোনালোকৰ আস্থা এনেদৰে অটুত থাকিব। আমাৰ এতিয়াও বহু কাম কৰিবলৈ বাকী আছে। আপোনালোকে আৰু যদি আমাক পাঁচ বছৰ সেৱা আগবঢ়োৱাৰ সুযোগ দিয়ে, কথা দিলোঁ। এই মঞ্চৰ পৰা প্ৰতিশ্ৰুতি দিলোঁ যে এই অঞ্চলক জিলাৰ ভিতৰতেই নহয়, ৰাজ্যৰ ভিতৰতে প্ৰতিটো ক্ষেত্ৰতে নাম কৰা অঞ্চল হিচাপে গঢ় দিম।

নৰেশ্বৰ ঃ তাকেইটো ইমান দিনে কৈ আছোঁ বোলো অলপ ধৈৰ্য্য ধৰ। ধৈৰ্য্য ধৰিলেহে কিবা এটা ভাল হ'ব। চৰকাৰখন আহিছে যেতিয়া কিবাটো এটা হ'ব। নাই কোনেও মোৰ কথা বিশ্বাস নকৰে। কিবা ক'লৈই কয় বেলেগ কথা বাদ দিয়ক ইলেকশ্বন আহিবৰ হ'ল এতিয়ালৈ আমাৰ মথাউৰিটো হৈ নুঠিল। ইলেকশ্বনৰ

সময়টো মথাউৰিটো বনাম বুলিয়েই ভোট বিচাৰি আহিছিল— প্ৰতিশ্ৰুতি দিছিল। হেৰৌ দুদিন মান দেৰি হ'ব বুলিয়েই আমি চৰকাৰক অবিশ্বাস কৰিব নালাগে নহয়। চৰকাৰে দেখোন কৰিবলগীয়াখিনি কৰিয়েই আছে। ৰাইজক আজি বোলে ফ্ৰীতে চাউল দিছে কালি বোলে দালি দিছে, গেছ চিলিণ্ডাৰ দিছে। সেইবোৰ দেখা নাপাব। মথাউৰিটো হওঁতে যেনিবা দুদিন দেৰি হ'ল কিনো পৃথিৱীখন সলনি হ'ল। ধৈৰ্য্য লাগে সেই কাৰণে মানুহক ধৈৰ্য্য লাগে। কিমান চৰকাৰ আহিল কিমান গ'ল। কোনোবাই জানো মথাউৰিটোৰ কথা ভাবিলে। অন্ততঃ এইখন চৰকাৰে তেনেকুৱা কৰা নাই। যি কৈছিল কৰি দেখুৱালে। দেৰি হ'লেওতো অন্ততঃ মথাউৰিটো হ'লগৈ।

(সাবিত্ৰীৰ প্ৰৱেশ— হাতত চাহৰ কাপ।)

সাবিত্ৰী ঃ কি হ'ল পিতাই, কাৰ লগত কথা পাতি আছে?

নৰেশ্বৰ ঃ নাই অ কাৰোৰে লগত কথা পতা নাই। ভাষণটোহে শুনি আছোঁ। (সাবিত্ৰীয়ে নৰেশ্বৰক চাহ দিয়ে)

সাবিত্ৰী ঃ কি ভাষণৰ কথা কৈছে?

নৰেশ্বৰ ঃ আজিৰ মিটিংৰ কথা কৈছোঁ।

সাবিত্ৰী ঃ ইয়াৰ পৰানো কি শুনিছে। যদি ভাষণ শুনিব মন আছিল তেন্তে মিটিংলৈ নগ'ল কিয়?

নৰেশ্বৰ ঃ মিটিংত যোৱাহেঁতেন (খৰাহী কেইটাক দেখুৱাই) এই কেইটা কোনে বনালে হয়? পৰহিলৈ সাপ্তাহিক বজাৰ নহয় জানো, এইকেইটা বিক্ৰী হ'লেহে সাপ্তাহিক খৰচটো ওলাব। (চাহৰ কাপত শোহা মাৰে) তই হ'বলা চাহত চেনি দিবলৈ পাহৰিলি?

সাবিত্ৰী ঃ নাই পিতাই চেনি নাছিলেই, বটলটোত যিমান আছিল তাকেই ঝকি মাকি দিছোঁ। এওঁক চেনি আনিব কৈছোঁ। আজি আনিব। (সাবিত্ৰীয়ে চোতালত থকা বাঢ়নী এডালৰে চোতাল সাৰে-হৰেশ্বৰে বাধা দিয়ে)

নৰেশ্বৰ ঃ তোক মই কিমান ক'ম এই সময়ত ইমান কাম কৰাটো ভাল হোৱা নাই। নিজৰ কথা নাভাব নাই আহিব লগা পেটৰ

কেঁচুৱাটোৰ কথা ভাব। চাওঁ থৈ দে মাৰে আহি সাৰিব নহয়। তই বেছি কাম নকৰিলেও হ'ব দে। আমি ইমানবোৰ মানুহ আছোঁ আমি কৰিব পাৰিম নহয়।

সাবিত্ৰী ঃ চোতাল সৰাটোনো কিনো কষ্টৰ কাম। তাতে মাহঁতেই কৈছে এই সময়ত অলপ কাম কৰিবহে লাগে। বেছি আৰাম কৰাটো বোলে মাক আৰু আহিব লগা সন্তান দুয়োৰে বাবে ভাল নহয়।

নৰেশ্বৰ ঃ থৈ দে শাহুৰেৰ কথা। সেই তাহানিৰ মানুহজনী কোনে দিনেই সলনি নহ'ল। আৰু নহ'বও। আজিৰ কথাটোকে চা-চোন। কিমান ক'লোঁ মিটিংলৈ যাব নালাগে, মোৰ কথাই নুশুনিলে— গ'ল। বোলো বোৱাৰীজনীৰ গাত লেঠা এনে সময়ত এই বোৱাৰীজনীক এৰি বেছিকৈ ফুৰা-চকা নকৰিবা। নাই— মোৰ কোনো কথাই নুশুনে। কিমান সময়ত মিটিংলৈ গ'ল গমেই নাপালোঁ।

সাবিত্ৰী ঃ মায়ে যাবই বিচৰা নাছিল। মামনি খুড়ীয়ে আহি তেওঁক জোৰ কৰি লৈ গৈছে।

নৰেশ্বৰ ঃ এই মামনিজনীৰ পৰাও শান্তি নাই। মাৰে নহ'লে কোনো কাম অকলে কৰিব নোৱাৰে। কিন্তু মামনিয়ে মাতিলেই বুলিয়েই যাব লাগে নে? মাৰ'ৰ বিবেচনা বুলি কোৱা কোনো বস্তু নাই নেকি? এই সময়ত তোক অকলে এৰি থৈ যোৱাটো ভাল হোৱা নাই নহয়।

সাবিত্ৰী ঃ ক'তনো অকলে এৰি থৈ গৈছে। আপুনি দেখোন আছেই।

নৰেশ্বৰ ঃ তথাপিও দেচোন।

সাবিত্ৰী ঃ তেওঁলোকৰ গোটৰ সকলো মহিলাই মিটিংলৈ গৈছে। মা গোটৰ সভাপতি। তেনেস্থলত মা নগ'লে কথাটো বেয়া দেখি নহয়। তেওঁ বাৰে বাৰে নাযাওঁ বুলি কৈছিলে, ময়ে যাবলৈ ক'লোঁ। মই যাব কোৱাৰ বাবেহে গৈছে। মই জোৰ নিদিয়া হয় চাগৈ তেওঁ নগ'ল হয়।

নৰেশ্বৰ ঃ আজিকালি আকৌ চাৰিওফালে মহিলা গোটৰ জয়-জয় ময়-ময়। কিবা কৰক নকৰক মহিলাই গোট বুলিলেই চৰকাৰে অনুদান

দিবই। এইবাৰ শুনিছোঁ চৰকাৰে বোলে মহিলা গোটৰ ঋণসমূহো মাফ কৰি দিব।

সাবিত্ৰী ঃ মামনি খুড়ীৰ মুখত ময়ো শুনিছোঁ। পিছে কিমান সঁচা কিমান মিছা তাক হে নাজানো। কিন্তু চৰকাৰে তেনে কৰিব জানো। আজিকালি যি ফালেই চাই সেই ফালেই দেখোন গোট। ইমানবোৰ গোটৰ ঋণ মাফ কৰিব হ'লে চৰকাৰ দেখোন দেউলীয়া হ'ব।

নৰেশ্বৰ ঃ চৰকাৰে ইচ্ছা কৰিলে কৰিব পাৰে।

সাবিত্ৰী ঃ বিশ ত্ৰিশ হাজাৰ টকা লোৱা দুখীয়া মানুহৰ ঋণ ইমান সহজে মাফ নকৰে পিতাই। তেওঁলোকে ডাঙৰ ডাঙৰ মানুহৰহে ঋণ মাফ কৰিব পাৰে। দেখা নাই জানো কিমানজন ডাঙৰ মানুহে ইমানবোৰ ঋণ লৈ বিদেশলৈ পলাই গ'ল, কিনো কৰিলে। (সুৰ সলনি) সেইবোৰ বাদ দিয়ক— আপুনি চিৰা কেইটামান খাব নেকি?

নৰেশ্বৰ ঃ নাই নাখাওঁ দে এতিয়া। ভোক লগা নাই। তই কিবা খালি নে?

সাবিত্ৰী ঃ পুৰা এওঁৰ লগতে চিৰা কেইটামান খালো।

নৰেশ্বৰ ঃ পিছে বৰবোপা কেনি গ'ল?

সাবিত্ৰী ঃ তেওঁ পুৰাই পামলৈ গ'ল। ইমান সময়টো আহিয়েই পাব লাগিছিল। কিয় বা দেৰি কৰিছে?

নৰেশ্বৰ ঃ পামৰ খেতিখিনি ভাল হৈছেনে? বহুদিন হ'ল মই সেইফালে যোৱাই নাই।

সাবিত্ৰী ঃ মোক ভাল হোৱা বুলিয়েই কৈছে। সকলো ঠিকে থাকিলে লাভ হ'ব বুলি কৈছে।

নৰেশ্বৰ ঃ ভাল হ'ব দে। সি ইমান কষ্ট কৰিছে। ইমান কষ্ট কৰিছে যেতিয়া কিয়নো ভাল নহ'ব?

সাবিত্ৰী ঃ কিন্তু মানুহজনৰ এই কেইদিন চিন্তাত টোপনি নাই।

নৰেশ্বৰ ঃ কি হৈছে তাৰ— কিয় টোপনি নাই?

সাবিত্ৰী ঃ নদীখন বোলে ফেনে-ফোটোকাৰে বাঢ়িছে। এনেকৈ আৰু কেইদিনমান বাঢ়িব লাগিলে গোটেই পথাৰখন পানীয়ে বুৰাব।

নৰেশ্বৰ ঃ এইবাৰ পানী সোমাব নালাগে। আগতে মথাউৰিটো নাছিল বুলিহে পানী সোমাইছিল। মথাউৰিটো হ'ল যেতিয়া, সেইবোৰ আৰু চিন্তা কৰিব নালাগে।

সাবিত্ৰী ঃ মথাউৰিটোৰ কাৰণেহে বেছি চিন্তা এতিয়া। মথাউৰিটো বনাব লাগে কাৰণে নামতহে বনালে। কোনদিনা পানীয়ে ভাঙে তাৰ কোনো ভৰষা নাই।

নৰেশ্বৰ ঃ কোনে কৈছে?

সাবিত্ৰী ঃ ৰাতুলদাই সেইদিনা আমাৰ এওঁক কৈ থকা শুনিছোঁ।

নৰেশ্বৰ ঃ কোন ৰাতুল অ?

সাবিত্ৰী ঃ আমাৰ যতীন বৰদেউতাৰ পুতেক।

নৰেশ্বৰ ঃ অ ৰাতুল। হেই আনৰ কথা শুনি মূৰটো গৰম কৰিব লাগে কিয়? যদি ইমানেই চিন্তা হৈছে, তেন্তে বৰবোপাক নিজেই মথাউৰিটো এবাৰ চাই আহিবলৈ নক'ব কিয়।

সাবিত্ৰী ঃ কালি নে পৰহি ৰাতুলদাই তেওঁক লগ ধৰিছিল। এওঁহে যাবলৈ সময় মিলাব পৰা নাই।

নৰেশ্বৰ ঃ নিজে নেদেখালৈ আনৰ কথা শুনি মূৰটো গৰম কৰিব নালাগে। ৰাতুলেটো বেয়া বুলিয়েই ক'ব। এইখন চৰকাৰে কৰা কোনটো কামনো সি ভাল বুলি কয়। তাৰ কথা শুনি নিজৰ মূৰ গৰম কৰিব নালাগে নহয়।

সাবিত্ৰী ঃ কিন্তু ৰাতুলদাৰ কথাৰো যুক্তি নথকা নহয়। ইমান দিনে যিটো কাম নহ'ল সেই কামটো এমাহতে কেনেকৈ সম্ভৱ হ'ল?

নৰেশ্বৰ ঃ সেইটোৰেই কৈছোঁ। আজিকালি কোনেও ভাল কামৰ শলাগ ল'ব নিবিচাৰে। যেতিয়া মথাউৰিটো নাছিল তেতিয়া কোনেওটো একো কোৱা নাছিল। এতিয়া যেতিয়া হ'ল কিমান শুনিবা মানুহৰ কথা।

সাবিত্ৰী ঃ মথাউৰিটো বনাবলৈ যিমানখিনি শিল দিব লাগে, সিমানখিনি বোলে দিয়াই নাই। খৰচ কমাবলৈ মথাউৰিটোৰ আধাতকৈ অধিক অংশ বোলে বালিৰে পুতি থৈছে।

নৰেশ্বৰ ঃ থৈ দে ৰাতুলৰ কথা কিহৰ— ইঞ্জিনিয়াৰ ওলাব আহিছে।

বেলেগৰ কথা বাদ দে স্বয়ং মন্ত্ৰীয়ে ভাষণত মথাউৰিটোৰ শলাগ লৈছে। মন্ত্ৰীৰ সমান অভিজ্ঞতা জানো ৰাতুলহঁতৰ আছে জানা? মন্ত্ৰীয়ে কৈছেই এইবাৰ যিমান ডাঙৰ পানী নাহক কিয় পানী গাঁৱত সোমাব নোৱাৰে।

সাবিত্ৰী ঃ তেওঁতো ভাল হোৱা বুলিয়েই ক'ব— নিজৰ জোঁৱাইকে কামটো কৰিছে। কেনেকৈ বেয়া বুলি ক'ব।

নৰেশ্বৰ ঃ তেনেকুৱা কথা নহয়। কোনে কামটো কৰিছে সেইবোৰ আমাক কিয় লাগে। মুঠৰ কথা আমাৰ কামটো হ'লেই হ'ল।

সাবিত্ৰী ঃ মইনো আৰু কি ক'ম যি শুনিছোঁ তাকহে কৈছোঁ। (হঠাৎ কিবা এটা মনত পৰে) দেখিছে মই ভাত ৰান্ধিবলৈ পানী চৌকাত উঠাই থৈ আহিছোঁ। পানী গৰম হ'ল চাগৈ।

নৰেশ্বৰ ঃ তই আকৌ ভাত কিয় ৰান্ধিব লাগে— মাৰে আহি ৰান্ধিলে হয়।

সাবিত্ৰী ঃ মায়ে মোক ৰান্ধিব মানাই কৰি থৈ গৈছে। তেওঁ আহি ৰান্ধিব বুলি কৈছে। কিন্তু মাৰ বা কিমান দেৰি হয়। তেওঁৰ বাবে ৰৈ থাকিলে আপোনাৰ জানো ভোক নালাগিব।

(সাবিত্ৰীৰ প্ৰস্থান)

নৰেশ্বৰ ঃ এইজনীক লৈ আৰু নোৱাৰোঁ দেই। গাত লেঠা। কিমান ক'ম এই সময়ত বেছি কষ্ট নকৰিবি। নাই নুশুনে— বেলেগৰ নিচিনাকৈ বহি থাকিব নোৱাৰে। কাম নকৰিলে শান্তি নাপায়। আমাৰ এওঁৰে মানা কৰিলে ওলোটাইহে ক'ব আপুনিনো অকলে অকলে কিমান কৰিব। কৰিব পৰিছোঁ যেতিয়া কৰিছোঁ। কিনো লোকচান হৈছে। তাইৰ কথা শুনিলে এনে লাগে যেন তাই আমাৰ বোৱাৰী নহয় জীয়ৰীহে।

(নিৰ্দেশনা-নৰেশ্বৰ ঘোষা এফাঁকি মাতি মাতি নিজৰ কাম কৰে। বাহিৰৰ পৰা সাবিত্ৰীক মাতি মাতি মালতীয়ে প্ৰৱেশ কৰে)

মালতী ঃ বোৱাৰী অ বোৱাৰী।

নৰেশ্বৰ ঃ কি হ'ল— আহিলাই যে? মিটিং শেষ হ'ল নেকি?

মালতী ঃ নাই— কিন্তু কিমাননো একেসোপা ভাষণ শুনিব। গুছি আহিলোঁ।

নৰেশ্বৰ ঃ গৈছা যেতিয়া মিটিংখন শেষ কৰি আহিব পাৰিলা হয়।

মালতী ঃ অ মই তাত মিটিং চাই থাকিলে গাইজনী কোনে খিৰাব— আপুনি?

নৰেশ্বৰ ঃ (ভেঙুচালি কৰি) অ এতিয়া তুমি গাইজনীৰ মৰমতহে আহিলা। হেৰা মহিলা গোটৰ মিটিংলৈ গ'লে দেখোন তুমি আহিবলৈ নামেই নোলোৱা।

মালতী ঃ কিনো কথা কিছুমান কৈ আছে। বেলি মূৰত উঠিল আহি। পোৱালীটো ডাঙৰ হৈছে বুলিয়েই ইমান দেৰিলৈ বান্ধি ৰাখিব নোৱাৰি নহয়। (সাবিত্ৰীক মাতে) বোৱাৰী।

নৰেশ্বৰ ঃ তাই ভাত ৰান্ধি আছে— কি লাগে তুমিয়েই গৈ লৈ নহা কিয়।

মালতী ঃ তাই ভাত ৰান্ধিছে? মইতো তাইক ভাত ৰান্ধিবলৈ মানা কৰি থৈ গৈছিলোঁ। আহি ৰান্ধিব বুলি কৈছিলোঁ নহয় তাইক। তাই আকৌ কিয় ৰান্ধিব লাগে।

নৰেশ্বৰ ঃ মৰম বুজিছা মৰম। বোৱাৰীৰ তোমাৰ প্ৰতি থকা মৰম। কোনোবা জনমত তুমি কিবা ভাল কাম কৰিছিলা, সেই কাৰণে এনে বোৱাৰী পালা। নহ'লে আজি কালি দেখোন বোৱাৰী বিলাকে শহুৰ-শাহুক মানুহ বুলিয়েই নাভাবে। বিয়া হোৱা চাৰি-পাঁচ মাহ হ'ল কি নহ'ল, বেলেগ হৈ যায় দেখোন।

(সাবিত্ৰী প্ৰৱেশ)

সাবিত্ৰী ঃ মা মোক মাতিছিলে?

মালতী ঃ কি কৰি আছ— ভাত ৰান্ধিছ? তই আকৌ ভাত কিয় ৰান্ধিব লাগে। মই ৰান্ধিম বুলি কোৱা নাছিলো জানো।

সাবিত্ৰী ঃ এনেই বহি থকাতকৈ ভাত কেইটাকে বহাই দিলোঁ।

মালতী ঃ চাওঁ— মোক গাখীৰ খীৰোৱা বাল্টিটো দেচোন।

(সাবিত্ৰীৰ প্ৰস্থান)

নৰেশ্বৰ ঃ আজিৰ মিটিংত আৰু কি হ'ল তোমালোকৰ মহিলা গোটৰ ঋণ মাফ কৰিলেনে?

মালতী ঃ নাই— আজি দেখোন একো নক'লে।

নৰেশ্বৰ ঃ সেই কাৰণে কওঁ গোট কৰি একো লাভ নাই। দহ-বাৰজনী

মানুহে বিশ পঁচিছ হাজাৰ টকাৰ অনুদান এটা লৈ কিনো উন্নতি কৰিবাহে? তোমালোকে যিমান সময় গোটত দিয়া সিমান সময় ঘৰত দিলে হয়তো বেছি লাভ হ'ব।

মালতী ঃ গোটটো কৰাৰ কাৰণে অনুদানৰ নামত কিবা এটাতো পাইছোঁ, একো লোকচান হোৱা নাই। হয়— আমি টকা বেছি ঘটিব পৰা নাই, কিন্তু মহিলা গোটটো থকাৰ কাৰণে গাঁওখনৰ কিমান লাভ হৈছে দেখিছে নে নাই। কাৰোবাৰ বিপদ হ'লে, লাগ বুলিলেই টকা কেইটামান ধাৰলৈ ল'ব পাৰি। আমিও জানো লোৱা নাই। আগতে গাঁৱত মদৰ ঘাটি আছিল। এতিয়া গোটটো থকাৰ কাৰণে গাঁৱত মদ বেছিবলৈ কোনেও সাহস নকৰে। কিনো বেয়া হৈছে। আমিতো সপ্তাহত এদিনহে মিটিং কৰোঁ। নিজে কি কৰে— ইলেকশ্বন আহিলে দেখোন গাত তৰণি নাথাকে। দহ পোন্ধৰদিন ধৰি ঘৰত নাথাকে। মই বাৰু কম হ'লেও অনুদান এটা পাইছোঁৰেই— আপুনিনো কি পাইছে। আজিলৈ বি.পি.এল. কাৰ্ডখনকে বনাব নোৱাৰিলে। আমাৰ বোলে মাটি বহুত। আছে— মাটি নথকা নহয়, আছে কিন্তু কাগজতহে আছে। আধাতকৈ বেছি যে মাটি নদীখনে খালে তাক হ'লে কোনেও নেদেখে।

(সাবিত্ৰীৰ প্ৰৱেশ হাতত এটা বাল্টি)

সাবিত্ৰী ঃ (মালতীক বাল্টিটো দিয়ে) মা এইটো।

(সাবিত্ৰীৰ প্ৰস্থান)

(নৰেশ্বৰ চকু নেপথ্যত থকা গোহালিটোৰ ওপৰত পৰে)

নৰেশ্বৰ ঃ হেৰা আজি গাখীৰ বাদ দিয়া।

মালতী ঃ কি হ'ল?

নৰেশ্বৰ ঃ পোৱালিটো মাকজনীৰ ওচৰত কোনে বান্ধিলে। মইতো দূৰত বান্ধি থৈ দিছিলোঁ।

মালতী ঃ ময়েই এইমাত্ৰ বান্ধি থৈ আহিছিলোঁ। (বাল্টিটো লৈ বাহিৰলৈ ওলাই যায়) ইচ এইজনীৰ পৰা আৰু নোৱাৰি। এই চাওঁ— এইফালে যা আস।

প্ৰশান্ত ঃ (নেপথ্যত) কি হ'ল মা-পোৱালীয়ে গাখীৰ পিলে নেকি?

মালতী ঃ (নেপথ্যত) হ'ব দে গাখীৰ পিলে যেতিয়া আজি নিখিৰালেও হ'ব।

(প্ৰশান্তৰ প্ৰৱেশ হাতত কিছু কেঁচা পাচলি)

নৰেশ্বৰ ঃ আহিলি। পাচলি ক'ৰ পৰা আনিলি— পামৰ?

প্ৰশান্ত ঃ অ তাৰ পৰাই আনিছোঁ।

নৰেশ্বৰ ঃ খেতি কেনে হৈছে— ভাল হৈছে নহয়?

প্ৰশান্ত ঃ ভাল হোৱাতটো হৈছে। এতিয়া পানীয়ে বা কি কৰে। এই কেইদিন পানী যেনেকৈ বাঢ়িছে, ভয়েই লাগিছে খেতি ৰয়গৈ বা নৰয়।

নৰেশ্বৰ ঃ বেছি চিন্তা নকৰিবি। এইবাৰ পানী সোমাব নোৱাৰে। আগতে মথাউৰিটো নথকাৰ বাবেহে পানী সোমাইছিল। এতিয়া মথাউৰিটো হ'ল যেতিয়া পানী কেনেকৈ সোমাব?

প্ৰশান্ত ঃ মথাউৰিটো হ'ব বুলিয়েই মাটিখিনি বন্ধক লৈ খেতি কৰিছিলোঁ। মথাউৰিটো হোৱাত হ'ল। কিন্তু পানী যেনেকৈ বাঢ়িছে মথাউৰিটোৱে যে পানীক ভেটিব পাৰিব তাৰ সন্দেহ আছে।

(মালতীৰ প্ৰৱেশ হাতৰ বাল্টিটো দেখুৱাই)

মালতী ঃ যেনে তেনে চাহ এটুপি খাবলৈ অলপ ওলাল। (প্ৰশান্তক) ববৰোপা— গাইজনীক খেৰ কেইডালমান দেচোন। মই ছাঁত বান্ধি থৈ আহিছোঁ।

নৰেশ্বৰ ঃ (চোতালত থকা বাল্টি এটা দেখুৱাই) তাতে কালিৰ ৰাতিৰ নিসনিখিনি আছে। মই নিমখ দি থৈ দিছোঁ। তেতিয়াই দিব লাগিছিল, পাহৰিলোঁ দিব। তাকো দিবি।

(প্ৰশান্তই চোতালত থকা বাল্টিটো লৈ বাহিৰলৈ ওলাই যায়)

মালতী ঃ হেৰি আজি গা নোধোৱে নেকি? কিমান সময় হ'ল লক্ষ্য কৰিছেনে নে নাই। ভাত নাখায়?

নৰেশ্বৰ ঃ হ'লেই আৰু (খৰাহীটো দেখুৱাই) এইটোৰ কামিটো বান্ধিলেই হ'ল আৰু।

মালতী ঃ কিমান দিন কৈছোঁ, সময়ৰ কাম সময়ত কৰিব লাগে। ইমান দেৰিলৈ কোনোবাই গা ধুবলৈ বাকী থাকে নেকি? কিবা খালেনে

নাই?

নৰেশ্বৰ ঃ বোৱাৰীয়ে চাহ দিলে।

মালতী ঃ খালী চাহ নে আৰু কিবা খালে?

নৰেশ্বৰ ঃ কি খাবা আৰু?

মালতী ঃ খালি চাহ খাই ইমান সময় আছে। বোৱাৰীক চিৰা কেইটামানকে দিবলৈ নক'লে কিয়।

নৰেশ্বৰ ঃ তাই সুধিছিলে— মইহে নাখাওঁ বুলি ক'লোঁ। কালিৰ পৰা কিবা আভোক আভোক লাগি আছে। একো খাবলৈ মন নোযোৱা হৈছে। আকৌ গেচ্‌ট্ৰিক্ হৈছে নেকি? হেৰা মাছ আছেনে?

মালতী ঃ সৰু মাছ কেইটামান থাকিব লাগে।

নৰেশ্বৰ ঃ ৰাতিলৈ পাৰিলে সৰু মাছৰ সৈতে সাৰৰ আঞ্জা অলপ ৰান্ধিবা। গেচ্‌ট্ৰিকৰ বাবে কলৰ সাৰ উত্তম ঔষধ।

মালতী ঃ কিমান কওঁ খোৱাৰ সময়ত খাব লাগে— নাখায়। সময় অসময় নাই, যেতিয়াই তেতিয়াই চাহকে গিলি থাকিলে গেচট্ৰিক নহয় আৰু কি হ'ব।

(প্ৰশান্তৰ প্ৰৱেশ)

প্ৰশান্ত ঃ মা পানী এগিলাচ দেচোন। বৰ পিয়াহ লাগিছে।

মালতী ঃ (প্ৰশান্তক) আনিছো ৰ। (নৰেশ্বৰক) আপুনি গাটো ধুই ভাতকেইটা খাই লওকহি। সময়ত ভাত নাখাব আৰু পাছত গেচট্ৰিক হৈছে বুলি ক'ব।

(মালতীৰ প্ৰস্থান)

প্ৰশান্ত ঃ তোৰ গেচট্ৰিক হৈছে পিতাই?

নৰেশ্বৰ ঃ মাৰৰ কথা শুনিছ— মুখত যি আহে তাকেই আবোল-তাবোল বকে।

প্ৰশান্ত ঃ মায়ে কিনো ভুল কৈছে— তই সময়ত ভাত খাব লাগে। নিজৰ স্বাস্থ্যৰ প্ৰতি নিজেই চকু নিদিলে আৰু কোনে দিব। এতিয়া তই সৰু পোৱালী নহয় দেচোন।

নৰেশ্বৰ ঃ সেইবোৰ বাদ দেচোন। খেতিৰ বাবে বেংকৰ পৰা লোৱা ল'নটো মাৰিবলৈ আৰু কিমান বাকী আছে?

প্ৰশান্ত ঃ আধা মোটামুটি শেষ। ভাবিছিলোঁ— খেতিখিনি চপাই বাকীখিনি মাৰিব পাৰিম। কিন্তু পানী যিমান বাঢ়িছে সিমান চিন্তাও বাঢ়িছে। এনেকৈ পানী বাঢ়ি থাকিলে লাভ হোৱাটো বাদেই মূলধনখিনিও নোলাব যেন লাগিছে।

নৰেশ্বৰ ঃ বৰ বেছি চিন্তা নকৰিবি। ভগৱানৰ ওপৰত বিশ্বাস ৰাখ।

প্ৰশান্ত ঃ ক'ত আছে ভগৱান পিতাই— ক'ত আছে ভগৱান। যদি সঁচাকৈ ভগৱান আছে তেন্তে ইমানদিনে আমালৈ মূৰ দাঙি চোৱা নাই কিয়? কি ভুল কৰিছোঁ আমি। কোনো দিনে কাৰোৰে একো বেয়া কৰা নাই। কাৰোৰে একো ক্ষতি কৰা নাই। তথাপিও আমাৰ কিয় ভাল নহয়? কি কৰিম কি নকৰিম একো ভাবি পোৱা নাই।

নৰেশ্বৰ ঃ বেছি ভাঙি নপৰিবি। জীৱনটো এনেকুৱাই। এইয়া আৰম্ভণিহে। আমি এনেদৰেই জিকিব লাগিব আমাৰ জীৱন। জীৱনত আৰু ক'ত কিমান পৰীক্ষা আহিব। আমি প্ৰতিটো পৰীক্ষাৰে সন্মুখীন হ'ব লাগিব— কেতিয়াবা অকলে আৰু কেতিয়াবা সকলোৰে সৈতে।

প্ৰশান্ত ঃ পৰীক্ষালৈ ভয় কৰা নাই। পৃথিৱীলৈ আহিছো যেতিয়া জীয়াই থাকিবলৈ প্ৰতিটো মুহূৰ্ততে পৰীক্ষাৰ সন্মুখীন হ'বই লাগিব। কিন্তু কিমান আশাৰে বেংকৰ পৰা ল'নলৈ মাটি বন্ধকলৈ খেতি কৰিছোঁ। আৰু এতিয়া পানীয়ে আহি সকলো শেষ কৰি দিব। তেতিয়া হতাশ নহয় আৰু কি হ'ম?

(সাবিত্ৰীৰ প্ৰৱেশ হাতত পানীৰ গিলাচ প্ৰশান্তক দিয়ে)

সাবিত্ৰী ঃ পানী। (নৰেশ্বৰক) পিতাই মায়ে গা ধুব কৈছে। তেওঁ ভাত সজাব গৈছে।

নৰেশ্বৰ ঃ যাওঁ আৰু— অলপ বাকী।

সাবিত্ৰী ঃ পাছত কৰিব যাওক। প্ৰথমে ভাতকেইটা খাই লওকগৈ। ভাত খোৱাৰ পাছত যি কৰে কৰি থাকিব।

নৰেশ্বৰ ঃ তহঁত দুজনীৰ পৰা নোৱাৰি। শাহুৰেক যেনেকুৱা বোৱাৰীয়েকো তেনেকুৱা।

(নৰেশ্বৰৰ প্ৰস্থান)

প্ৰশান্ত ঃ তুমিহে পিতাক কণ্ট্ৰল কৰিব পাৰা আমাৰ কথা নুশুনে।

সাবিত্ৰী ঃ মোৰ কথানো ক'ত শুনে। কিবা ক'লে এনে দেখুৱাই যেন মোৰ কথা সকলো শুনে। ক'ব বোৱাৰীয়ে মোক যি কয় মই তাকেই কৰিম। পিছে তেওঁ তেনেকৈ কোৱাত কয়হে। মোৰ কথা হ'লে একো নুশুনে। এবাৰ যি নিজে থিৰাং কৰে তাকেই কৰে। হেৰি আপোনাৰ ভাত কেইটাও সজাওঁগৈ নে?

প্ৰশান্ত ঃ তুমি খোৱাগৈ যোৱা— মই অলপ দেৰিকৈ খাম।

সাবিত্ৰী ঃ মোৰো ইমান ভোক লগা নাই— একেলগে খাম দিয়ক।

প্ৰশান্ত ঃ তোমাৰ গা ঠিকে আছেটো?

সাবিত্ৰী ঃ কিনো হ'ল মোৰ।

প্ৰশান্ত ঃ বৰ কষ্ট হৈছে নহয় তোমাৰ। এনেকুৱা সময়টো ইমান কাম।

সাবিত্ৰী ঃ কিনো কষ্ট কৰিছোঁ। বেছিখিনি কাম দেখোন মায়ে নিজেই কৰে। মই কৰিব গ'লেও দেখোন খঙহে কৰে। আৰু দুই এপদটো কৰিবই লাগিব। গাঁৱৰ বোৱাৰী হিচাপে সেইখিনি নকৰিলে ওচৰ-চুবুৰীয়াই বদনমহে কৰিব।

(প্ৰশান্ত অন্যমনস্ক কিবা চিন্তা কৰি থকা দেখি)

সাবিত্ৰী ঃ আপোনাৰ কি হৈছে— কি চিন্তা কৰিছে?

প্ৰশান্ত ঃ নাই।

সাবিত্ৰী ঃ কি হৈছে কওকচোন।

প্ৰশান্ত ঃ ভাবিছিলোঁ পামৰ খেতিৰ পৰা অলপ লাভ হ'ব। খেতিও ভাল হৈছিলোঁ। পিছে এতিয়া পানী যেনেকৈ বাঢ়িছে ভয়েই লাগিছে, খেতি ৰ'ব নে নৰয়? বৰ চিন্তা হৈছে জানা। ইফালে তোমাৰ ডেলিভাৰীৰ সময়ো পালেহি।

সাবিত্ৰী ঃ মই আপোনাক আগতেই কৈছোঁ মোৰ ডেলিভাৰীৰ কথা বেছিকৈ চিন্তা নকৰিব। আমাৰ কিবা এটা হ'লে মোৰ ঘৰখন নাই নেকি? দাদাই সদায় খবৰ লয়। টকা-পইচাৰ অসুবিধা হ'লেই ক'ব দিছে।

প্ৰশান্ত ঃ তোমাৰ ঘৰৰ ভৰষাত মই তোমাক বিয়া পতা নাই নহয়। স্বামী হিচাপে তোমাৰ দায়িত্ব মোৰ— বেলেগৰ নহয়।

সাবিত্ৰী ঃ আপুনি আপোনাৰ দায়িত্ব পালন কৰা নাই বুলি কোৱা নাই নহয়।

কিন্তু কেতিয়াবা প্ৰয়োজনত আমি দাদাহঁতৰ সহায় ল'বই লাগিব তাকেইটো পৰিয়াল বুলি কয়। আৰু সকলো দিন একে নহয়, কেতিয়াবা বেয়া দিনো উপভোগ কৰিব লাগে। বেয়া দিন উপভোগ কৰিলেহে ভাল দিনৰ মাদকতা বেছিকৈ লাভ কৰিব পাৰি। এইটোৱেই জীৱন আৰু জীৱনৰ মূল্য আমি শিকাতো অতি দৰকাৰ। জীৱন এটাই আৰু এটা জীৱনতে সুখ-দুখ, প্ৰাপ্তি-অপ্ৰাপ্তি সকলো থাকে। তাক আমি গ্ৰহণ কৰি জানিব লাগিব। সুখৰ দৰে দুয়ো জীৱনৰে এক অংশ।

প্ৰশান্ত ঃ চাকৰিটো হ'ব হ'ব বুলি শেষত নহ'লগৈ। নামটো মেৰিট্ লিষ্টতহে আহিল। চাকৰি কিন্তু নহ'ল।

সাবিত্ৰী ঃ তাতে কি হ'ল— পৃথিৱীত কেৱল চাকৰিয়াল কেইজনহে জীয়াই আছে নেকি? আমাৰ প্ৰেম বিবাহ। মোক আপুনি, আপোনাক মই বুজি পোৱাৰ বাবেহে আমি বিয়া পাতিছো। আপোনাৰ অবিহনে কোনো বিশাল অট্টালিকাৰ থাকি মই সুখ লাভ নকৰোঁ। মোৰ সুখ আপোনাৰ সৈতে এই পঁজাটোতে। আপুনি নক'লেও মই বুজোঁ কিমান ভালপায় আপুনি মোক। মোৰ বাবে কিমান চিন্তা কৰে।

প্ৰশান্ত ঃ হতাশবোধ আৰু অপ্ৰাপ্তিৰ যন্ত্ৰণাই জীৱনটোক কুণ্ঠিত কৰি পেলাইছে।

সাবিত্ৰী ঃ কিয়নো তেনেকৈ ভাবিছে— যন্ত্ৰণাই জানো আমাৰ সপোনবোৰক মৰহি পেলাব পাৰে। ওহোঁ নোৱাৰে।

প্ৰশান্ত ঃ সকলো বুজোঁ— জীৱনৰ মায়া যে বৰ বিচিত্ৰ। সকলো শেষ হৈ যোৱাৰ পাছতো আশা আৰু সপোনৰে মানুহ জীয়াই থাকিব বিচাৰে। তথাপিও নিজকে কেতিয়াবা বৰ ভাগৰুৱা ভাগৰুৱা যেন অনুভৱ হয়।

সাবিত্ৰী ঃ জীৱনত ক'ত কেতিয়া কি হয় তাক কোনেও নাজানে। কেতিয়াবা এনে সময়ো আহি উপস্থিত হয়, যেতিয়া কোনো প্ৰশ্নৰ উত্তৰ বিচাৰি নোপোৱা সত্বেও আমি বিভিন্ন প্ৰশ্নৰ পাছে পাছে ঘূৰি হাহাকাৰ কৰি ফুৰোঁ। কিমান যে বিচিত্ৰ এই জীৱন। এই

বৈচিত্ৰ্যতাতেই আছে জীৱনৰ প্ৰকৃত স্বৰূপ— প্ৰকৃত সত্য। জীৱন মানেনো কি? জীৱন মানেটো হৈছে, 'প্ৰাপ্তিৰ সমাধি অপ্ৰাপ্তিৰ সমাহাৰ।'

প্ৰশান্ত ঃ কথাবোৰ ঠিক তুমি কোৱাৰ দৰে ইমান সহজ নহয়। আজি আমি দুজন— কেইদিনমানৰ পাছত তিনিজন হ'ম। আমাৰ প্ৰয়োজন দিনক দিনে আৰু বাঢ়িবহে— নকমে। কথাবোৰ চিন্তা কৰিলে বৰ ভয় লাগে। এনেকৈ কিমান দিন সংসাৰ চলিব।

সাবিত্ৰী ঃ এতিয়াও আপোনাৰ বয়স উকলি যোৱা নাই নহয়। হ'ব দিয়ক কিবা এটা হ'ব। আমাৰো এদিন ভাল দিন আহিব দিয়ক।

প্ৰশান্ত ঃ পিতাইক ইমান দিন ক'লোঁ, ইলেকশ্বনত ইমান লাগি দিলি। সিহঁত জিকিলেও। ইমানখিনি কৰি দিয়াৰ পাছত সিহঁতৰ ওচৰত হাত পাতিলে একো ভুল নহয়। নাই— তেওঁ কোনো কথাই নুশুনে।

সাবিত্ৰী ঃ পিতাক দেখোন আপুনি মোতকৈ বেছি ভালদৰে জানে। কিমান আত্ম অভিমানী। যিমানেই কষ্ট নহওক কিয়, নিজৰ বাবে কাৰোৰে ওচৰত হাত মেলিব নোৱাৰে। ইলেকশ্বনত তেওঁৰ নিজৰ লাভৰ বাবে লাগি দিয়া নাছিল নহয়। তেওঁৰ এটাই কথা— মথাউৰিটো হ'ব লাগে।

(বাহিৰৰ পৰা কংকনৰ প্ৰৱেশ)

কংকন ঃ বৌ অ বৌ। সোনকালে কিবা এটা দিয়া। বৰ ভোক লাগিছে। ভাত খাই উঠি আকৌ এফালে যাব লগা আছে।

প্ৰশান্ত ঃ (তাচ্ছিল্য কৰি) অ আমাৰ মহাশয়ে পৃথিৱী জয় কৰি আহিছে তাৰ পাছত বিশ্বব্ৰহ্মাণ্ড জয় কৰিবলৈ যাব। তেখেতৰ সময় নাই। (সাবিত্ৰীক) যোৱা ভাতকেইটা দিয়াগৈ। (কংকনক) পিছে ক'ৰ পৰা আহিলি তই।

সাবিত্ৰী ঃ কিয়নো তাক তেনেকৈ কৈছে? আহিছেহে— উশাহটো ল'বলৈ দিয়ক। (কংকনক) তুমি হাত-ভৰি কেইটা ধুই লোৱাগৈ মই ভাত সজাওগৈ।

কংকন ঃ সেই কাৰণে বৌ তুমিয়েই মোৰ সবাতোতকৈ প্ৰিয়। তোমাৰ বাহিৰে মোক কোনেও বুজি নাপায়। (প্ৰশান্তক লক্ষ্য কৰি) বুজি

নাপায় বুলি ক'লে ভুল হ'ব। আচলতে বুজিবলৈ চেষ্টা নকৰে।

প্ৰশান্ত ঃ সেইবোৰ বাদ দে। এটা কথা কচোন— পুৱা দৌৰিব গৈছিলি নে নাই?

কংকন ঃ নাই সাৰেই নাপালোঁ।

প্ৰশান্ত ঃ (সাবিত্ৰীক) শুনা— মহাশয়ৰ কথা, সাৰেই নাপালে। (কংকনক) তোক মই কালি কি কৈছিলো মনত পেলাচোন। ঘৰৰ কাম নকৰ নাই কোনো কথা নাই। কিন্তু নিজৰ ভৱিষ্যতৰ কথাটো চিন্তা কৰ। পুৱা, আবেলি মই তোক দৌৰিব কৈছোঁ নে নাই। গাঁৱৰ তোৰ লগৰ সকলোৱেতো দৌৰাৰ প্ৰেক্টিচ কৰি আছে। তই দৌৰিলে কি হয়। ছয়-সাত মাহৰ পাছত ইলেকশ্বন। বেলেগ চাকৰি নহ'লেও ইলেকশ্বনৰ আগত চৰকাৰে পুলিচৰ চাকৰিৰ পষ্ট কেইটামান খুলিব। কেইদিনমান কষ্ট কৰিলে চিৰ জীৱন আৰামত খাব পাৰিবি।

কংকন ঃ মোৰ হ'লে পুলিচ-চুলিচ হ'বৰ মন নাই।

প্ৰশান্ত ঃ তেন্তে কি কৰিম বুলি ভাবিছ। জীৱন নামৰ এই সমীকৰণটো দেখাত বৰ সহজ যেন লাগিলেও বৰ জটিল। ঠিক এডাল সৰল ৰেখাৰ দৰে যদি ৰেখাডালৰ কোনো অংশত সামান্য কিবা ভুল এটা হয় তেন্তে হাজাৰ চেষ্টা কৰিলেও তাক শুধৰাব নোৱাৰি।

কংকন ঃ জীৱনত কিবা এটা কৰিব পাৰিম, নে নোৱাৰিম সেইটো মোৰ বাবে ডাঙৰ কথা নহয়। মোৰ বাবে আচল কথাটো হ'ল জীৱনে যি নিৰ্দিষ্ট গতিৰে আগবাঢ়ে মই সেই গতিৰে আগবাঢ়িব বিচাৰোঁ। জীৱনৰ এই গতি যেতিয়াই স্তব্ধ হয় তেতিয়াই প্ৰকৃততে জীৱনৰো অন্ত হয়। গেজুয়েচনৰ ৰিজাল্টৰ বাবে ৰৈ আছোঁ। তাৰ পাছত এন.এচ.ডি. ট্ৰাই কৰিম।

প্ৰশান্ত ঃ এন.এচ.ডি. ট্ৰাই কৰিবি। হেৰৌ— এন.এচ.ডি মানে কি জানটো? ৰাষ্ট্ৰীয় নাট্য বিদ্যালয়— তাত চীট্ পোৱাটো ইমান সহজ নহয়।

কংকন ঃ মই চীট্ পাওঁ নে নাপাওঁ তাক নাজানো। কিন্তু এটা কথা ভালদৰে জানো নাটকৰ অবিহনে মই এক মুহূৰ্তও জীয়াই থাকিব নোৱাৰোঁ।

প্ৰশান্ত ঃ পৃথিৱীৰ প্ৰতিজন ব্যক্তিয়ে যদি নিজৰ পছন্দৰ মতে নিজৰ পছন্দৰ

কামবোৰ কৰিব পাৰিলেহেঁতেন এই পৃথিৱীখন বৰ সুন্দৰ হ'ল হয়। তেতিয়া ডাৰউইনৰ অস্তিত্বই নাথাকিলে হয়। কিন্তু জীৱনটো ইমান সহজ নহয়। আমাৰ নিচিনা মধ্যবিত্ত শ্ৰেণীৰ মানুহে পাহৰি যাব নালাগে যে আমি আঁঠুৰা চাইহে ভৰি মেলিব লাগে। আমি সকলো কাম নিজৰ মনৰ মতে কৰিব নোৱাৰোঁ। আমাৰ নিচিনা মানুহৰ পেট নাটক চিনেমাই ভৰাব নোৱাৰে।

সাবিত্ৰী ঃ হ'ব দিয়কচোন— তাৰ এতিয়া বয়স উকলা নাই নহয়। বয়স থাকোঁতেই ভাল লগাখিনি নকৰিলে আৰু কেতিয়া কৰিব।

প্ৰশান্ত ঃ তুমি তাৰ হৈ ওকালতি নকৰিলে নহ'ব নে? (কংকনক) আৰু এটা কথা কচোন— কালি যে তোক মই ঘৰৰ বজাৰ কৰিবলৈ টকা দিছিলোঁ তই বজাৰ কৰিলেনে?

(কংকনে একো উত্তৰ নিদি ভিতৰলৈ যাব বিচাৰে)

প্ৰশান্ত ঃ কি হ'ল টকাৰ কথা সোধাৰ লগে লগে পলাব বিচাৰিছ যে। কি কৰিলি টকাখিনি?

কংকন ঃ কাইলৈ আনি দিম।

প্ৰশান্ত ঃ কি— কাইলৈ আনি দিম। এটা সৰু কাম কৰিব দিলোঁ তাকো নকৰিলি। ভৰিৰ ওপৰত ভৰি তুলি আনৰ উপাৰ্জনৰে কিমান দিন খাম বুলি ভাবিছ? কিমান কষ্ট কৰি ঘৰখন চলাই আছোঁ তই জাননে।

কংকন ঃ পিতায়ে মোক যদি তোৰ নিচিনা সুবিধা দিলে হয় আজি জীৱনত মই বহুত কিবা কিবি কৰিব পাৰিলোঁ হয়। সদায় দেখোন ডাঙৰ বুলি প্ৰথমতে তই সুবিধাবোৰ ল'ব। তইনো কি কৰিছ? ইমান পঢ়ি-শুনি বেকাৰ হৈ বহিহে আছ।

প্ৰশান্ত ঃ মুখে মুখে কথা ক'ব আহিছ। (সাবিত্ৰী) আৰু মৰম কৰা ইয়াক। ডাঙৰক কেনেকৈ কথা ক'ব লাগে তাকো নজনা হ'ল। মইনো তাক কি ক'লোঁ। প্ৰয়োজনীয় বজাৰখিনি কিয় কৰা নাই তাকহে সুধিছোঁ। তাকো বজাৰ কৰিবলৈ টকা মই দিছো। তোকটো টকা ঘটি বজাৰ কৰিব দিয়া নাই।

সাবিত্ৰী ঃ হ'ব দিয়ক— সি কাইলৈ আনি দিম বুলি কৈছে নহয়। এতিয়া

সি ভোকে লঘোণে আহিছে ভাত কেইটা খাই লওকগৈ। (কংকনক) যোৱা তুমি হাত ভৰিকেইখন ধুই লোৱাগৈ।
(কংকন যাব বিচাৰে প্ৰশান্তই বাধা দিয়ে।)

প্ৰশান্ত ঃ ঠিক আছে তই বজাৰ নকৰিলি নাই। কিন্তু মোক এটা কথা ক' মই তোক বজাৰ কৰিব দিয়া টকাখিনি ক'ত খৰচ কৰিলি? নাটকৰ নামত খৰচ কৰিলি? (সাবিত্ৰীক) কালি ই কাৰোবাৰ লগত নাটকৰ টকা-পইচাৰ বিষয়ে কথা পাতি থকাটো মই শুনিছোঁ।

কংকন ঃ যি আনিবি দিছিলি তাক মই কাইলৈ আনি দিম বুলি কৈছোঁ নহয়। এতিয়া টকা মই ক'ত খৰচ কৰিলোঁ তাক নোসোধাই ভাল।

প্ৰশান্ত ঃ তই বজাৰ ক'ৰ বা নক'ৰ সেইটো মোৰ বাবে ডাঙৰ কথা নহয়। মোৰ বাবে এতিয়া ডাঙৰ কথা টকাখিনি ক'ত খৰচ কৰিলি?

কংকন ঃ তই মোৰ দাদা হ'লি বুলিয়েই মই তোক সকলো কথা ক'ব নোৱাৰোঁ নহয়। মোৰো এটা ব্যক্তিগত জীৱন আছে।

প্ৰশান্ত ঃ কিন্তু টকা মোৰ।

কংকন ঃ সেইটো মই জানো। আৰু জানো বাবেই ইমানখিনি কথা শুনি আছোঁ। চিন্তা নকৰিবি কাইলৈ মই তোক তোৰ টকা ওভতাই দিম।

প্ৰশান্ত ঃ তই মোক ইমান কথা ক'ব পৰা হ'লি। নহ'ব মোক এতিয়াই মোৰ টকা লাগিব।

সাবিত্ৰী ঃ (প্ৰশান্তক) হেৰি— কিনো একে কথাতে লাগি আছে সি কাইলৈ আনি দিম বুলি কৈছে নহয়। (কংকনক) আৰু তুমি যোৱা।

প্ৰশান্ত ঃ তুমি মনে মনে থকা। সি যেতিয়া মোক ইমান কথা ক'ব পৰা হ'ল, সি মোক এতিয়াই টকাখিনি ঘূৰাই দিব লাগিব। আৰু যদি নোৱাৰে সি টকাখিনি ক'ত খৰচ কৰিলে তাৰ হিচাপ দিব লাগিব।

কংকন ঃ শুন দাদা। মই তোক কাইলৈ তোৰ টকাখিনি ঘূৰাই দিম বুলি কৈছোঁ নহয় মই দিম। যেনেকৈ নহওক কিয় মই দিম। দৰকাৰ হ'লে কাৰোবাৰ ঘৰত হাজিৰা কৰিম। আৰু যদি হাজিৰা নাপাওঁ তেন্তে নিজৰ তেজ বেছি হ'লেও তোৰ টকাখিনি ঘূৰাই দিম।

(বাহিৰলৈ যাব বিচাৰে)

সাবিত্ৰী ঃ সৰু ক'ত যাব ওলাইছা— ভাত খোৱাহি।

প্ৰশান্ত ঃ য'লৈ যাব বিচাৰিছে যাওক। তাক যাবলৈ দিয়া।
(কংকনে ঘূৰি চায়)

কংকন ঃ তইতো তাকেই বিচৰা। মই মৰিলেই তই শান্তি পাবি যাতে পিতায়ে সম্পত্তিৰ ভাগ-বতৰা কৰিব নালাগে।
(কংকন বাহিৰলৈ ওলাই যায়)

প্ৰশান্ত ঃ কি? কি ক'লি— সম্পত্তিৰ বাবে। কি সম্পত্তিৰ কথা কৈছ? (সাবিত্ৰীক) ই কি সম্পত্তিৰ কথা কৈছে? আমাৰ আধাতকৈ বেছি মাটি নদীখনে খালে। আৰু যিখিনি আছে সেইখিনিও কেতিয়া খায় তাৰ কোনো ভৰষা নাই। ই মোক সম্পত্তিৰ কথা কয়।

**(পট পৰে)**

## দ্বিতীয় দৃশ্য

(দৃশ্যসজ্জা ঃ প্ৰথম দৃশ্যৰ অনুৰূপ। নৰেশ্বৰৰ ঘৰ। ৰাতিপুৱাৰ সময়। প্ৰশান্ত ঘৰৰ পিৰালিত বহি থাকে। সাবিত্ৰীয়ে চাহ লৈ প্ৰৱেশ কৰে)

সাবিত্ৰী ঃ চাহ।

প্ৰশান্ত ঃ তোমালোকে খালা?

সাবিত্ৰী ঃ আপুনি লওকচোন আমি পাছত খাম। (সাবিত্ৰীয়ে ভিতৰলৈ যাব বিচাৰে প্ৰশান্তই মাতে ৰৈ যায়)

প্ৰশান্ত ঃ শুনাচোন (ওচৰত বহিবলৈ আগ্ৰহ কৰে) মোৰ ওচৰত বহাচোন।
(সাবিত্ৰী প্ৰশান্তৰ ওচৰত বহে)

সাবিত্ৰী ঃ কওক— কি ক'ব লগা আছিল।

প্ৰশান্ত ঃ কিবা কথা থাকিলেহে মোৰ ওচৰত বহিবলৈ কওঁ নেকি— এনেয়ে বহিব নোৱাৰা।

সাবিত্ৰী ঃ কি হ'ল। পুৰাই পুৰাই ইমান চিৰিয়াছ হৈ আছে যে। কথা কি?

প্ৰশান্ত ঃ কেতিয়াবা অনৰ্গল ভাবে কথা ক'বলৈ মন যায়। সৰু কেঁচুৱাৰ দৰে তোমাৰ কোলাত নিজৰ মূৰ থৈ কান্দিব মন যায়। মনৰ সকলো দুখ-ক্ষোভ চিঞৰি চিঞৰি প্ৰকাশ কৰিবলৈ মন যায়। কিন্তু ক'ব বিচৰা মনৰ কথাবোৰ ক'বলৈ যে ভাষাই বিচাৰি নাপাওঁ। ক'ৰ পৰা কি আৰম্ভ কৰিম একো উৰাদিহ নাপাওঁ।

সাবিত্ৰী ঃ মোৰ ডেলিভাৰীৰ কথা চিন্তা কৰিছে নহয়। কিমান মানা কৰিছোঁ ইমান সৰু কথাটোকে ইমান চিন্তা কৰিছে কিয়? যি হয় সময়ত দেখা যাব নহয়। আপুনি এনেকৈ থাকিলে জানো মোৰ কিবা ভাল লাগে। আপুনিতো এনেকুৱা নাছিলে— সময়ে কিমান সলনি কৰিলে আপোনাক।

প্ৰশান্ত ঃ সময় এনেকুৱাই— সময়ৰ লগত সকলো সলনি হ'বলৈ বাধ্য হয়। কিনো ক'ম— জীৱনটো এটা অবুজ কবিতা হৈ পৰিছে।

সাবিত্ৰী ঃ এনেধৰণৰ নিৰাশাজনক কথা আপোনাৰ মুখত ভাল নালাগে।

প্ৰশান্ত ঃ ভাল নালাগিলেও কৰিবা কি? বাস্তৱ বৰ কঠিন।

সাবিত্ৰী ঃ তাতে কি হ'ল সেই কাৰণে আমি কি প্ৰতিটো মুহূৰ্ত চিন্তা কৰিয়েই কটাব লাগিব? এনেকৈ যদি প্ৰতিটো মুহূৰ্ত চিন্তা কৰিয়েই কটাব লাগে তেন্তে জীয়াই থাকিব কেতিয়া? মই এনেকৈ জীয়াই থাকিবলৈ ভাল নাপাওঁ। এনেকৈনো মানুহে জীয়াই থাকেনে?

প্ৰশান্ত ঃ তুমি এতিয়াও সপোনৰ ৰাজ্যতে আছা।

সাবিত্ৰী ঃ আছোঁ যদি আছোঁ— আৰু মই এনেকৈয়ে সুখী। এইদৰে মই আপোনাকো সদায় সুখী হৈ থকাটো বিচাৰোঁ।

প্ৰশান্ত ঃ মোৰ এই সৰু পৃথিৱীখনত তুমি, মা, পিতা আৰু সৰু সুখী হৈ থাকিলে মোক জানো আৰু কিবা বেলেগ সুখৰ প্ৰয়োজন।

সাবিত্ৰী ঃ আৰু ভালপোৱা মানুহজন যদি দুখ চিন্তাত থাকে, আমি জানো সুখী হ'ব পাৰিম? আজি কালি দেখোন আপুনি আপোনাৰ ভাল লগা কামবোৰো কৰিবলৈ বাদ দিছে। মন কৰিছেনে আপুনি কিমান দিন হ'ল নতুন গান লিখা নাই, গুণগুণোৱা নাই। পাহৰি নাযাব— আমাক কলেজত আপোনাৰ গানেহে ওচৰ চপাই

আনিছিল।

প্ৰশান্ত ঃ সময়ে নাপাওঁ দেখোন।

সাবিত্ৰী ঃ সময় বুলি নক'ব— মন নাই বুলি কওক। সময়ক কিয় দোষ দিছে। ইচ্ছা কৰিলে আমি যিমানেই ব্যস্ত নহওঁ কিয় অলপ সময় নিজৰ বাবে উলিয়াই হ'লেও ভাল লগা কামবোৰ কৰিব পাৰো। তেনে কৰিলে আমাৰ কোনো ক্ষতি নহয় বৰং জীৱনটো উপভোগ্যহে হয়। সেইকাৰণে মই ভালপাওঁ জীৱনৰ গান গাবলৈ। মই ভালপাওঁ পক্ষীৰ দৰে উৰি ফুৰিবলৈ। আমি আগতে কি কৰিছিলোঁ বা ভৱিষ্যতে কি কৰিম, সেয়া ডাঙৰ কথা নহয়। ডাঙৰ কথা হ'ল এতিয়া আমি কি কৰি আছোঁ। কেতিয়াবা লক্ষ্য কৰিবচোন এই বিশ্বব্ৰহ্মাণ্ডত কোটি কোটি তৰা থকাৰ পাছতো আমি সূৰ্যটোকহে কিয় ইমান গুৰুত্ব দিওঁ? কাৰণ আমি আমাৰ জীৱন দায়িনী ৰশ্মি আন তৰাৰ পৰা নহয়, সূৰ্যৰ পৰাহে পাওঁ। সূৰ্যটো আছে বাবেহে আমাৰ অস্তিত্ব আছে— সূৰ্যৰ অবিহনে আমি মূল্যহীন। মোক আগৰ মানুহজনক লাগে। জীৱনটোত কিমান দিন জীয়াই থাকোঁ সেয়া ডাঙৰ কথা নহয়। ডাঙৰ কথা হ'ল জীয়াই থকা কালত আমি জীৱনটোক কিমান উপভোগ কৰিলোঁ। আমাৰ বাবে আপুনি সূৰ্য হ'ব লাগে। (প্ৰশান্তই তধা লাগি চাই থাকে) কি হ'ল?

প্ৰশান্ত ঃ বন্ধ নকৰিবা কৈ থাকা। কথাবোৰ শুনি কলেজৰ সবাতোতকৈ ৰাংঢালী ছোৱালীজনীলৈ মনত পৰি গ'ল। তোমাৰ প্ৰেমত আকৌ নতুনকৈ পৰিব মন গৈছে। তোমাৰ প্ৰেমত বাৰে বাৰে পৰিলেও যেন মোৰ মন নভৰিব।

সাবিত্ৰী ঃ তেন্তে এতিয়া কি মোলৈ মৰম নাই।

প্ৰশান্ত ঃ কোনে ক'লে— তোমাৰ প্ৰতি থকা মৰম জানো কমিব পাৰে। যিমানেই তোমাক নকৈ আৱিষ্কাৰ কৰিব পাৰিছো সিমানেই মৰম বাঢ়ি গৈছে। মোৰ বাবে আজিও তুমি আগৰ সেই ৰাংঢালী পৰী জনী।

সাবিত্ৰী ঃ হ'ব দিয়ক— এতিয়া প্ৰেম নকৰিলেও হ'ব। মায়ে অকলে ভাত

ৰান্ধি আছে— মই অলপ সহায় কৰি দিওঁগৈ। (সাবিত্ৰীয়ে কাপটো লৈ ভিতৰলৈ যাব বিচাৰে)

প্ৰশান্ত ঃ শুনাচোন।

সাবিত্ৰী ঃ কওক।

প্ৰশান্ত ঃ কাম এটা কৰিব পাৰিবানে?

সাবিত্ৰী ঃ কি?

প্ৰশান্ত ঃ পিতাৰ চহী এটা লাগিছিল।

সাবিত্ৰী ঃ ক'ত?

প্ৰশান্ত ঃ বি.পি.এল কাৰ্ডৰ বাবে মই দৰ্খাস্তখন কালিয়েই লিখিলোঁ। পিতাক ইমান ক'লো চহী এটা কৰি দিবলৈ। তেওঁ নকৰিলে। মোৰ কোনো কথাই শুনিব নিবিচাৰিলে। তুমি পাৰিলে পিতাক কৈ দৰ্খাস্তখনত চহী এটা কৰাবাচোন।

সাবিত্ৰী ঃ আপুনি দেখোন পিতাক মোতকৈ বেছি ভালদৰে জানে। এবাৰ তেওঁ যি ভাবে তাকেই কৰে। তথাপিও বাৰু মই এবাৰ কৈ চাম। ক'ত থৈছে দৰ্খাস্তখন?

প্ৰশান্ত ঃ আমাৰ বিছনাখনৰ তুলিখন দাঙি চাবা— তলত থৈছো।

সাবিত্ৰী ঃ হ'ব দিয়ক। বাৰু আজি বজাৰলৈ যাব নেকি?

প্ৰশান্ত ঃ বজাৰলৈ তেনেকৈ যোৱা কোনো কাম নাই। কিবা আনিব লগা আছে নেকি?

সাবিত্ৰী ঃ মোক একো নালাগে। কিন্তু মাৰ ঔষধ আৰু দুদিনমানহে যাব।

প্ৰশান্ত ঃ মই আকৌ পামলৈ যাম বুলিহে ভাবিছিলোঁ। সৰুকে আনিব নোকোৱা কিয়? কিমান টকা লাগিব— আলমাৰিৰ ভিতৰতে টকা কেইটামান আছে— তাক দিবা। পিছে ক'ত গ'ল ই— উঠিল নে নাই?

সাবিত্ৰী ঃ উঠাই নাই। অলপ শুৱক দিয়ক। কালি ৰাতিও দেৰিকৈ আহিছে। ভাত সজাই থৈছিলোঁ— নাখালে।

প্ৰশান্ত ঃ তুমি আৰু মায়ে তাক মৰম কৰি কৰি মূৰত উঠালা। এতিয়া সি কাৰোৰে কথা নুশুনে।

সাবিত্ৰী ঃ কালিও আপুনি ইমান এটা সৰু কথাৰ বাবে তাক ইমান টানকৈ

ক'লে।

প্ৰশান্ত ঃ কিনো টানকৈ ক'লোঁ। বজাৰ কৰিব দিয়া টকা কেইটা ক'ত খৰচ কৰিলে তাকহে সুধিছিলোঁ। তাক সুধি কিনো ভুল কৰিলোঁ?

সাবিত্ৰী ঃ আপুনি ভুল কৰা বুলি কোৱা নাই। কিন্তু সি আহি পাওঁতে তাক এইবোৰ কথা নুসুধি পাছত সুধিলেনো কিনো মহাভাৰতখন অশুদ্ধ হ'ল হয়। কিমানো ডাঙৰ হৈছে সি— এইবাৰ বি.এ. ফাইনেল দিছেহে। এতিয়াও সি বহুত সৰু।

প্ৰশান্ত ঃ বি.এ.ৰ ফাইনেল দিছে আৰু সৰু হৈ আছে। হেৰা তাৰ লগৰ বাকীবোৰক চাবাচোন বেছিভাগেই ঘৰৰ দায়িত্ব চম্ভালি আছে।

সাবিত্ৰী ঃ আপুনি আৰু পিতা থাকোঁতে সি আকৌ ঘৰৰ দায়িত্ব কিয় ল'ব লাগে। ডাঙৰ হ'লে আপোনালোকে তাক একো নক'লেও সি নিজেই দায়িত্ব ল'ব। ইমানখিনি বিশ্বাস আছে মোৰ।

মালতী ঃ (ঘৰৰ ভিতৰৰ পৰা) বোৱাৰী।

সাবিত্ৰী ঃ কি হ'ল মা?

মালতী ঃ (ঘৰৰ ভিতৰৰ পৰা) পিতায়েৰাৰ কাম শেষ হৈছে যদি চাহ দিছোঁ বুলি ক'চোন।

সাবিত্ৰী ঃ (ঘৰৰ সন্মুখৰ তামোল-পাণৰ বাৰীখনলৈ চাই) পিতাই অ পিতাই।

নৰেশ্বৰ ঃ (নেপথ্যত) কি হ'ল বোৱাৰী।

সাবিত্ৰী ঃ চাহ হ'ল— আহক।

নৰেশ্বৰ ঃ (নেপথ্যত) ৰ গৈছো।

প্ৰশান্ত ঃ (চাহৰ কাপটো সাবিত্ৰীলৈ আগবঢ়াই দিয়ে) এইটো লৈ যোৱা। আৰু বজাৰৰ মোনাটো দিবাচোন। মই পামৰ পৰা বাহিৰে বাহিৰে বজাৰলৈ যাম।

সাবিত্ৰী ঃ আৰু— ভাত ভাত কেতিয়া খাব?

প্ৰশান্ত ঃ বেছি দেৰি নকৰোঁ দিয়া। পামত আজি বেছি কাম নাই। দুই ঘণ্টামানৰ ভিতৰত ঘূৰি আহিব পাৰিম।

(সাবিত্ৰীৰ প্ৰস্থান বিপৰীত দিশৰ পৰা নৰেশ্বৰৰ প্ৰৱেশ)

নৰেশ্বৰ ঃ পাণজোপাৰ বা কি হৈছে— ওপৰৰ পৰা শুকাই আহিছে।

প্ৰশান্ত ঃ কোনজোপাৰ কথা কৈছ পিতাই?

(নৰেশ্বৰে বাৰীৰ নিৰ্দিষ্ট পাণ এজোপালৈ আঙুলিয়াই)

নৰেশ্বৰ ঃ সৌ সৌ জোপা। পূব ফালে থকা জোপা।

প্ৰশান্ত ঃ অ সৌ জোপা— পানীৰ ভাপ পাইছে যেন লাগিছে।

নৰেশ্বৰ ঃ ঠিকেই কৈছ। পাৰিলে দলি চপৰা কেইটামান দিব লাগিব (ঘৰৰ ভিতৰলৈ চায়) হেৰা শুনিছানে। চাহ দিয়া।

(প্ৰশান্তই বাৰীৰ নিৰ্দিষ্ট ঠাই এডৰালৈ আঙুলিয়াই)

প্ৰশান্ত ঃ আৰু পিতাই তাত গাঁত কেইটামান খান্দিব লাগিছিল নেকি— ৰুবলৈ থোৰা তামোল পুলি কেইটা ৰুবলৈ হ'ল।

নৰেশ্বৰ ঃ ঠিক মনত পেলাই দিলি— মই পাহৰিয়েই গৈছো। হ'ব দে— মই আজিয়েই খান্দিম দে। দহটামান খান্দিলে হ'ব নেকি?

প্ৰশান্ত ঃ অ হ'ব। বেছি পুলি নাই।

(সাবিত্ৰীৰ প্ৰৱেশ হাতত চাহৰ কাপ আৰু বজাৰৰ মোনা)

সাবিত্ৰী ঃ পিতাই চাহ। (বজাৰৰ মোনাটো প্ৰশান্তলৈ আগবঢ়াই দিয়ে) এইটো লওক।

প্ৰশান্ত ঃ ঔষধৰ বাহিৰে আৰু কিবা লাগিবনে?

নৰেশ্বৰ ঃ ঔষধ— কাৰ কি হ'ল?

সাবিত্ৰী ঃ নাই— মাৰ ঔষধ শেষ হ'বৰ হ'ল। (প্ৰশান্তক) ৰ'বচোন মাক সোধোঁ আৰু যদি কিবা আনিব লগা আছে। (ভিতৰলৈ চায়) মা অ মা।

(মালতীয়ে হাতত এখন ডলা বা খৰাহী এটা লৈ প্ৰৱেশ কৰে ডলাত এফাল জাতি লাও বা কেঁচা পাচলি আৰু এখন কটাৰী থাকে)

মালতী ঃ কি হ'ল বোৱাৰী?

সাবিত্ৰী ঃ এওঁ বজাৰলৈ যায়— কিবা আনিব লাগিবনে?

মালতী ঃ ইমান সোনকালে বজাৰলৈ যাব— ইমান সোনকালে বজাৰ বহিব জানো?

প্ৰশান্ত ঃ নাই— এতিয়াই নাযাওঁ। প্ৰথমে পামলৈ যাম। তাৰ পৰা বাহিৰে বাহিৰে বজাৰত সোমাই আহিম। তোৰ ঔষধখিনি আনিব কৈছে— তাৰ বাহিৰে আৰু কিবা লাগিব নেকি?

মালতী ঃ নাই তেনেকৈ আনিব লগা আৰু একো নাই— বাকী সকলো বস্তুৱেই আছে। পিছে আৰু খন্তেক সময় অপেক্ষা কৰিলে তই ভাত কেইটা খায় যাব পাৰিলি হয়। ভাত হ'লেই— ভাজি তৰকাৰীখিনি হ'লেই হ'ল আৰু।

প্ৰশান্ত ঃ মই আহি খাম দে— বেছি দেৰি নকৰোঁ। (প্ৰশান্তৰ প্ৰস্থান)

মালতী ঃ বোৱাৰী তয়ো চাহ কাপ খাই ল'গৈ যা। আৰু সৰুকো জগাই দেগৈ। তৰকাৰীখন জুইত বহাই থৈ আহিছোঁ— অলপ চকু দিবি।

সাবিত্ৰী ঃ ঠিক আছে দিয়ক মা। আপুনি চাহ খাবনে?

মালতী ঃ গেচট্ৰিকৰ ঔষধটো এই মাত্ৰহে খালোঁ। এতিয়া আৰু চাহ নাখাওঁ। একেবাৰে ভাতেই খাম। তই আৰু সৰুৱে খাই ল'গৈ যা। (সাবিত্ৰীৰ প্ৰস্থান)

নৰেশ্বৰ ঃ ভাত ইমান সোনকালে ৰান্ধিলা যে?

সাবিত্ৰী ঃ আজি আমাৰ গোটৰ মিটিং আছে।

নৰেশ্বৰ ঃ পৰহি দেখোন হৈছিলেই— আজি আকৌ কিহৰ মিটিং?

সাবিত্ৰী ঃ গাঁৱত কি হৈ আছে আপুনি তাৰ কাণ-সাৰ ৰাখেনে?

নৰেশ্বৰ ঃ এই ৰ'বাচোন ৰ'বা। মই যে তোমাক কথা এটা কৈছিলোঁ তুমি গোটত উলিয়াইছানে?

সাবিত্ৰী ঃ কোনটো?

নৰেশ্বৰ ঃ পাহৰিলাই নে তুমি। কিমান বাৰ ক'লোঁ ল'নটোৰ কথা এবাৰ সুধিবা। এনেকৈ কথা পাহৰিলে কেনেকৈ হ'ব।

সাবিত্ৰী ঃ ল'নটোৰ কথা— নাই পাহৰা।

নৰেশ্বৰ ঃ তেন্তে সুধিলানে নাই?

সাবিত্ৰী ঃ নাই সোধা।

নৰেশ্বৰ ঃ কিয়?

সাবিত্ৰী ঃ যোৱা বছৰত ঘৰটো মেৰামতি কৰিবলৈ লোৱা ল'নটো এতিয়াও বাকী আছে। ক'ত আৰু এটা ল'ন দিব?

নৰেশ্বৰ ঃ তথাপিও এবাৰ সুধি চাব পাৰিলা হয় এতিয়া যদি বোৱাৰীজনীৰ কিবা এটা হয়, শাহু-শহুৰেক হিচাপে আমিও কিবা এটা দিব

পাৰিলে ভাল। যি দেখিছোঁ— ৰৰবোপাৰ হাততো বেছি টকা জমা নাই চাগৈ। চাকৰি-বাকৰি নাই, সিনো আৰু ক'ৰ পৰা টকা পাব। খেতি-বাতি কৰি যিখিনি উপাৰ্জন কৰে, সেইখিনিয়ে দেখোন ঘৰ চলাবলৈকে নাটে।

সাবিত্ৰী ঃ হেৰি মই কথা এটা ভাবিছোঁ।

নৰেশ্বৰ ঃ কি কথা?

সাবিত্ৰী ঃ ছাগলীটোকে বেছি দিওঁ নেকি?

নৰেশ্বৰ ঃ হেৰা, কোনখন পৃথিৱীত বাস কৰি আছা? তুমি ছাগলী বেছি কিমান টকা পাবা হে? হস্পিতালৰ খৰচ জানানে?

সাবিত্ৰী ঃ আপোনাক কথা এটাও ক'ব নোৱাৰি— সকলো কথা যদি আপুনি জানেই তেন্তে মোক সুধিছে কিয়?

নৰেশ্বৰ ঃ তুমি আকৌ আৰম্ভ কৰিলাইনে? (সুৰ সলনি) হেৰা খন্তিখন দেখিছানে? ইমান ধুনীয়া হৈছে জলকীয়া কেইটা। কিন্তু চাৰিওফালে ইমান ঘাঁহ হৈছে— অলপ নিকাই দিওঁ।

সাবিত্ৰী ঃ মই কি এনেই বহি আছোঁ— কাম কৰি থকা দেখা নাই। নিজেই বিচাৰি নলয় কিয়? (খন্তিখন চোতালত দেখি খন্তিখনলৈ আঙুলিয়াই) সৌখন দেখোন খন্তি।

(নৰেশ্বৰে খন্তিখন লৈ বাৰীৰ ফালে যায়। কংকনে ম'বাইলত কথা পাতি পাতি ঘৰৰ পৰা ওলাই আহে।)

কংকন ঃ অ হ'ব দে... মই গৈ আছোঁ তহঁত মই নহালৈ নাযাবি... আজি কিবা এটা কৰিম। (ম'বাইলত কথা পাতি পাতি বাহিৰলৈ যাব বিচাৰে সাবিত্ৰীয়ে মাত দিয়ে কংকন ৰয়)

সাবিত্ৰী ঃ সৰু শুনচোন।

কংকন ঃ (ম'বাইলত কাৰোবাক কয়) অলপ ৰচোন। (সাবিত্ৰীক) কি হ'ল মা?

সাবিত্ৰী ঃ তই পুৱাই পুৱাই ক'লৈ যাব ওলাইছ?

কংকন ঃ কিয়, কিবা কাম আছিল?

সাবিত্ৰী ঃ তই ফোনটো প্ৰথমে ৰাখচোন— আৰু মোৰ কথা অলপ কাণ দি শুনিবি দেই।

কংকন ঃ (ফোনত) ঐ মই অলপ পাছত কৰি আছোঁ দেই। (ফোনটো ৰাখে সাবিত্ৰীক) ক' কি কৈছিলি।

সাবিত্ৰী ঃ মামনি খুড়ীহঁতৰ ঘৰলৈ যাচোন।

কংকন ঃ কিয় ?

সাবিত্ৰী ঃ দিনৰ দিনটো দেখোন গাঁৱতে ঘূৰি ফুৰ— দেখা নাই নে শুনা নাই। পানীয়ে বাঢ়িছে তাৰ কিবা খবৰ ৰাখিছনে। বাপেৰৰটো সেইবোৰৰ প্ৰতি কোনো কাণসাৰ নাই।

কংকন ঃ মই কি কৰিব লাগে ?

সাবিত্ৰী ঃ সিহঁতে বোলে স্কুলত ঠাই ৰাখি থৈ আহিছে— ক'ত ৰাখিছে সুধি আমাৰো সিহঁতৰ ওচৰত অলপ ঠাই ৰাখি থৈ আহিলে ভাল।

কংকন ঃ মোক যে কৈছ বেলেগক ক'ব নোৱাৰ নেকি ? মোৰ আৰু বহুত কাম আছে। (পাচলিত চকু পৰে) আৰু সদায়নো কি একে সোপাকে বনাই থাক। একে সোপাকে খাই খাই এলাহ লাগি গৈছে আৰু।

মালতী ঃ বস্তু থাকিলেতো আমি বনাবলৈ ভালেই পাওঁ— নাথাকিলে যি থাকে তাকে বনাব লাগিব। আৰু যদি সদায় বেলেগ বেলে জুটি বিচাৰ তেন্তে নিজেও কৰিবও লাগে। আনৰ ওপৰত কিমান দিন খাবি।

(কংকনৰ ম'বাইল বাজে হয়)

কংকন ঃ অ গৈছো ৰ— এই ওলালো। তহঁত তাতে আছেনে ? ৰ মই আহি আছোঁ।

(কংকনে ম'বাইলত কথা পাতি পাতি বাহিৰলৈ ওলাই যায়)

মালতী ঃ মোক কোনেও মানুহ বুলি নাভাবে। কাকো একো ক'ব নোৱাৰি কোনেও নুশুনে মোৰ কথা। মই যেন একোৱেই নাজানো। ইফালে গাঁৱৰ সকলোৱে স্কুলত ঠাই ৰাখিলে। আমাৰ হ'লে কাৰোৰে খবৰ নাই। পানী সোমালেহে বুজিব। (নৰেশ্বৰক চিঞৰি মাতে) হেৰি শুনিছেনে। (খং উঠে) হেৰি কংকনৰ বাপেক শুনিছেনে। জলকীয়াখিনি পাছত চিকুণাই দিব পাৰিব নহয়— প্ৰথমে

এইফালে আহক।

নৰেশ্বৰ ঃ (নেপথ্যত) কি হ'ল— কোৱাচোন। শুনি আছোঁ।

মালতী ঃ আকৌ যাব আহক— প্ৰথমে মোৰ কথাটো শুনক। কেতিয়াবা কেতিয়াবা মোকো মানুহ বুলি ভাবিব। মোৰ কথাক মূল্যহীন বুলি নাভাবিবচোন। মোক মানুহ বুলি নভবাৰ কাৰণে আজি এনেকুৱা অৱস্থা।

(নৰেশ্বৰৰ প্ৰৱেশ)

নৰেশ্বৰ ঃ কি হ'ল?

মালতী ঃ মোৰ কথাৰ মূল্য আছে দেই— অলপ ভালদৰে শুনিব।

নৰেশ্বৰ ঃ কোৱা।

মালতী ঃ গাঁৱত কি হৈছে খবৰ ৰাখিছেনে। আমাৰ বাহিৰে সকলোৱে স্কুলত ঠাই ৰাখিলে।

নৰেশ্বৰ ঃ তাতে কি হ'ল? কি কৰিব লাগে এতিয়া?

মালতী ঃ মথাউৰিটো কেতিয়া চিঙে কোনো ভৰষা নাই। বাৰীত পাছত কাম কৰিলেও হ'ব। এতিয়া অলপ ওলাই গৈ স্কুলত আমাৰো বাবে অলপ ঠাই ৰাখি থৈ আহক। দেৰি কৰিলে পাছলৈ ঠাই নাপাব। সৰু পুতেৰক ক'লোঁ— সি কাণসাৰেই নকৰিলে।

নৰেশ্বৰ ঃ ঠিকেই— সি মোৰহে পুতেক। মথাউৰিটো হ'ল যেতিয়া এতিয়া কিহৰ ভয়।

মালতী ঃ তাৰমানে গাঁৱৰ বাকী মানুহবোৰ পাগল। সিহঁতৰ বিবেক বিবেচনা নাই। ফূৰ্তিতে ঠাই ৰাখিছে বুলি ভাবিছে নেকি?

নৰেশ্বৰ ঃ এই তুমি আকৌ কথাবোৰ বেলেগ ফালে নিলা। ক'লোঁ কিবা এটা— বুজিলা কিবা এটা।

মালতী ঃ মই সকলো কথা বুজি পাওঁ। মন্ত্ৰীয়ে ক'লে বুলিয়েই আপোনাৰ নিচিনাকৈ মই চকু মুদি মথাউৰিটোৰ ওপৰত বিশ্বাস কৰিব নোৱাৰোঁ নহয়।

নৰেশ্বৰ ঃ হেৰা জলকীয়া কেইজোপা কিন্তু বৰ ধুনীয়া হৈছে, এসপ্তাহমানৰ ভিতৰত খাব পৰা হ'ব।

মালতী ঃ কি ক'লে? মই যে কিবা কৈ আছোঁ শুনিছেনে, নে গৰুৰ আগত

টোকাৰী বজাই আছোঁ বুলি ভাবিছে।

নৰেশ্বৰ ঃ আছোঁ— শুনি আছোঁ। পিছে জলকীয়া কেইজোপা বৰ ধুনীয়া হৈছে।

মালতী ঃ এই কাৰণে খং উঠে। মোৰ কথা নুশুনিলে— পানীয়ে সকলো নিব। আধাত কৈ বেছি খেতি মাটিতো নিলেই এতিয়া যি দুই এপদ ঘৰৰ সম্পত্তি আছে তাকো নিব দিব নেকি?

(সাবিত্ৰীৰ প্ৰৱেশ)

সাবিত্ৰী ঃ মা ভাজিখিনি কাটি হ'ল নে? ভাত-তৰকাৰী হ'ল কিন্তু।

মালতী ঃ অ হৈছে।

(সাবিত্ৰীয়ে পাচলি থকা ডলাখন ল'বলৈ আহে মালতীয়ে বাধা দিয়ে।)

মালতী ঃ তই নালাগে দে— মই ভাজিখিনি ৰান্ধিম। (মালতীৰ প্ৰস্থান)

সাবিত্ৰী ঃ পিতাই— কথা এটা আছিল।

নৰেশ্বৰ ঃ কি?

সাবিত্ৰী ঃ আপুনি আকৌ কথাটো বেলেগ ভাবে নল'ব। কিন্তু কথাটো এবাৰ ভাবি চালে বেয়া নহ'ব চাগৈ। মোৰ মতে কামটো হ'লে ভাল হ'ব।

নৰেশ্বৰ ঃ ক'চোন— কি কথা?

(কংকনৰ প্ৰৱেশ)

কংকন ঃ বৌ ভাত হ'লনে?

সাবিত্ৰী ঃ ভাত-তৰকাৰী হ'ল। ভাজিখিনি হ'লেই হ'ল আৰু— মায়ে ৰান্ধিব গৈছে। দহ-পোন্ধৰ মিনিটমান লাগিব।

কংকন ঃ ছেহ মোৰ দেৰিয়েই হ'ব যেন লাগিছে। মা... (ভিতৰলৈ যাব বিচাৰে নৰেশ্বৰে মাত লগাই)

নৰেশ্বৰ ঃ সৰু।

কংকন ঃ অ পিতাই।

নৰেশ্বৰ ঃ এটা কথা মই চাই আছোঁ। দিনৰ দিনটো কিমান টিঘিল ঘিলাই ফুৰিম বুলি ভাবিছ। কিবা কাম বন এটাকেটো কৰিব পাৰ। বেলেগত হাজিৰা কৰিবলৈ কোৱা নাই। দাদাৰেয়কটো পামত

অলপ সহায় কৰিব পাৰ।

কংকন ঃ তইও আৰম্ভ কৰিলি পিতাই। এটাইটো সদায় নীতি শিক্ষা দিয়েই থাকে, এতিয়া তয়ো দে।

নৰেশ্বৰ ঃ কিনো মই বেয়া কথাটো ক'লোঁ।

কংকন ঃ হ'ব দে— বেছি দিন আৰু মই তহঁতৰ ওপৰত বোজা নহওঁ। ঘৰ এৰি গুছি গ'লেহে তহঁতে মোৰ মূল্য বুজি পাবি। (ভিতৰলৈ চায়) মা ভাত দে। (ঘৰৰ ভিতৰলৈ সোমাই যায়।)

নৰেশ্বৰ ঃ কিয় হ'ল ই এনেকুৱা। ইমান বিদ্ৰোহী হৈ আহিছে— একো এটা ক'ব নোৱাৰি।

সাবিত্ৰী ঃ সময়ত সকলো ঠিক হৈ যাব দিয়ক পিতাই। বেছি চিন্তা নকৰিব।

নৰেশ্বৰ ঃ কিন্তু এনেকৈ ঘূৰি ফুৰিলে নহ'ব নহয়— কিবা এটাতো কৰিব লাগিব।

সাবিত্ৰী ঃ সি তাৰ কাম কৰি আছে দিয়ক। তাৰ লগৰ কেইটাৰ লগত লগ লাগি এন.জি.অ', এটা খুলিছে। দুখীয়া ল'ৰা-ছোৱালীক পঢ়াই। এই বয়সত বেলেগৰ নিচিনাকৈ বিড়ি-চিগাৰেট টানি ঘূৰি ফুৰা নাই।

নৰেশ্বৰ ঃ মোৰ সেইবোৰত ক'ব লগীয়া একো নাই। পিছে এইবোৰ কৰি থাকিলে জানো হ'ব। উপাৰ্জনটো কৰিব লাগিব। সামাজিক কামে আমাৰ নিচিনাবোৰৰ পেট ভৰাব নোৱাৰে।

সাবিত্ৰী ঃ শিক্ষিতবোৰে তেনেকৈ ভাবিলে কেনেকৈ হ'ব? আমি যদি দুখীয়াখিনিয়ে যদি দুখীয়াৰ কথা নাভাবোঁ তেন্তে আৰু কোনে ভাবিব। গোটেই কথাখিনি ঠিক নিগনি আৰু খেতিয়কৰ গল্পটোৰ দৰে। নিগনি আৰু খেতিয়কৰ গল্পটো শুনিছেনে?

নৰেশ্বৰ ঃ কোনটো?

সাবিত্ৰী ঃ এজন খেতিয়কৰ এটা পাৰ চৰাই, এটা মুৰ্গী আৰু এটা ছাগলী পুহিছিল। এদিন কৰোৱাৰ পৰা নিগনি এটা আহি তেওঁৰ ঘৰত সোমাল। নিগনিটো দেখি তাক ধৰিবলৈ তেওঁ ফান্দ এখন কিনি আনিলে। ফান্দখন দেখি ভয়ত নিগনিটোৱে পাৰ চৰাইটোৰ ওচৰলৈ গ'ল। পাৰ চৰাইটোৱে সকলোখিনি শুনি নিগনিটোক

ক'লে যে সেইটো নিগনিটোৰ হে সমস্যা, ইয়াত পাৰ চৰাইটোৱে কৰিব কি? পাৰ চৰাইৰ পৰা কোনো সহায় নাপায় সি মূৰ্গীটোৰ কাষলৈ গ'ল। মূৰ্গীটোৱেও তাক একেই উত্তৰ দিলে। তাৰ পাছত সি ছাগলীটোৰ ওচৰলৈ গ'ল। ছাগলীটোৰ পৰাও নিগনিটোৱে নিৰাশাজনক উত্তৰহে লাভ কৰিলে। ৰাতি নিগনিটো ধৰিবলৈ খেতিয়ক জনে ফান্দখন পাতিলে। মাজনিশা কিবা শব্দ শুনাত খেতিয়কজনৰ ঘৈণীয়েকে ফান্দখনত কিবা লাগিছে বুলি এন্ধাৰে-মুন্ধাৰে চাবলৈ যাওঁতে নিগনিটোক চিকাৰ কৰিবলৈ খাপ পিটি বহি থকা সাপ এডাল খুন্দিয়ালে। সাপডালে ভয় খাই খেতিয়কজনৰ ঘৈণীয়েকক দংশন কৰিলে। সাপে দংশন কৰাত খেতিয়কজনে ঘৈণীয়েকক বৈদ্য এজনৰ ওচৰলৈ লৈ গ'ল। বৈদ্যজনে কিবা কিবি ঔষধ দি পাৰৰ মাংস লগত ঘৈণীয়েকে খুৱাবলৈ ক'লে। খেতিয়কজনে ঘৰলৈ আহি পাৰটো মাৰি ঔষধৰ সৈতে ঘৈণীয়েকক খুৱোৱাত ঘৈণীয়েক কম দিনৰ ভিতৰত সুস্থ হ'ল। তাকে দেখি আনন্দত খেতিয়কজনে মূৰ্গীটো ৰান্ধি খালে। খেতিয়কজনৰ ঘৈণীয়েকক সাপে দংশন কৰাৰ পাছত ভাল হোৱা বুলি শুনি খেতিয়কজনৰ বংশ পৰিয়ালে খেতিয়কজনক ভোজ-ভাত খুৱাবলৈ ক'লে। সিহঁতৰ অনুৰোধ ৰাখি খেতিয়কজনে ছাগলীটোক মাৰি সিহঁতক ভোজ-ভাত খোৱালে। যদি সময়ত সকলোৱে সকলোকে সহায় কৰিলেহেঁতেন কোনো বিপদত নপৰিলহেঁতেন। ঠিক তেনেদৰে আমি দুখীয়াখিনিয়ে দুখীয়াৰ কথা ভাবিবই লাগিব।

নৰেশ্বৰ ঃ পিছে তই আন কিবা এটা কথাহে কৈছিলি।

সাবিত্ৰী ঃ অ মানে...

(সাবিত্ৰীৰ কথাটো সম্পূৰ্ণ নৌহওঁতেই কংকনে ভিতৰৰ পৰা সাবিত্ৰীক চিঞৰি চিঞৰি ওলাই আহে)

কংকন ঃ বৌ অ বৌ।

সাবিত্ৰী ঃ কি হ'ল সৰু?

কংকন ঃ মোৰ ৰূমৰ চকীখনৰ ওপৰত কিতাপৰ বেগ এটা থৈছিলোঁ—

দেখিছা নেকি?

সাবিত্ৰী ঃ কিতাপৰ আলমাৰিটোৰ ওপৰত থৈছো। পাবানে বিচাৰি, নে মই বিচাৰি দিব লাগিব?

কংকন ঃ নালাগে দিয়া— মই পাৰিম।

(কংকনৰ প্ৰস্থান)

সাবিত্ৰী ঃ পিতাই দৰ্খাস্তখনত আপুনি চহী এটা কৰি দিলে কেনে হয়?

নৰেশ্বৰ ঃ কিহৰ দৰ্খাস্ত?

সাবিত্ৰী ঃ আমাৰ এওঁ বি.পি.এল.ৰ বাবে আবেদন কৰিম বুলি ভাবিছে।

নৰেশ্বৰ ঃ বৰবোপাই নিজে নোৱাৰি এইবাৰ তোক মোক বুজাব দিছে। মই সকলো কথা বুজোঁ। পিছে তইয়েই ক'চোন দৰ্খাস্তখন দিবিয়েই যেনিবা কিবা লাভ হ'বনে। ইমানখিনি মাটি পানীয়ে খালে। তাৰ পাছতো দেখোন আমাৰ বহুত খেতি মাটি আছে বুলি আমাক বি.পি.এল কাৰ্ডে নিদিয়ে। পানীয়ে খোৱা মাটিখিনিৰ বাবেও দেখোন আজিও খাজানা দি থাকিব লাগে। ইমান বাৰ দৰ্খাস্ত দিলোঁ কিবা লাভ হ'লনে? যদি একো লাভেই নহয় তেন্তে এইবোৰত লাগিনো কি লাভ।

সাবিত্ৰী ঃ তথাপিও ক'লোঁ— যদি পাৰে চহী এটা কৰি দিব।

নৰেশ্বৰ ঃ হ'ব দে। তই কৈছ যেতিয়া— যা দৰ্খাস্তখন লৈ আহ। মই চহী কৰি দিম।

সাবিত্ৰী ঃ ঠিক আছে দিয়ক— মই আনিছো।

(মালতীৰ প্ৰৱেশ)

মালতী ঃ হেৰি আপুনি গাটো ধুলে মই ভাত কেইটা সজাব পাৰো।

(কংকনৰ প্ৰৱেশ)

কংকন ঃ মা ভাত হ'লনে? হ'ল যদি দে।

মালতী ঃ হ'ল।

কংকন ঃ হ'ল যদি মোক দে। দেৰি হৈছে মোৰ।

সাবিত্ৰী ঃ আপুনি বহক মা মই দিমগৈ দিয়ক।

(সাবিত্ৰী আৰু কংকনৰ প্ৰস্থান)

নৰেশ্বৰ ঃ তোমাৰ মিটিং কেইটাত? তুমিও খাই লোৱা যোৱা। বোৱাৰী

আছে যেতিয়া মই অলপ দেৰিকৈ খাম।

মালতী ঃ আপুনিনো এতিয়া খালে কিনো হ'ব? আৰু মই জানো কেতিয়াবা আপোনাতকৈ আগতে খাইছো। আপুনি নাখালে মই কেনেকৈ খাম?

নৰেশ্বৰ ঃ আমি ইমান সলনি হ'লো কিন্তু পুৰণিকলীয়া নিয়ম কিছুমান এতিয়াও এৰিব পৰা নাই। কোনখন শাস্ত্ৰত লিখা আছে যে গিৰিয়েকে ভাত নোখোৱাৰ আগতে ঘৈণীয়েকে খাব নোৱাৰে। এইবোৰ নিয়ম এৰাৰ সময় হ'ল আৰু এতিয়া।

মালতী ঃ হ'ব দিয়ক এতিয়া। আৰু যুক্তি-তৰ্ক কৰিব নালাগে মোৰ লগত। আপোনাক যুক্তি-তৰ্কত মই হৰুৱাব নোৱাৰোঁ।

নৰেশ্বৰ ঃ কি ভাবিছা মোক তাহানিৰ মেট্ৰিক পাছ। পিতাই পঢ়িব নিদিলে বুলিহে। ইমান পঢ়ি কি হ'ব— চাকৰি কৰিলে মাতি বাৰী কোনে চাব। পঢ়াহেঁতেন আজি চাগৈ কোনোবা অফিচত ডাঙৰ চাকৰিয়াল হ'লো হয়। আজি তুমি টকাৰ ওপৰত বহি থাকিব পাৰিলা হয়।

মালতী ঃ কেৱল টকাৰে সুখ কিনিব পৰা হয় কোনো ধনী মানুহ কেতিয়াও দুখী বা কোনো দুখীয়া মানুহ কেতিয়াও সুখী নহ'ল হয়। হয়— এতিয়া আমি টকাৰ দুখীয়া। সুখ আৰু সময়ৰ দুখীয়া নহয়। আমি নিজৰ মাটিতে খেতি কৰি দুবেলা দুমুঠি খাওঁ বাবে যেতিয়াই ইচ্ছা কৰে আপুনি মোক দেখিছে, মই আপোনাক দেখিছোঁ। এইয়াই জানো আমাৰ সুখ নহয়। কিমানক দেখিছোঁ চাকৰিৰ নামত বছৰ বছৰ ধৰি নিজৰ আপোনবোৰৰ পৰা ক'ত দূৰত থাকিব লাগে। মাহৰ শেষত ঘৰলৈ মাথোঁ টকাকেইটাহে পঠিয়াই, নিজে আহিবলৈ সময় নাপায়। মোক তেনেকুৱা জীৱন নালাগে। জীৱন এটাই, আকৌ এবাৰ জীৱনটো পাম বুলি ভবাটো মূৰ্খৰ কাম। (হৰেশ্বৰে মালতীক একেথৰে চায় ৰয়-মালতীয়ে দেখা পায়) হেৰি কি চাইছে?

নৰেশ্বৰ ঃ তোমাক।

মালতী ঃ বিয়া হোৱা আজি ইমান বছৰ হ'ল, নাতিয়েই আহিবৰ হ'ল—

এতিয়াই নতুনকৈ চাবলগীয়া কি আছে?

নৰেশ্বৰ ঃ আছে বুজিছা আছে। আজিহে হঠাৎ নতুন মানুহ এজনী নতুনকৈ আৱিষ্কাৰ কৰিলোঁ।

মালতী ঃ কিনো নতুন কথা কৈছোঁ, যি কৈছোঁ তাক আপোনাৰ পৰাহে শিকিছো। (হঠাৎ বৰষুণ আহে)

নৰেশ্বৰ ঃ ইচ্ ৰাম বৰষুণ জাকনো এতিয়াহে আহিব লাগেনে? হেৰা তুমি কাপোৰখিনি সামৰা। মই খৰিখিনি সামৰো। (ভিতৰলৈ চায়) সৰু— সৰু চাওঁ এইফালে আহচোন বৰষুণ আহিছে। (মালতীয়ে বাহিৰত মেলি দিয়া কাপোৰ সামৰে। কংকন ওলাই আহে পাছে পাছে সাবিত্ৰী)

কংকন ঃ বৌ তুমি আকৌ কিয় আহিছা— আমি পাৰিম যোৱা। তুমি বৰষুণত তিতিব নালাগে।

সাবিত্ৰী ঃ মা মোক কাপোৰখিনি দিয়ক।
(মালতীৰ হাতৰ পৰা কাপোৰখিনি লৈ সাবিত্ৰীৰ প্ৰস্থান)

নৰেশ্বৰ ঃ (কংকন আৰু মালতীক) সৰু তই খৰিখিনি ভিতৰত থচোন। ইচ সকলো তিতিলে। ইচ ৰাম-বৰষুণজাকনো আকৌ আহিব লাগে নে। (সকলোৱে বস্তু সামৰে বৰষুণ বাঢ়ি যায়)

মালতী ঃ হেৰি— হ'ব দিয়ক যি তিতিলে তিতিব দিয়ক। ভিতৰলৈ আহক। এই সৰু আহ।
(দবা পিটা বৰষুণ পৰে। মালতী, কংকন আৰু নৰেশ্বৰৰ ঘৰৰ বাৰাণ্ডাৰ তলত বৈ বৰষুণজাকৰ ফালে অসহায় ভাৱে চাই ৰ'ব।)

**(পট পৰে)**

## তৃতীয় দৃশ্য

(দৃশ্যসজ্জা ঃ প্ৰথম দৃশ্যৰ অনুৰূপ। নৰেশ্বৰৰ ঘৰ। চোতালৰ কিছু কিছু অংশত বৰষুণৰ পানী জমা থাকে। সময় দুপৰীয়া। কংকনে দাঁত ব্ৰাছ মাজি মাজি ম'বাইলত কাৰোবাক ফোন

লগাবলৈ চেষ্টা কৰে)

কংকন ঃ এইটোৱে ফোনটো নধৰে কিয়? (পুনৰাই ৰিং কৰে) হেল্লো... কি হ'ল ইমান সময় ফোন কৰি আছোঁ ধৰা নাই কিয়?... এই শুনচোন ফেচবুক খোলচোন। প্ৰথমে খোল নিজেই গম পাবি... দেখিছ... পুৰা ভাইৰেল হৈছে।... নাই নাই আমাৰ এন.জি.অ'ৰ নহয়।...অ লাইক্ কৰিছে। তোৰ ফটোখন চা... মই কোৱা নাছিলোনে তাই তোক ভালপায়। বি পজিটিভ্... তই বিশ্বাসেই নকৰ... ঠিক আছে... আবেলি আহিবি। ৰ'হ মই উঠিছোহে। এতিয়াই যাব নোৱাৰোঁ। আবেলি লগ পাম। (মুখ ধোৱে ভিতৰলৈ চায়) মা অ মা। ক'ত মৰিলিগৈ। (চিঞৰি) মা অ' মা।

(মালতীৰ প্ৰৱেশ)

মালতী ঃ কি হ'ল টেঁটু ফালি চিঞৰিছ যে।

কংকন ঃ চাহ একাপ নিদিয় কিয়।

মালতী ঃ চাহ খাবলৈ হ'লে সময়মতে উঠিব লাগে। বেলি ক'ত পালেহি দেখিছনে। গাঁওখনত এবাৰ ঘূৰি চাই আহচোন তোৰ বাহিৰে আৰু কোন উঠিছে এতিয়া?

কংকন ঃ মই আজিহে দেৰিকৈ উঠিছো। তাকো বৰযুণ দি আছে কাৰণেহে। বৰযুণ দি থাকিলে শুই নাথাকি আৰু কি কৰিবি। বৰযুণো এৰিছে ময়ো উঠিছো।

মালতী ঃ ঘৰখনৰ কথা অলপ ভাবিবি। বৰযুণ দি আছে কিবা এটা কৰি দিওঁ তাৰ কোনো চিন্তা নাই। তই এতিয়া সৰু হৈ থকা নাই। এনেকৈ ম'বাইল টিপি থাকি জীৱনত কি কৰিম বুলি ভাবিছ?

কংকন ঃ ম'বাইল মই এনেই টিপি নাথাকোঁ নহয়। ই কেৱল ম'বাইল নহয় ই হ'ল জ্ঞানৰ ভঁৰাল। তই কি জানিব বিচাৰ সকলো কথা এই ম'বাইলটোতে পাবি। তই মোক সোধচোন আমেৰিকাৰ ৰাষ্ট্ৰপতিৰ নাম কি? জাপানৰ প্ৰধানমন্ত্ৰীৰ নাম কি? পৃথিৱীৰ পৰা চন্দ্ৰত দূৰত্ব কিমান? এই সকলোবোৰ প্ৰশ্নৰ উত্তৰ ম'বাইলটো থাকিলে এক মিনিটতে যি কোনো মানুহে দিব পাৰিব।

মালতী ঃ থৈ দে তোৰ কথাবোৰ। এইবোৰ প্ৰশ্নৰ উত্তৰ জানি মোৰ কি

লাভ ? দাদায়েৰা পুৰাই পামলৈ গ'ল। বাপেৰৰ ইমান বয়স হ'লহি তথাপিও ঘৰখনৰ উন্নতিৰ বাবে কিবা নহয় কিবা এটা সদায় কৰে। আৰু তই কৰিছ কি ? এনেই থকাতকৈ কিবা এটা কৰিব নোৱাৰ নে ? মই তোক হাজিৰা কৰিব কোৰা নাই নহয় বাৰীখনতে কিবা এটা কৰ। ঘৰখনতে কিবা এটা কৰ। চাৰিওফালে মন কৰচোন কিমান ঘাঁহ গজিছে। (বাৰীৰ চুকত গজা সৰ্পফনা কেইজোপা দেখুৱাই)। কিমান দিন কৈছোঁ সৌ কেইজোপা কাটিবলৈ। সেই কেইজোপাতো কাটিব পাৰ— কিনো হাঁড় ভঙা কাম।

কংকন ঃ কোন মূৰ্খই সেইবোৰ কাটে কচোন। সেইকেইজোপা কি গছ জান— ছানচেভৰিয়া। মানে স্নেক্ প্লেণ্ট। সেই কাৰণে কওঁ মাজে মাজে ম'বাইল চাব লাগে। অলপ আপডেট হ'ব লাগে। ঘৰত স্নেক প্লেণ্ট থকাটো কিমান ভাল তই জাননে। টাউনত গৈ চাবিচোন মানুহে কিনি কিনি সেইবোৰ লগাই। সেই গছজোপাক যে কাটিব দিছ সিহঁতে কিমান অক্সিজেন দিয়ে তই জাননে ?

মালতী ঃ ঐ মূৰ্খ আমাৰ ইয়াত অক্সিজেনৰ বাবে বেলেগ গছৰ প্ৰয়োজন নাই। কিমান গছ-গছনি আছে দেখা নাই। ৰ' মই দা খন আনি দিওঁ— এতিয়াই মোৰ চকুৰ আগতে সেই কেইজোপা কাট। (মালতী ঘৰৰ ভিতৰলৈ যাব বিচাৰে)

কংকন ঃ (সুৰ সলনি) অ মা শুনাচোন।

মালতী ঃ কি হ'ল। একো তোক ডাঙৰ কাম কৰিব দিয়া নাই দে। ভয় খাব নালাগে।

কংকন ঃ নহয় অ মা— মই কাটিম দে। কিন্তু বেলেগ কথা এটা হে আছে।

মালতী ঃ কি ?

কংকন ঃ কচোন এই পৃথিৱীৰ ভিতৰত তোক আটাইতকৈ কোনে বেছি ভালপায় ? তোৰ কথা আটাইতকৈ কোনে বেছি চিন্তা কৰে ?

মালতী ঃ হ'ব বুজিছোঁ— কি লাগে তোক ?

কংকন ঃ (নিজৰ ম'বাইলটো সাবিত্ৰীক দেখুৱাই) চা চোন মা। ম'বাইলটো

কিমান বেয়া হ'ল। স্ক্ৰীনখন ভাগিলে। তোৰ বেয়া নালাগেনে।

মালতী ঃ ম'বাইলটো তোৰ হে মোৰ আকৌ কিয় বেয়া লাগিব।

কংকন ঃ মোৰ ম'বাইলটো বেয়া হ'লে তোৰ ভাল লাগে ন। অ মা...

মালতী ঃ কি নতুন ম'বাইল লাগে?

কংকন ঃ অ নতুন ম'বাইল এটা দেনা। মোৰ লগৰ সকলোৰে নতুন ম'বাইল আছে। সিহঁতৰ আগত মোৰ এই ভঙা ম'বাইলটো উলিয়াবলৈকে মোৰ লাজ লাগে।

মালতী ঃ ইমানেই যদি লাজ লাগে সিহঁতৰ আগত নুলিয়াবি। কোনে উলিয়াব দিছে তোক?

কংকন ঃ অ মা নতুন ম'বাইল এটা দেনা।

মালতী ঃ ক'ৰ পৰা ইমান সোপা টকা পাম। মই কিবা উপাৰ্জন কৰোঁ নেকি?

কংকন ঃ তই ইচ্ছা কৰিলে দিব পাৰ। চৰকাৰে দেখোন মাইক্ৰ'ফাইনেনচৰ ল'নখিনি মাফ কৰিম বুলি কৈছে, তাৰেই পৰা ল'ন এটাকৈ লৈ ম'বাইল এটাটো দিব পাৰ।

মালতী ঃ লাজ নালাগিল এই সময়ত এনেকুৱা কথা ক'বলৈ। ঘৰৰ প্ৰতি অকণো দায়িত্ববোধ নাই তোৰ। বৌৰেয়াৰ অৱস্থাটো দেখা নাই। ভালে ভালে ডেলিভাৰী হ'লে কোনো কথা নাই। কিন্তু ঈশ্বৰে নকৰক, যদি কিবা অসুবিধা হয় লাগ বুলিলেই এসোপা টকা লাগিব। আমি আছোঁ তাৰ চিন্তাত আৰু তই আছ ম'বাইলৰ চিন্তাত। যদি কিবা লাগে নিজে উপাৰ্জন কৰি নলৰ কিয়।

কংকন ঃ হ'ব দে। চাহ একাপ দিবি নে নাই এতিয়া।

মালতী ঃ এতিয়া ভাত খোৱাৰে সময় হ'লহি। ভাত খাই ল'হি চাহ নাখালেও হ'ব। (ঢেৰেকনি আহে) আকৌ বৰযুণ হ'ব নেকি। (সাবিত্ৰীৰ প্ৰৱেশ হাতত চাহৰ কাপ)

সাবিত্ৰী ঃ চাহ লোৱা।

কংকন ঃ এই ঘৰখনত যদি কোনোবাই সঁচাকৈয়ে নিঃস্বাৰ্থ ভাবে মোৰ কথা চিন্তা কৰে তেন্তে সেয়া কেৱল মোৰ বৌ। বৌৰ বাহিৰে বাকী সকলোৰে কেৱল লে'কচাৰহে দিব জানে।

মালতী ঃ বোৱাৰী গাখীৰখিনি গৰম হ'লনে?

সাবিত্ৰী ঃ এইমাত্ৰ জুইত তুলি থৈ আহিছোঁ।

মালতী ঃ কিমান দিন কৈছোঁ গাখীৰ জুইত দি ওলাই নাহিবি। ৰ মই চাই আহোঁ।

(মালতীৰ প্ৰস্থান)

সাবিত্ৰী ঃ আজিকালি হ'বলা ৰাতি দেৰিলৈ সাৰে থাকা। ৰাতিপুৱা ইমান দেৰিলৈ শুই থাকা।

কংকন ঃ নাই— বৰষুণ দি আছিল কাৰণেহে শুই আছিলো।

সাবিত্ৰী ঃ মিছা নক'বা। কালি ৰাতি ইমান দেৰি লৈ কাৰ লগত কথা পাতি আছিলা?

কংকন ঃ নহয় মানে বৌ...

সাবিত্ৰী ঃ হ'ব দিয়া মোক নক'লেও মই বুজি পাওঁ। ল'ৰা ডাঙৰ হ'ল মানে।

কংকন ঃ নহয় মানে বৌ তোমাক কথা এটা ক'ম বুলি ভাবি আছিলো। তোমাক বাহিৰে আৰু কাক ক'ম? কিন্তু প্ৰথমতে তুমি প্ৰমিচ্ কৰা যে মই তোমাক যি ক'ম তাক তুমি কাকোৱেই নোকোৱা বুলি। দাদাকটো ভুলটো নকবা।

সাবিত্ৰী ঃ ৱাহঃ কি কথা— প্ৰেম চেম হৈছে নেকি?

কংকন ঃ প্ৰমিচ্— দাদাক নোকোৱাতো।

সাবিত্ৰী ঃ কৈছোঁ নহয় কাকোৱেই নকওঁ বুলি। মোৰ ওপৰত বিশ্বাস নাই?

কংকন ঃ বিশ্বাস নাথাকিলে ক'লোহেঁতেন নেকি?

সাবিত্ৰী ঃ কিন্তু মই কোৱাতো হয়নে?

কংকন ঃ (লাজ কৰে) নাই তেনেকুৱা নহয়— হয় বুলিও ধৰিব পাৰা।

সাবিত্ৰী ঃ কোন হয়?

কংকন ঃ আমাৰ লগতে নাটক কৰে বিৰাট ধুনীয়া নাচে। আমাৰ কলেজতে পঢ়ে।

সাবিত্ৰী ঃ চাওঁ ফটো আছে।

কংকন ঃ আছে।

(কংকনে ম'বাইলটো দেখুৱাই)

সাবিত্ৰী ঃ ৱাঃ বিৰাট ধুনীয়া দেখোন। তোমাৰ লগত মিলিব।

কংকন ঃ কথাও বেছি নকয়— খুবেই ঠাণ্ডা ছোৱালী।

সাবিত্ৰী ঃ প্ৰেম কৰা মোৰ কোনো আপত্তি নাই। কিন্তু প্ৰথমে নিজৰ ভৰিত থিয় দিব শিকা।

কংকন ঃ সেই কাৰণেটো বিজনেচ এটা আৰম্ভ কৰিছোঁ। সিদিনা বজাৰ কৰিবলৈ দিয়া টকাখিনি তাতেই সুমুৱাইছো।

সাবিত্ৰী ঃ যদি তুমি কিবা বিজনেচ কৰিছা, দাদাক নো নক'লা কিয়। কোৱাহেঁতেন তেওঁ ইমান খং নকৰিলে হয়।

কংকন ঃ ভয় লাগে মোৰ। মোৰ ওপৰত কাৰোৰে বিশ্বাস নাই। একো এটা কাম মোৰ মতে কৰিব নিদিয়ে।

সাবিত্ৰী ঃ কিয় ভাবিছা তেনেকৈ। দাদা পিতায়ে জানো তোমাক হিংসা কৰে? তোমাৰ কিবা এটা ভাল হ'লে কোনে বেয়া পাব? হয়— সৰু বুলি তোমাক অলপ বেছিকৈ শাসন কৰে। কৰিবই দিয়াচোন। শাসন যিমান কৰে সিমান মৰমো কৰে।

কংকন ঃ শাসন কৰিলে বেয়া নাপাওঁ। কিন্তু সদায় সৰু বুলি ভাবি থাকিলেহে ভাল নালাগে। ময়োতো জীৱনত কিবা এটা নিজাববীয়াকৈ কৰিব পাৰো।

সাবিত্ৰী ঃ কোনে ক'লে নোৱাৰা বুলি। বেলেগৰ কথা নাজানো মোৰ হ'লে তোমাৰ ওপৰত সম্পূৰ্ণ বিশ্বাস আছে।
(মালতীয়ে ভিতৰৰ পৰা মাত দিয়ে)

মালতী ঃ (নেপথ্যত) বোৱাৰী পাচলিখিনি ক'ত থৈছ? পাৰ যদি পাচলিখিনি কাটি দেচোন।

সাবিত্ৰী ) টেবুলৰ ওপৰতে আছে। ৰ'ব মই গৈছো। (ম'বাইলটো কংকনক দিয়ে) লোৱা এইটো। আৰু মোৰ কথা মনত ৰাখিবা। (বাহিৰৰ পৰা নৰেশ্বৰৰ প্ৰৱেশ) বিজনেচ কৰিব ওলাইছা যেতিয়া ভালদৰে কৰিবা। আধাতে নেৰিবা।

নৰেশ্বৰ ঃ কি বিজনেচ বোৱাৰী?

সাবিত্ৰী ঃ সৰুৱে ক'ব দিয়ক। তাকেই সোধক।

নৰেশ্বৰ ঃ মই চাহ একাপ পাম নেকি।

সাবিত্রী ঃ হ'ব দিয়ক আনিছো বাৰু। (সাবিত্ৰীৰ প্ৰস্থান)

নৰেশ্বৰ ঃ কি বিজনেচ অ সৰু?

কংকন ঃ নাই লগৰ কেইটামানৰ লগত সৰুকৈ বিজনেচ এটা আৰম্ভ কৰিছোঁ। তাৰ কথাই কৈছে বৌয়ে।

নৰেশ্বৰ ঃ আৰু বোলে কিবা এন.জি.অ' এটাও খুলিছ। কিবা লাভ হৈছেনে তাৰ পৰা?

কংকন ঃ বেলেগৰ দৰে এন.জি.অ'ৰ পৰা আমাৰ কিবা ব্যক্তিগত লাভ হ'ব বুলি আমি এন.জি.অ'টো আৰম্ভ কৰা নাই। আমাৰ এটাই লক্ষ্য যিমান পাৰো প্ৰয়োজনত বেলেগক সহায়হে কৰিব লাগে। সেই কাৰণে আমাৰ এন.জি.অ'টোত বেছি মানুহ নাই। কোনোবা থাকক বা নাথাকক, আমি আমাৰ কাম কৰি যাম। কেতিয়াবা কেতিয়াবা এনেবোৰ কামো কৰি ভালো লাগে— জীৱনটো সাৰ্থক হোৱা যেন লাগে।

নৰেশ্বৰ ঃ অ যি ভাল দেখ কৰ কিন্তু কিবা এটা কৰ। মোৰো বয়স পৰি আহিছে। বাপেক হিচাপে যি খিনি কৰিব লাগিছিল সিমান খিনি কৰিব নোৱাৰিলোঁ। বৰবোপাৰ চাকৰিটো হোৱাহেঁতেনো শান্তিৰে চকু মুদিব পাৰিলোঁ হয় তাকো ঈশ্বৰে নিদিলে। তহঁতলৈ একো এৰি যাব নোৱাৰিলোঁ। দুখৰ কথা কি জান— মোৰ পিতাই যি খিনি মাটি দিছিল, তাকো ধৰি ৰাখিব নোৱাৰিলোঁ। পানীয়ে বেছিখিনি মাটি খালে।

কংকন ঃ তই তেনেকৈ কিয় কৈছ পিতাই। তোৰ অবিহনে মই বা দাদা কোন কূটা? পিতাকৰ অবিহনে সন্তানৰ নিজা অস্তিত্ব থাকিব পাৰে জানো? আৰু আমাক একো দিয়া নাই বুলি কিয় ভাবিছ। দাদা আৰু মোক ইমানখিনি পঢ়াই নিজৰ ভৰিৰ ওপৰত থিয় দিবলৈ শিকালি। হয়— মোৰ আৰু দাদাৰ কোনো চাকৰি নাই কিন্তু সৎ পথত থাকিলে টকা-পইচা ঘটিবলৈ বেছি দিন নালাগে পিতাই। ইমানখিনি পঢ়িলো যেতিয়া, হাত-ভৰি আছে যেতিয়া জীৱনত কিবা এটা কৰি খাব পাৰিম। ইয়াতকৈ বেছি আৰু কি লাগে পিতাই। বহুতে যে সেইখিনিকে কৰিব নোৱাৰিলে।

বেলেগৰ কথা নাজানো— মোৰ অন্ততঃ গৰ্ব হয়। মোৰ পিতাই মোক শিক্ষিত কৰিবলৈ কোনো কৃপণালি নকৰিলে। তেওঁৰ সাধ্য অনুসৰি যি পাৰে দিলে।

(নৰেশ্বৰ আবেগত উথলি উঠে কংকনক মৰমে মূৰটো খেপিয়াই দিয়ে।)

নৰেশ্বৰ ঃ ইমান দিনে মই নিজকে বৰ দুখীয়া বুলি ভাবিছিলোঁ। ভাবিছিলোঁ মোৰ একোৱে নাই। কিন্তু আজিহে উপলব্ধি হৈছে মই কিমান ধনী। টকা-পইচানো কি, আজি আছে কাইলৈ নাই। ঠিকেই কৈছ সৎ পথত থাকিলে টকা-পইচা ঘটিবলৈ বেছি দিন নালাগে। মই দুখীয়া নহয় তহঁতৰ দৰে সৎ সন্তান থকালৈ মই কেতিয়াও দুখীয়া নহয়। তোক মই হিয়া খুলি আশীৰ্বাদ দিছোঁ। তই জীৱনত আৰু উন্নতি ক'ৰ আৰু আগুৱাই যা। আকাশৰ ভোটা তৰা হ'ব লাগিব তই। মানুহে ওপৰলৈ চাই ক'ব লাগিব সৌটো নৰেশ্বৰৰ পুতেক। তোক সকলোৱে চাবহে পাৰিব— চুব নোৱাৰিব।

কংকন ঃ নালাগে— পিতাই তৰা হৈ আপোনজনৰ পৰা দূৰত থাকিবৰ মন নাই। মাটিৰ মানুহ মই মাটিতে থাকিব বিচাৰো। (কংকনৰ ম'বাইল বাজে)

কংকন ঃ হেল্লো... অ গৈছো ৰ...লৈ যাম দে...গৈ আছোঁ। পাই যাম আধা ঘণ্টাত। (ফোন ৰাখে) মা ভাত হ'ল নে। (কংকন ভিতৰলৈ যায়)

(চোতালত জমা হোৱা পানীখিনিত নৰেশ্বৰৰ চকু পৰে)

নৰেশ্বৰ ঃ ইচ ইমান পানী জমা হৈছে। কাপোৰ মেলি দিয়া ঠাইখিনিতো বৰষুণ পৰি পৰি গেলি গৈছে, তেনেকৈ বোৱাৰী জনীয়ে কাপোৰ মেলিব আহে। যদি কেনেবাকৈ পিচল খাই পৰিব লাগিলে, কথা বিষম হ'ব। চাওঁ পানী ওলাবলৈ খাল এটাকে খান্দি দিওঁ। কোৰখন বা ক'ত আছে।

(নৰেশ্বৰে কোৰ বিচাৰি ঘৰৰ পিছফালে যাব বিচাৰে। বাহিৰৰ পৰা প্ৰশান্তই চিঞৰি চিঞৰি আহে অস্থিৰ।)

প্ৰশান্ত ঃ মা মা সাবিত্ৰী। (নৰেশ্বৰ দেখি) পিতাই।

নৰেশ্বৰ ঃ কি হ'ল তই ইমান উধাতু খাই আহিছ যে?

প্ৰশান্ত ঃ সৰ্বনাশ পিতাই— মাহঁত ক'ত?

নৰেশ্বৰ ঃ কি হ'ল নকৰ কিয়?

প্ৰশান্ত ঃ মথাউৰিটো চিঙিল। মই পাম নাপালোঁৱেই গৈ সকলো পানীৰ তলত। এতিয়া কোন মুহূৰ্তত গাঁৱত পানী সোমাই তাৰ কোনো ভৰষা নাই।

নৰেশ্বৰ ঃ কি মথাউৰিটো চিঙিল। কেনেকৈ?

প্ৰশান্ত ঃ এতিয়া কথা পাতিবৰ সময় নাই। যি পাৰ বস্তুবোৰ বান্ধ। স্কুললৈ যাব লাগে। মা অ মা।
(মালতীৰ প্ৰৱেশ)

মালতী ঃ কি হ'ল ইমানকৈ চিঞৰিছ কিয়?

প্ৰশান্ত ঃ বস্তুবোৰ বান্ধ দেৰি নকৰিবা। মথাউৰিটো চিঙিল স্কুললৈ যাব লাগে।

মালতী ঃ হে প্ৰভু কি? কি হ'ব এতিয়া। ইমান দিন মানুহজনক ক'লো পানী বাঢ়িছে, স্কুলত ঠাই অলপ ৰাখক গৈ। নাই নুশুনিলে। মোৰ কথা বাপেক পুতেক কোনো এটাইও নুশুনিলে। মথাউৰিটো আছে নহয়। এতিয়া চাগৈ স্কুলতো থাকিবলৈ ঠাই নাপাম। ইফালে বোৱাৰীজনীৰ গাত লেঠা। ক'ত যাম এতিয়া?

নৰেশ্বৰ ঃ হেৰা ৰ'বাচোন। কিবা এটা কৰিম নহয়। মই মৰা নাই নহয় এতিয়াও।

প্ৰশান্ত ঃ মা এতিয়া কি কৈ আছ— যা বস্তুবোৰ সোনকালে বান্ধগৈ।

মালতী ঃ বোৱাৰী বোৱাৰী।
(সাবিত্ৰীৰ প্ৰৱেশ)

সাবিত্ৰী ঃ কি হ'ল মা?

মালতী ঃ মথাউৰিটো চিঙিল। কোন সময়ত গাঁৱত পানী সোমাই কোনো ভৰষা নাই।

সাবিত্ৰী ঃ কি— কি কৰিব এতিয়া?

মালতী ঃ কি কৰিম আৰু স্কুললৈ যাব লাগিব। বস্তুবোৰ বান্ধোগৈ আহ। (নৰেশ্বৰক) হেৰি আপুনি গৰু ছাগলী কেইটাৰ কিবা এটা ব্যৱস্থা

কৰক।

(নৰেশ্বৰে বাহিৰলৈ আৰু মালতীয়ে ভিতৰলৈ যাব বিচাৰে। দৌৰা দৌৰি কৈ সাবিত্ৰীয়ে বাহিৰত মেলি দিয়া কাপোৰখিনি আনিব বিচাৰে— পিচল খাই পৰে। সকলো সাবিত্ৰীৰ ওচৰলৈ আহে।)

সাবিত্ৰী ঃ আস।

নৰেশ্বৰ ঃ বোৱাৰী।

প্ৰশান্ত ঃ হেৰা।

(প্ৰশান্তই ধৰে)

প্ৰশান্ত ঃ মা এই ফালে ধৰ। হেৰা মাত দিয়া। সৰু ক'ত গ'ল— সৰু।

নৰেশ্বৰ ঃ এই সৰু— ওলাই নাহ কিয়।

(কংকনৰ প্ৰৱেশ)

কংকন ঃ কি হ'ল বৌৰ।

মালতী ঃ পিচল খালে।

কংকন ঃ কেনেকৈ ?

প্ৰশান্ত ঃ সেইবোৰ পাছত ক'ম। চাওঁ বৌৰেয়ক ধৰচোন।

সাবিত্ৰী ঃ উস আস।

কংকন ঃ বৌ একো নহয় তোমাৰ। তুমি ভয় নকৰিবা।

সাবিত্ৰী ঃ আস।

কংকন ঃ দাদা— এনেকৈ চাই থাকিব নোৱাৰি। বৌক হস্পিতাললৈ লৈ গ'লে ভাল হ'ব নেকি ?

প্ৰশান্ত ঃ লৈ যাব পাৰিলে ভাল হয়। কিন্তু কেনেকৈ লৈ যাবি এতিয়া ?

কংকন ঃ ৰচোন মই এম্বুলেন্স এখন মাতো। (কংকনে ফোন কৰে) হেল্লো... ইমাৰ্জেন্সি... এম্বুলেন্স এখন লাগে।... হাতীবাট, নগাবন্ধাৰ ওচৰৰ...অ কওক...কি আহিব নোৱাৰে...কিয়... ৰাস্তা চিঙিল... কিবা এটা কৰিব নোৱাৰে নে... শুনকচোন শুনক (ফোনটো কটা যায়) (প্ৰশান্তক) এম্বুলেন্স আহিব নোৱাৰে বোলে।

নৰেশ্বৰ ঃ কিয় ?

কংকন ঃ আমাৰ গাঁৱলৈ আহা ৰাস্তাটো পানীয়ে চিঙিলে।

নৰেশ্বৰ ঃ কি ?

কংকন ঃ মা আমাৰ ঠেলাখন ক'ত? বৌক এতিয়া ঠেলাখনতেই নিব লাগিব।

মালতী ঃ পংকজ বৰদেউতাৰ পুতেকে নিছিলে। ৰচোন— মই বিচাৰো। (বাহিৰলৈ চাই পংকজৰ ঘৈণীয়েকক চিঞৰে। এনে লাগে পংকজ মালতীহঁতৰ ওচৰ-চুবুৰীয়া) সৰলা বৌ অ সৰলা বৌ। (কোনেও সঁহাৰি নিদিয়ে) শুনা নাই নেকি? (কংকনক) যা চোন সিহঁতৰ ঘৰৰ পৰা ঠেলাখন লৈ আহ গৈ যা। মানুহে বস্তু নিলে ওভতাই দিব লাগে যে তাক পাহৰি যায়।

(কংকনৰ প্ৰস্থান)

প্ৰশান্ত ঃ পিতাই তাইক অলপ এইফালে ধৰচোন। মা চকী এখন আনচোন। তাইক বহোৱাই দিওঁ। (নৰেশ্বৰ আৰু প্ৰশান্তই সাবিত্ৰীক ধৰে। মালতীৰ প্ৰস্থান)

প্ৰশান্ত ঃ (সাবিত্ৰীক) তুমি একো চিন্তা নকৰিবা। একো নহয় তোমাৰ।

সাবিত্ৰী ঃ আস।

প্ৰশান্ত ঃ অলপ ধৈৰ্য ধৰা একো নহয় তোমাৰ। মই আছোঁ নহয় মই তোমাৰ একো হ'বলৈ নিদিওঁ। যেনেকৈ নহওক কিয় তোমাক হস্পিতাললৈ লৈ যাম।

সাবিত্ৰী ঃ আস।

(মালতীয়ে চকী এখন লৈ প্ৰৱেশ কৰে)

মালতী ঃ চাওঁ বহাই দেচোন তাইক।

(নৰেশ্বৰ আৰু প্ৰশান্তই সাবিত্ৰীক লাহে লাহে খোজ কঢ়াই আনি চকীখনত বহোৱাই দিয়ে। কিন কিনাই বৰষুণ পৰে।)

নৰেশ্বৰ ঃ ছেহ বৰষুণজাকো নো আকৌ দিব লাগেনে। (মালতীক) হেৰা ছাতি এটা আনাচোন।

মালতী ঃ অ আনিছো ৰ'ব। (মালতীৰ প্ৰস্থান)

নৰেশ্বৰ ঃ (নিজৰ ডিঙিৰ গামোছাখন প্ৰশান্তক দিয়ে) তাইৰ মূৰটো ঢাকি থচোন-তিতিব নিদিবি। (ভিতৰলৈ চাই) হেৰা ছাতিটো আনোতে ইমান সময় লাগেনে? সোনকালে আনা।

মালতী ঃ (নেপথ্যত) ৰ'ব আনিছো। (মালতীৰ প্ৰৱেশ) এইটো লওক।

নৰেশ্বৰ ঃ মেলাচোন— তাইৰ মূৰত বৰষুণ পৰিব নিদিবা।
(মালতীয়ে ছাতিটো খুলি সাবিত্ৰীক কিনকিনীয়া বৰষুণজাকৰ পৰা বচাবলৈ চেষ্টা কৰে। কংকনৰ প্ৰৱেশ)

নৰেশ্বৰ ঃ ঠেলাখন ক'ত?

কংকন ঃ চকা ফুটি আছে।

মালতী ঃ কি?

কংকন ঃ কি কৰিবি এতিয়া?
(লাহে লাহে বৰষুণ বাঢ়ি আহে।)

মালতী ঃ ছেহ বৰষুণ বেছিকৈহে দিছে। গোটেই মানুহজনী ভিজিব এতিয়া। বৰবোপা তাইক প্ৰথমতে ঘৰৰ ভিতৰলৈ লৈ ব'লচোন। তাৰ পাছত কি হ'ব দেখা যাব।

প্ৰশান্ত ঃ নালাগে মা। ঘৰৰ ভিতৰলৈ নি কি কৰিবি। ইফালে কোন সময়ত পানী সোমাই কোনো ঠিকনা নাই। পানী বাঢ়িলে বেছি অসুবিধাহে হ'ব।

নৰেশ্বৰ ঃ তেন্তে কি কৰিবি এতিয়া?

প্ৰশান্ত ঃ তাইক ডাইৰেক্ট স্কুললৈ লৈ যাওঁ নেকি— তাৰ পাছত কি কৰিব পাৰো দেখা যাব।

মালতী ঃ কেনেকৈ নিবি তাইক এতিয়া।

প্ৰশান্ত ঃ সৰু আৰু মই ধৰি ধৰি নিব লাগিব।

কংকন ঃ বৌ তুমি খোজ কাঢ়ি যাব পাৰিবানে?

সাবিত্ৰী ঃ ওহোঁ।

কংকন ঃ তেন্তে দাদা?

প্ৰশান্ত ঃ কি কৰিবি আৰু তই আৰু মই দাঙিয়েই নিব লাগিব।
(নৰেশ্বৰ লাহে লাহে অস্থিৰ হয় ঘৰৰ পিছফালে কিবা বিচাৰি যায়।)

মালতী ঃ পাৰিবি জানো?

প্ৰশান্ত ঃ ইয়াৰ বাহিৰে আৰু কি কৰিম? ৰাস্তাত যদি কিবা ব্যৱস্থা কৰিব পাৰো কৰিম আৰু। কিন্তু এনেকৈ আৰু চাই থাকিব নোৱাৰি।

মালতী ঃ ঠিকেই কৈছ— ধৰ তেন্তে।

প্ৰশান্ত ঃ সৰু ধৰ। আমি দুইটাই দাঙি নিব পাৰিম দে।

(নৰেশ্বৰে তৰ্জন গৰ্জন কৰি কোৰ এখন লৈ সোমাই আহে)

নৰেশ্বৰ ঃ নাই নাই। মোৰ ঘৰত পানী সোমাব নোৱাৰে— মোৰ ঘৰত পানী সোমাব নোৱাৰে। ক'তো নিব নালাগে তাইক। মই পানী সোমাব নিদিওঁ।

মালতী ঃ হেৰি কি হৈছে আপোনাৰ?

কংকন ঃ পিতাই কি হৈছে তোৰ?

নৰেশ্বৰ ঃ মই অকলে যুঁজিম চাওঁ মোক পানীয়ে হৰুৱাব পাৰে নে নোৱাৰে। চাওঁ পানীৰ কিমান বল। বুঢ়া হ'ব পাৰো মই— সকলো হেৰুৱাব পাৰো মই। কিন্তু জীৱন যুদ্ধত হৰা নাই কাহানিও আৰু হৰুৱাব নোৱাৰে কোনেও মোক। পানী মোৰ আগত কোন কূটা। মোৰ দেহৰ ৰন্ধ্ৰে-ৰন্ধ্ৰে আজিও অজস্ৰ তেজাল ঘোঁৰা বিদ্যমান। (কোৰৰে চোতালৰ মাটি কাটি মথাউৰি বনাব বিচাৰে।)

মালতী ঃ হেৰি কি হৈছে আপোনাৰ। যাওকচোন আপুনিও সিহঁতৰ লগত অলপ ওলাই যাওক। তাইক হস্পিতাললৈ লৈ যোৱাৰ কিবা ব্যৱস্থা কৰিব পাৰি নেকি।

কংকন ঃ (নৰেশ্বৰক বাধা দিবলৈ চেষ্টা কৰে) পিতাই— কি পাগলামি কৰিছ?

প্ৰশান্ত ঃ সৰু আহ। কি চাই আছ?

নৰেশ্বৰ ঃ পাগলামি কৰা নাই মই। তহঁত গ'লে যা। অকলে যুঁজিম মই অকলে যুঁজিম। মই অকলে এটা মথাউৰি বনাম। (চিঞৰি) এনে মথাউৰি বনাম যাক কোনেও ভাঙিব নোৱাৰে। মই অকলে যুঁজিম। অকলে যুঁজিম।

(নৰেশ্বৰে কোৰখনত ধৰি হুক হুকাই কান্দে। প্ৰশান্ত আৰু কংকনে সাবিত্ৰীক দাঙে। মালতী কিংকৰ্তব্যবিমূঢ় হৈ সকলোকে চাই থাকে।)

**(পট পৰে)**

## নাটখনত ব্যৱহৃত ইংৰাজী ভাষাৰ শব্দাৰ্থ

| | |
|---|---|
| অফিচ (Office) | কাৰ্যালয় |
| আপডেট (Update) | উন্নীত কৰ/আধুনিক কৰ |
| ইঞ্জিনিয়াৰ (Engineer) | অভিযন্তা |
| ইমাৰ্জেন্সি (Emergency) | জৰুৰীকালীন |
| ইলেকশ্বন (Election) | নিৰ্বাচন |
| এন.জি.অ' (NGO/Non-Governmental Organisation) | বেচৰকাৰী সংস্থা |
| এন.এচ.ডি (NSD/National School of Drama) | ৰাষ্ট্ৰীয় নাট্য বিদ্যালয় |
| এম্বুলেন্স (Ambulance) | ৰোগী কঢ়িওৱা যান |
| কণ্ট্ৰ'ল (Control) | নিয়ন্ত্ৰণ |
| গেচট্ৰিক (Gastric) | পিত্তৰোগ |
| গ্ৰেজুয়েচন (Graduation) | স্নাতক |
| চিৰিয়াছ (Serious) | গম্ভীৰ |
| চীট্ (Seat) | আসন |
| টাউন (Town) | নগৰ |
| ট্ৰাই (Try) | চেষ্টা কৰা |
| ডাইৰেক্ট (Direct) | পোনপটীয়া |
| ডেলিভাৰী (Delivery) | সন্তান প্ৰসৱ কৰা |
| পষ্ট (Post) | পদ |
| প্ৰমিচ (Promise) | প্ৰতিশ্ৰুতি |
| প্ৰেক্টিচ (Practice) | অভ্যাস |
| ফাইনেল (Final) | চূড়ান্ত |
| ফ্ৰী (Free) | বিনামূলীয়া |
| বি পজিটিভ (Be Positive) | নিশ্চিত থাক |
| বিজনেচ (Business) | ব্যৱসায় |
| ভাইৰেল (Viral) | বিয়পি |
| মাইক্ৰ'ফাইনেনচ্ (Microfinance) | ক্ষুদ্ৰ বিত্তীয় |

| | |
|---|---|
| মেট্ৰিক পাছ (Matric Pass) | মেট্ৰিক পাছ |
| মেৰিট্ লিষ্ট (Merit List) | যোগ্যতা তালিকা |
| ৰিজাল্ট (Result) | ফলাফল |
| ল'ন (Loan) | ঋণ |
| লাইক (Like) | পচন্দ কৰা |
| স্ক্ৰীন (Screen) | কোনো যন্ত্ৰৰ প্ৰদৰ্শনকাৰী অঙ্গ |
| স্নেক প্লেণ্ট (Snake Plant) | সৰ্পফনাৰ গছ |
| হস্পিটেল (Hospital) | চিকিৎসালয় |

# নতুন প্ৰতিশ্ৰুতিৰ সন্ধানত
## (একাংকিকা নাট)

### নাট্যকাৰৰ একলম

বহাগ বিহু অসমৰ এটি ৰঙীন উৎসৱ। কল্পনা কৰিব পাৰি যে বিহু নাচ, বিহু গীত আৰু ঢোল বজোৱাৰ চূড়ান্ত আকৃতি লাভ কৰিবলৈ কেইবাটাও যুগ লাগিছিল। বিহুৰ বহুকেইজন বিশেষজ্ঞৰ অনুসৰি আজিৰ অৱস্থাত উপনীত হ'বলৈ বিহুয়ে বিভিন্ন পৰ্যায় অতিক্ৰম কৰিছে। উদাহৰণ স্বৰূপে বিহু নৃত্যৰ দলসমূহক ১৭০৬ চনত শক্তিশালী ৰজা ৰুদ্ৰসিংহই ৰংঘৰৰ চোতালত অনুষ্ঠান পৰিৱেশন কৰিবলৈ আমন্ত্ৰণ জনাইছিল। এই সময়ছোৱাত অসমীয়া বিহু বহু দিশত সজীৱ হৈ উঠে। আনহাতে বিহুৰ বহুকেইজন বিশেষজ্ঞৰ মতে শ্ৰীমন্ত শংকৰদেৱে তেখেতৰ শাস্ত্ৰীয় সংগীতৰ কিছু অংশ অসমৰ বিভিন্ন শৈলীৰ লোকসংগীতৰ লগত মিহলাই দিছিল ফলস্বৰূপে জনসাধাৰণে বিহু গীতত বৈষ্ণৱ সংগীতৰ কিছু সুৰ সঞ্চাৰ কৰিছিল। মঞ্চ বিহু (মঞ্চত বিহু প্ৰদৰ্শন) হৈছে বিহু নাচৰ পঞ্চম পৰ্যায়। ১৯৩৪ চনত গোলাঘাট জিলাত প্ৰথমবাৰৰ বাবে মঞ্চত বিহু উদযাপন কৰা হয় আৰু তাৰ পিছত দেৰগাঁৱত (১৯৩৫), তাৰ পিছত শিৱসাগৰত (১৯৪১)। ইয়াৰ পিছত বিহুৱে লাহে লাহে নিজস্ব স্বকীয়তা হেৰুৱাব ধৰে।

এইখন এখন পৰীক্ষামূলক নাটক। এই নাটকৰ জৰিয়তে নাট্যকাৰে জনসাধাৰণৰ ওপৰত মঞ্চ বিহুৰ প্ৰভাৱক বিশ্লেষণ কৰিবলৈ চেষ্টা কৰিছে।

**চৰিত্ৰ সমূহ (ক্ৰম অনুসৰি)**

১. যুৱক— প্ৰথম, দ্বিতীয়, তৃতীয়
২. সূত্ৰধাৰ— প্ৰথম, দ্বিতীয়, তৃতীয়, চতুৰ্থ, পঞ্চম
৩. ব্ৰজেন
৪. হৰেণ
৫. ৰাজীৱ
৬. ৰাতুল
৭. অমৃত
৮. প্ৰথম পথিক
৯. দ্বিতীয় পথিক
১০. ঘোষক
১১. অজয়
১২. এন্থনী
বি.দ্ৰ. নাটখনত মুঠ পাঁচজন অভিনেতাই অভিনয় কৰিব।
১. প্ৰথম সূত্ৰধাৰ/ব্ৰজেন/দ্বিতীয় পথিক
২. দ্বিতীয় সূত্ৰধাৰ/হৰেণ/প্ৰথম পথিক/ঘোষক
৩. প্ৰথম যুৱক/ৰাজীৱ/চতুৰ্থ সূত্ৰধাৰ/এন্থনী
৪. দ্বিতীয় যুৱক/অমৃত/তৃতীয় সূত্ৰধাৰ/অজয়
৫. তৃতীয় যুৱক/ৰাতুল/পঞ্চম সূত্ৰধাৰ

(নাটখন পৰীক্ষামূলক। মঞ্চ-সজ্জা আৰু সাজ-সজ্জাত জটিলতা নথকাই ভাল)

(আঁৰ কাপোৰ উঠাৰ লগে লগে দেখা যাব যে তিনিজন যুৱকে ক্ৰমে প্ৰথম, দ্বিতীয় আৰু তৃতীয় যুৱকে বিহু গীত-নৃত্য কৰি মঞ্চত প্ৰৱেশ কৰে। তেওঁ লোকে তেনেদৰে অলপ সময় গীত-নৃত্য কৰি স্থিৰ হৈ ৰ'ব।)

(প্ৰথম সূত্ৰধাৰৰ প্ৰৱেশ)

প্ৰথম সূত্ৰধাৰ ঃ এইয়াই বিহু— আমাৰ জাতীয় উৎসৱ। অসমীয়া জাতিৰ চিহ্ন-চেনেহৰ বিহু।
(দ্বিতীয় সূত্ৰধাৰৰ প্ৰৱেশ)

দ্বিতীয় সূত্ৰধাৰ ঃ বিহু মূলতে কৃষিৰ লগত জড়িত, সৃষ্টিৰ আনন্দ বিজড়িত লৌকিক উৎসৱ।

প্ৰথম সূত্ৰধাৰ ঃ বিহু প্ৰধানতঃ আষ্টিক জাতিৰ অৱদান যদিও আলপাইন তিব্বত বৰ্মীসকলৰ কলা সংস্কৃতিৰ প্ৰভাৱত বিহুৱে এক নতুনত্ব লাভ কৰে।

দ্বিতীয় সূত্ৰধাৰ ঃ বিহুৰ ওপৰত আহোম কলা-সংস্কৃতিৰ প্ৰভাৱৰ কথা নুই কৰিব নোৱাৰি। অৱশ্যে বিহুৰ নামটোৰ উৎপত্তিৰ সম্বন্ধে বিভিন্ন জনমত আছে।

প্ৰথম সূত্ৰধাৰ ঃ বিহুৰ নামটোৰ উৎপত্তিৰ সম্বন্ধে ভিন্নজনৰ ভিন্ন মত থাকিলেও বিহু আমাৰ মাজত জীয়াই আছে একতাৰ এনাজৰী হৈ। বিহুৰ নামটো য'ৰ পৰা যেনেকৈ উৎপত্তি নহওক কিয় বিহু আমাৰ...

সকলো ঃ জাতিৰ প্ৰাণৰ স্পন্দন। এইয়াই বিহু যাৰ শাশ্বত সৌন্দৰ্যই মতলীয়া কৰে প্ৰতিজন অসমীয়াক। যাৰ মাজেৰে প্ৰতিফলিত হয় অসমীয়া জাতিৰ আশা-আকাংক্ষা, ৰং-আনন্দ আৰু সভ্যতা-সংস্কৃতি।
(প্ৰথম আৰু দ্বিতীয় সূত্ৰধাৰ ভাওনাৰ সূত্ৰধাৰৰ দৰে সুৰত ক'ব)

প্ৰথম সূত্ৰধাৰ ঃ আহে সামাজিক লোক
বিহুৰ মধ্য ৰঙালী বিহু অতি মনোহৰ
ওহি ৰঙালী বিহুৰ কথা আমি কহিতে লাগবো,
তাক সাৱধানে দেখহ-শুনহ।
হে সংগী কি বাদ্য শুনিয়ে?

দ্বিতীয় সূত্ৰধাৰ ঃ বিহুৰ বাদ্য বাজত।
(সকলোৱে বিহু নৃত্য-গীতত অংশ গ্ৰহণ কৰে। অলপ নৃত্য কৰি আকৌ সকলো স্থিৰ হয়)

প্ৰথম সূত্ৰধাৰ ঃ ৰঙালী বিহুৰ প্ৰথমদিনা উদযাপিত হয় গৰুৰ বিহু। ৰাতিপুৱা গৰুৰ গাত মাহ-হালধি দি গা ধুৱাই লাও, বেঙেনা, দীঘলতি, শুকলতি আৰু মাখিলতিৰে গৰুৰ গাত কোবাই কোবাই গোৱা হয় পৰম্পৰাগত মন্ত্ৰ ফাঁকি—

প্ৰথম/দ্বিতীয়/তৃতীয় যুৱক ঃ

দীঘ লতিৰ দীঘল পাত
মাখি মাৰো জাক জাক
লাও খা, বেঙেনা খা
বছৰে বছৰে বাঢ়ি যা।
মাৰে সৰু বাপেৰে সৰু
তই হ'বি বৰ গৰু।।

দ্বিতীয় সূত্ৰধাৰ ঃ সন্ধিয়া গৰুক নতুন পঘা দি আদৰণি জনোৱাৰ পাছতেই আৰম্ভ হয় মানুহৰ বিহু। গৰু বিহুৰ পিছদিনাই ৰাতিপুৱা মাহ-হালধিৰে গা ধুই ন সাজ পিন্ধে। বিহুৱান যাচি নতুন বছৰৰ ওলগ জনাই। সৰুৱে ডাঙৰক সেৱা সৎকাৰ কৰে। ডাঙৰে হিয়া উজাৰি আশীৰ্বাদ দিয়ে আৰু আইদেউ সকলে অনেক ৰকমৰ পিঠা-পনাৰে অতিথি আপ্যায়ন কৰে।

প্ৰথম সূত্ৰধাৰ ঃ কুলিৰ কুণ শুনি ডেকা-গাভৰুৱে ঢোল-পেঁপা, গগণা-সুতুলি লৈ গছৰ তল পায়। ডেকাৰ গাত এঙা চোলা, কলাফুললৈ বৈ পৰা চুৰিয়া, কঁকালত ৰঙা টঙালি, হাতত হাঁচতি, মূৰৰ ভমকা-ফুলীয়া গামোচাৰ পাগে প্ৰতিজন অসমীয়াক নতুনত্বৰ সন্ধান দিয়ে।

দ্বিতীয় সূত্ৰধাৰ ঃ জিলিকি উঠে গাভৰুৰ হাত খাৰুৰে, জেতুকাৰ বোলৰে। ডিঙিত গলপতা, জোন-বিৰি, ডুগডুগি মণি। কাণৰ ডালিমা কেৰু, কপালৰ সাতপুৰীয়া সেন্দূৰৰ যোৰ ফোঁট, গাত গোন্ধতেল, ওঁঠত বঢ়মথুৰিৰ ৰহণ, এইয়াই বিহুৱতী গাভৰুৰ লক্ষণ।

সকলো ঃ কিন্তু কাল ক্ৰমত ৰঙালী বিহুৰ প্ৰকৃত ৰূপ সলনি হ'ল— হেৰাই গ'ল ৰঙালী বিহুৰ বিভিন্ন সত্বা।

প্ৰথম সূত্ৰধাৰ ঃ (সুৰত ক'ব)
আহে সামাজিক লোক
দেখহ-শুনহ ৰঙালী বিহুৰ বৰ্তমান ৰূপ।
নিৰন্তৰে হৰি বোল হৰি।
আহে সংগী কি বাদ্য বাজত?

দ্বিতীয় সূত্ৰধাৰ ঃ বিহুৰ বাদ্য বাজত।
(সকলোৱে বিহু নৃত্য-গীতত অংশ গ্ৰহণ কৰে। বিহুৰ তালে তালে যুৱক তিনিজনে প্ৰস্থান কৰে। প্ৰথম আৰু দ্বিতীয় সূত্ৰধাৰে ক্ৰমে ব্ৰজেন আৰু হৰেণৰ ৰূপ লয়। মঞ্চৰ এটা চুকত বহে যেন কাৰোবাৰ বাবে অপেক্ষা কৰি আছে। ব্ৰজেন গাঁৱৰ এজন আগৰণুৱা ৬০-৬৫ বছৰীয়া ব্যক্তি। হৰেণ বিদ্যালয়ৰ শিক্ষক। বয়স ৪০-৪৫ বছৰ। ব্ৰজেনে নামঘোষাৰ এফাঁকি লেচাৰী গায়।)

ব্ৰজেন ঃ কৃষ্ণ এক দেৱ দুখহাৰী কাল মায়াদিৰো অধিকাৰী
কৃষ্ণ বিনে শ্ৰেষ্ঠ দেৱ নাহি নাহি আৰ।
সৃষ্টি স্থিতি অন্তকাৰী দেৱতাও বিনে আন নাহি কেৱ
জানিবা বিষ্ণুসে সমস্ত জগতে সাৰ।।
(লেচাৰী আধাতে সমাপ্ত কৰি হৰেণক প্ৰশ্ন কৰে) বোলো মাষ্টৰ আজি মিটিংখন হ'বনে?

হৰেণ ঃ কিয় নহ'ব দাইটি?

ব্ৰজেন ঃ এহ মিটিং পতা মানুহ কেইটাৰ দেখোন এতিয়ালৈ দেখাদেখি নাই।

হৰেণ ঃ হয় দিয়ক ইমান দেৰি কৰাটো কিন্তু উচিত হোৱা নাই।

ব্ৰজেন ঃ আৰু চোৱাচোন মিটিংখন পাতিছে ক'ত? এহঃ গাঁৱত কিবা লাইব্ৰেৰীটো নাই নেকি? যদি গাঁৱৰ লাইব্ৰেৰীটোতে মিটিং এখন পাতিব নোৱাৰি তেন্তে লাইব্ৰেৰীটোনো কিয় লাগে।

হৰেণ ঃ পিছে গাঁৱৰ লাইব্ৰেৰীটোৰ অৱস্থাই নাই দেখোন। বহিবলৈ বেঞ্চ চকী এখনো নাই। যি দুই চাৰিখন চৰকাৰে দিছিল তাকো যোৱাবাৰ চোৰে নিলে। মিটিংখন নামঘৰতে পাতিছে

ভালেই কৰিছে। তাতে লাইব্ৰেৰীটো ইমান আওহতীয়া ঠাইত আছে তাত কোনোবাই মিটিং পাতিলে দেখোন কোনেও আহিব নিবিচাৰে।

ব্ৰজেন ঃ সেই কাৰণে ল'ৰাবোৰে আমাৰ কথা শুনিব লাগে। কিমান ক'লোঁ লাইব্ৰেৰীটো পাতিব খুজিছ পাত। কিন্তু গাঁৱৰ মূৰত নহয় গাঁৱৰ মাজত পাত। ইমান আওহতীয়া ঠাইত পাতিলে লাইব্ৰেৰীটোৰ ব্যৱহাৰেই নহ'ব। পিছে হেৰি নহয় মাষ্টৰ মিটিংখন বা কিয় পাতিছে কিবা জানানে?

হৰেণ ঃ ৰাজীৱে একো কোৱা নাই নেকি আপোনাক?

ব্ৰজেন ঃ সিহঁতে মোক মিটিংখনৰ বাবে মাতিব যাওঁতে মই ঘৰত নাছিলো। আমাৰ এওঁহে মোক মিটিং আছে বুলি কৈছে। ইহঁতে বোলে মোক মাতিবলৈ যাওঁতে তেওঁক কাৰণটো কৈছিল, পিছে জনাই নহয় আমাৰ এওঁৰ কথা— ইহঁতে কি ক'লে তাক বোলে ভালকৈ বুজিয়েই নাপালে।

হৰেণ ঃ ৰাজীৱে কোৱামতে সিহঁতে বোলে এইবাৰ গাঁৱতে ৰঙালী বিহু সন্মিলন পাতে। তাকে আলোচনা কৰিব বোলে আজি।

ব্ৰজেন ঃ বৰ ভাল কথা। পিছে মই আকৌ কিবা ইলেকশ্বনৰ মিটিং বুলিহে ভাবিছিলোঁ। এহ পিছে এইখন যদি ইলেকশ্বনৰ মিটিং নহয়, তাত মোৰ কি কাম?

হৰেণ ঃ কিয় নাই দাইটি— সিহঁতে আমাক ইমান আশা কৰি মাতিছে। আমি নাথাকিলে জানো কথাটো ভাল হ'ব? আমিয়েই যদি সিহঁতক দিহা-পৰামৰ্শ নিদিওঁ, আন কোনে দিব?

ব্ৰজেন ঃ পিছে যি হে দিন কাল পৰিছে আজি কালিৰ ডেকা মখাই দেখোন আমাক মানুহ বুলিয়েই নাভাবে। হেৰা মাষ্টৰ, সিহঁতে আমাৰ কথা শুনিব জানো?

হৰেণ ঃ কিয় নুশুনিব— শুনিব। মোৰেইতো ছাত্ৰ আছিল সিহঁত (বাহিৰলৈ চায়) এইয়া সিহঁত আহিলেই। (ৰাজীৱৰ প্ৰৱেশ)

ৰাজীৱ ঃ (হৰেণক) চাৰ আহিলে (ব্ৰজেনক দেখি) অ খুড়াও আছে।

ব্ৰজেন ঃ তই অকলে আহিলি— তোৰ লগত দেখোন ভলৌ আৰু বাপনৰ পুতেককো দেখা নিচিনা পাইছিলোঁ। ক'ত গ'ল সিহঁত? মাত সোনকালে— ইয়াৰ পাছত মোৰ আন এখন মিটিং আছে।

ৰাজীৱ ঃ (বাহিৰলৈ চায়) ঐ অমৃত বাহিৰত বহিব নালাগে। আহ ভিতৰলৈ আহ। ৰাতুল দেৰি নকৰিবি আহ।

অমৃত ঃ (নেপথ্যত) গৈছো ৰ'।

(অমৃত, ৰাতুলৰ প্ৰৱেশ)

ব্ৰজেন ঃ দে ৰাজীৱ মিটিংখন আৰম্ভ কৰ।

ৰাজীৱ ঃ আৰু অলপ সময় ৰওঁ নেকি? যদি আৰু কোনোবা আহে। (বহে)

হৰেণ ঃ নালাগে দিয়া আৰম্ভ কৰা। দাইটিৰো আৰু এখন মিটিং আছে, মোৰো কাম আছে। আৰু কোনো নাহে, আহিব লগা থকাহেঁতেন ইমান সময়ত আহিলে হয়।

ৰাজীৱ ঃ ঠিক আছে চাৰ— তেন্তে মিটিংখন আৰম্ভ কৰোঁ। আচলতে আমি আজিৰ এই মিটিংখন...

ব্ৰজেন ঃ (ৰাজীৱক কথা সম্পূৰ্ণ কৰিব নিদিয়াকৈ) হেৰৌ ৰাজীৱ তই জনা শুনা ল'ৰা হৈ এইখন কি কৰিছ?

ৰাজীৱ ঃ মানে?

ব্ৰজেন ঃ হেৰৌ আমি ইমানবোৰ বয়সীয়াল মানুহ ইয়াত আছোঁ, তই আমাৰ আগত কেনেকৈ কথা ক'ব লাগে তাকো নাজান— থিয় হৈ ক'।

হৰেণ ঃ নালাগে দিয়ক দাইটি মানুহ যেতিয়া বেছি নাইয়েই ঘৰুৱা ভাবেই আলোচনা কৰোঁ।

ব্ৰজেন ঃ এই তুমি কৈছা যেতিয়া হ'ব দিয়া। দে দে ৰাজীৱ— তই বহি বহিয়েই ক'।

ৰাজীৱ ঃ আজি আমি এটা বিশেষ কথাৰ বাবে ইয়াত সমবেত হৈছোঁ। এইবাৰ আমি পোন প্ৰথম বাৰৰ বাবে আমাৰ গাঁৱত ৰঙালী বিহু সন্মিলন এখনি অনুষ্ঠিত কৰিম বুলি ভাবিছোঁ। তাৰ

উদ্দেশ্যে এখনি কমিটি গঠন কৰিবলৈ আজিৰ এই মিটিংখন আয়োজন কৰা হৈছে।

ব্ৰজেন ঃ তহঁতে ভাল কথাই ভাবিছ। পিছে হেৰি নহয় ৰাজীৱ আজিৰ এই মিটিংখনৰ সভাপতি এজন পাত আকৌ। নহ'লে বস্তুটো চিজিল নহ'ব নহয়।

ৰাজীৱ ঃ এ খুড়া মিটিংখনত মানুহেই নাই। সভাপতি নহ'লেও আজিৰ মিটিংখন চলি যাব দিয়ক। চাৰে ঠিকেই কৈছে, কথাটো ঘৰুৱা ভাবেই আলোচনা কৰোঁ।

ব্ৰজেন ঃ কেনেকৈ হ'ব? হেৰৌ সভাপতি নোহোৱাকৈ ক'ত মিটিং হোৱা দেখিছ?

ৰাতুল ঃ অ বৰদেউতা, আজি সভাপতি নহ'লেও হ'ব দিয়ক, পাছৰ মিটিংত পাতিম।

ব্ৰজেন ঃ কি ক'লি— সভাপতি নহ'লেও হ'ব? হেৰৌ এতিয়া তোৰ পৰা মই কথা শিকিব লাগিব? মই ইলেকশ্বনৰ কিমানখন মিটিং গ'লোঁ, তই এতিয়া আকৌ মোক কথা শিকাব আহ।

ৰাতুল ঃ এইখন ইলেকশ্বনৰ মিটিং নহয় খুড়া।

ব্ৰজেন ঃ তই মোৰ মুখে মুখে কথা ক'ব আহিছ।

ৰাতুল ঃ ধেৎ এই চব মানুহৰ লগত কথা পাতে নেকি। ঐ ৰাজীৱ এই চব মানুহক আমাৰ মিটিংলৈ কোনে মাতিছিল?

ব্ৰজেন ঃ দেখিলা মাষ্টৰ মই কোৱা নাছিলোনে ইহঁতে আমাৰ কথা ক'ত শুনিব। সেই কাৰণে মই ইয়াত নাথাকোঁ বুলি কৈছিলো। তুমি কোৱাৰ বাবেহে ৰ'লো।

ৰাতুল ঃ আপুনি নাথাকিলেও আমি অকলে পাৰিম যাওক। আপুনি ইলেকশ্বনৰ মিটিংয়েই গাই ফুৰক।

ব্ৰজেন ঃ (খং) চোৱাচোন মাষ্টৰ— তাৰ গপটো চোৱা। নাথাকোঁৱেই যা তহঁতৰ মিটিংত। মই চাই ল'ম কেনেকৈ তহঁতে বিহু পাত? (যাব খোজে হৰেণে বাধা দিয়ে)

হৰেণ ঃ ৰ'বচোন ৰ'ব দাইটি আপুনি নাথাকিলে নহ'ব।

ৰাতুল ঃ চাৰ তেওঁক যাবলৈ দিয়ক।

হৰেণ ঃ (ৰাতুলক) তুমি মনে মনে থাকাচোন। (ব্ৰজেনক) সিহঁত নতুন ল'ৰা, একোৰেই নাজানে। আমি নাথাকিলে সিহঁতে অকলে একো কৰিব নোৱাৰে। তাতে বিহু সন্মিলনখন পাতিব ওলাইছে যেতিয়া ভালকৈ পাতিব লাগিব। আমাৰ গাঁৱৰ সন্মানৰ কথা আছে।

ব্ৰজেন ঃ (শান্ত হয়) নতুন যেতিয়া নতুন ল'ৰাৰ নিচিনাকৈ থাকিব লাগে।

হৰেণ ঃ সেইবোৰ বাদ দিয়ক— ঘৰৰে ল'ৰা— ধৰি কি লাভ। (ৰাজীৱক) বাৰু ৰাজীৱ— দাইটিয়ে কৈছে যেতিয়া সভাপতি এজন পাতা।

ৰাজীৱ ঃ ঠিক আছে চাৰ। তেন্তে আজিৰ সভাৰ সভাপতিত্বৰ দায়িত্ব ভাৰ চলাই নিবৰ বাবে মই আমাৰ শিক্ষাগুৰু মাননীয় শ্ৰীযুত হৰেণ বৰাদেৱৰ নামটি প্ৰস্তাৱ কৰিলোঁ।

অমৃত ঃ উক্ত প্ৰস্তাৱটিক মই সাদৰেৰে সমৰ্থন কৰিলোঁ।

(সকলোৱে হাত চাপৰি বজাব)

হৰেণ ঃ ৰাইজে যেতিয়া মোকেই এই দায়িত্ব দিলে তেন্তে আপোনালোকৰ সহায়-সহযোগিতা আশা কৰিলোঁ। (ৰাজীৱক) বাৰু আজিৰ সভাৰ কাৰ্যসূচী বনাইছানে, যদি আছে দিয়া।

ৰাজীৱ ঃ এইখন চাৰ।

হৰেণ ঃ (কাৰ্যসূচীখনত চকু ফুৰাই) আমাৰ আজিৰ সভাৰ প্ৰথম কাৰ্যসূচী সভাৰ উদ্দেশ্য ব্যাখ্যা ইতিমধ্যে সমাপ্ত হৈছে। দ্বিতীয় কাৰ্যসূচী হৈছে ৰঙালী বিহুৰ উদযাপন সমিতিখনৰ গঠন। পিছে আজি দেখোন মানুহেই নাই কমিটিখন কেনেকৈ গঠন কৰিব?

অমৃত ঃ শ্ৰদ্ধেয় সভাপতি মহোদয় আৰু উপস্থিত ৰাইজ মই এটা কথা ক'ব খুজিছোঁ।

হৰেণ ঃ কোৱা কি ক'ব বিচাৰিছা?

অমৃত ঃ যিহেতু আমি এইবাৰ পোন প্ৰথমবাৰৰ বাবে ৰঙালী বিহু

সন্মিলনখন আয়োজন কৰিব ওলাইছোঁ, গতিকে আমি অনুষ্ঠানটো দুদিনীয়াকৈ অনুষ্ঠিত কৰিলে ভাল হ'ব।

ব্ৰজেন ঃ বৰ ভাল কথা।

হৰেণ ঃ পিছে দুদিন একেৰাহে ৰাইজে বিহু চাবলৈ ভাল পাব জানো— ইফালে খৰচ পাতিৰো কথা আছে।

অমৃত ঃ আমি থাকোঁতে আকৌ খৰচ পাতিৰ চিন্তা কৰাৰ প্ৰয়োজন নাই। তাতে আকৌ আমি দুদিন বিহু নাচৰ কমপিটিচন নাপাতো নহয়। দ্বিতীয়দিনা আমি আৰ্টিছ মাতিম বুলি ভাবিছোঁ।

ৰাতুল ঃ অমৃতে ঠিকেই কৈছে।

হৰেণ ঃ পিছে বাকী সকলে বা কি কয়?

ৰাজীৱ ঃ মোৰো একেই কথা।

হৰেণ ঃ তোমালোকে কৈছা যেতিয়া হ'ব দিয়া।

ৰাতুল ঃ চাৰ দ্বিতীয় দিনা সন্ধিয়া আধুনিক নৃত্যৰ প্ৰতিযোগিতা থাকিলে ভাল হ'ব নেকি?

হৰেণ ঃ দাইটি আপুনি কি কয়?

ব্ৰজেন ঃ মইনো আৰু কি ক'ম— সিহঁতে যি ভাল দেখিছে তাকেই কৰক।

অমৃত ঃ আধুনিক নৃত্য থাকিলেহে প্ৰগ্ৰেম ধুনীয়া হ'ব। আজি কালি আধুনিক নৃত্য আৰু আৰ্টিছ নাথাকিলে বিহুক বিহু যেনেই নালাগে।

(সকলোৰে স্থিৰ হ'ব। ব্ৰজেন হৰেণ, অমৃত ৰাজীৱ ৰাতুলে ক্ৰমে প্ৰথম, দ্বিতীয়, তৃতীয়, চতুৰ্থ আৰু পঞ্চম সূত্ৰধাৰৰ ৰূপ ল'ব)

তৃতীয় সূত্ৰধাৰ ঃ এনেদৰে এনেদৰে স্বত-স্ফূৰ্ত ৰঙালী বিহুক ব্যৱসায়িক কৰা হ'ল। মঞ্চৰ এই ৰঙালী বিহুৱে আমাৰ পৰা কাঢ়ি নিলে আমাৰ স্বতঃস্ফূৰ্ত ৰং-আনন্দ।

প্ৰথম সূত্ৰধাৰ ঃ এতিয়া ৰঙালী বিহু পঢ়া-শুনা কৰা, আৰ্থিক ভাবে সৱল এচাম মানুহ লগৰী। মঞ্চৰ বিহু নাচ স্বতঃস্ফূৰ্ত নহয়। ইয়াৰ

বুকুত আছে কিছু কৃত্ৰিম ধৰি বান্ধি দিয়া নিৰ্দিষ্ট লয় নিয়ম।

দ্বিতীয় সূত্ৰধাৰ ঃ এজনী আৰ্থিকভাৱে দুৰ্বল নাচনীয়ে টকা দি বিহু নাচৰ তেনে কৃত্ৰিম লয়-নিয়ম শিকিবলৈ সামৰ্থ্য নহয়।

চতুৰ্থ সূত্ৰধাৰ ঃ তেনে নাচনীয়ে নাচিবলৈ বাবে টকা খৰচ কৰি ঢুলীয়া, পেঁপা বাদক মতাৰ কথা কল্পনাই কৰিব নোৱাৰে।

পঞ্চম সূত্ৰধাৰ ঃ এনেদৰে আমি আহি এনে এটা স্থানত উপনীত হৈছোঁ য'ত ৰঙালী বিহুটি ব্যৱসায়লৈ ৰূপান্তৰিত হৈছে। আমাৰ বাপতি সাহোন ৰঙালী বিহুটো আজি ধ্বংসমুখী। আৰু কিমান ধ্বংসৰ বুকুলৈ আগবঢ়াম। আজি অসমীয়াই হুঁচৰি গাবলৈ লাজ কৰে কিন্তু...

প্ৰথম সূত্ৰধাৰ ঃ আহে সংগী কি বাদ্য শুনিয়ে?

দ্বিতীয় সূত্ৰধাৰ ঃ বিহুৰে বাদ্য বাজত।

(বিহু ঢোল বাজে তাৰ তালে তালে নাচি নাচি প্ৰথম, দ্বিতীয় আৰু চতুৰ্থ সূত্ৰধাৰে প্ৰস্থান কৰে তৃতীয় আৰু পঞ্চম সূত্ৰধাৰে ক্ৰমে অমৃত আৰু ৰাতুলৰ ৰূপ ল'ব। দুয়ো এটা পথৰ কাষত ৰৈ থাকে।)

অমৃত ঃ ঐ ৰাতুল ৰচিদ বহী কেইখন বাকী আছে?

ৰাতুল ঃ মোৰ হাতত দুখন বাকী আছে— তোৰ হাতত?

অমৃত ঃ এখনেই আছে। ডেইলী বজাৰৰ পৰা আনপেইড খিনি উঠোৱা হ'ল নে?

ৰাতুল ঃ নাই— আজি যাব লাগিব।

অমৃত ঃ আজি আৰু ক'ত যাবি?

ৰাতুল ঃ ৰাজীৱেহে জানে— আমাক এতিয়া এই তিনি আলিটোতে ৰ'ব দিছে। সি নহালৈ ইয়াতে যি পাৰো তাক কালেক্টচন কৰিব কৈছে।

অমৃত ঃ সি আহিবনে?

ৰাতুল ঃ আহিম বুলিয়েই কৈছে (হাতৰ ঘড়ীলৈ চায়) আহিবৰ হৈছে। সৌৱা আহিলেই। (ৰাজীৱৰ প্ৰৱেশ)

ৰাজীৱ ঃ চৰী ভাই— অলপ লেট্ হ'ল।

অমৃত ঃ কি চৰী— তই নিজে বিত্ত সমিতিৰ সম্পাদক হৈ ইমান দেৰি কৰিলে কেনেকৈ হ'ব।

ৰাজীৱ ঃ বাৰু বাদ দে সেইবোৰ— আজিৰ পৰা আৰু নহয়। পিছে বহনি হ'ল নে?

ৰাতুল ঃ নাই এতিয়ালৈ।

অমৃত ঃ চাৰ নাহে নেকি ৰাজীৱ?

ৰাজীৱ ঃ চাৰ— কাৰ কথা কৈছ?

অমৃত ঃ অ তই এতিয়া চাৰক চিনিয়েই নোপোৱা হ'লি। আমাৰ চাৰ আকৌ। ডি.চি— দিগন্ত চমুৱাৰ কথা কৈছোঁ।

ৰাজীৱ ঃ অ ডি.চি— ক'ত আহিব এতিয়া। আহোঁতে এচ.পিৰ লগত দেখা পাই আহিছোঁ।

ৰাতুল ঃ এচ.পি?

ৰাজীৱ ঃ সংগীতা ফুকন।

অমৃত ঃ তেন্তে আৰু নাহে এতিয়া। ভগৱানেই ভাল মিলাইছে দুয়োকে।

ৰাতুল ঃ (কাৰোবাক অহা দেখি) ঐ ৰাজীৱ বহনি হ'ব যেন লাগিছে।

ৰাজীৱ ঃ কোনোবা আহিছে নেকি?

অমতৃ ঃ আমাৰ গাঁৱৰ নহয় দে— দুশ টকাৰ কম নিলিখিবি কিন্তু।

ৰাতুল ঃ হ'ব দে— চিন্তাই নকৰিবি। (দুজন পথিকৰ প্ৰৱেশ)

ৰাতুল ঃ দাদা অলপ ৰ'বচোন। (দুয়ো ৰ'ব)

ৰাজীৱ ঃ মানে দাদা— এইবাৰ আমি দুদিনীয়াকৈ ৰঙালী বিহু পাতিব বিচাৰিছোঁ গতিকে কিবা এটা...

অমৃত ঃ কিবা এটা মানে দুশ টকা লিখিছো।

প্ৰথম পথিক ঃ বিহুৰ বাবে আৰু কিমান চান্দা দিমহে। তাতে আকৌ দুশ টকা বহু বেছি হৈছে।

অমৃত ঃ নাই দিয়ক ক'তনো বেছি বিচাৰিছোঁ।

দ্বিতীয় পথিক ঃ নাই নাই ইমান বেছি দিব নোৱাৰি।

অমৃত ঃ আমি জানো এনেই বিচাৰিছোঁ— বিহুৰ বাবেহে বিচাৰিছোঁ।

প্ৰথম পথিক ঃ বিহু বুলিয়েই ইমান টকা দিব নোৱাৰি নহয়। তাতে

তোমালোকে বিহু পাতিব বিচাৰিছা পাতা। কিন্তু ৰাস্তাই-ঘাটে চান্দা বিচাৰি আমাক জুলুম কিয় দিয়াহে?

ৰাতুল ঃ কি জুলুম দিছোঁ— বেছি কৰিছে আপুনি। বেছি নকৰিব— চিনি পোৰা নাই আমাক? ভালদৰে চিনাই দিম।

ৰাজীৱ ঃ কি চাই আছে— দিয়ক। ৰাতুল ৰচিদখন দে। (ৰাজীৱে প্ৰথম পথিকক ৰচিদখন দি টকা লয়)

অমৃত ঃ ভালদৰে ক'লে নুবুজে। (দ্বিতীয় পথিকক) হেৰি আপুনি...

দ্বিতীয় পথিক ঃ মইনো কিমান দিম— চৰকাৰী চাকৰিয়াল। চৰকাৰে বিহুৰ সময়টো দৰমহা কেইটাও সময় মতে নিদিয়ে। তথাপিও আপোনালোকে বিহু পাতিছে যেতিয়া একাৱন্ন টকাকে ৰাখক।

ৰাজীৱ ঃ কি কয় হে আপুনি— হেৰি একাৱন্ন টকাৰে বিহু পতা ক'ত দেখিছে?

ৰাতুল ঃ হ'ব দিয়ক— পাৰিব দিয়ক। দুশ টকাহে লিখিছো। বেছি লিখা নাই। বছৰত বিহু এবাৰহে আহে।

(দ্বিতীয় পথিকে দুশ টকা দিয়ে। প্ৰথম, দ্বিতীয় পথিকৰ প্ৰস্থান)

অমৃত ঃ একাৱন্ন টকা দিয়ে। একাৱন্ন টকাত কম্পেনীৰ বাদেই দে লোকেল মালো পোৱা নাযায়।

ৰাজীৱ ঃ চাওঁ ৰাতুল তোৰ হাতৰ বহী কেইখন দেচোন— আনপেইড কিমান আছে চাওঁ।

(ৰাজীৱ আৰু ৰাতুলে বহী কেইখন হিচাপ কৰে। অমৃতে গুণগুণাই ইফালে সিফালে পায়চাৰি কৰে, এনে লাগে যেন বহু সময় পাৰ হ'ল।)

অমৃত ঃ (হামি) ঐ ৰাজীৱ হ'ল নে? হ'ল যদি যাওঁ আহ সন্ধিয়াও হ'বৰ হ'ল। ইফালে ডেইলী বজাৰৰ পৰা আনপেইড খিনিও তুলিব লগা আছে।

ৰাজীৱ ঃ হ'ল আৰু।

অমৃত ঃ আজি ট'টেল কালেক্টচন কিমান হ'ল?

ৰাতুল ঃ আজি তিনি হাজাৰ পাঁচশ দহ টকা উঠিলে।

ৰাজীৱ ঃ কাম এটা কৰ। তিনি হাজাৰ জমা বুলি লিখি থ, বাকী পাঁচশ দহ টকা অন্য খৰচৰ ঘৰত লিখিবি— বুজিছ নহয়।

ৰাতুল ঃ কিয় নুবুজিম। এই ৰঙালী বিহুৰ জহতে লোকেল গেলা খোপা এৰি বিলাতী বটলৰ সোৱাদ ল'ব পাৰিছোঁ।

অমৃত ঃ এই কেইদিন জিতুৰো অতপালি কমিছে। কম বাহাদুৰি নে তাৰ— বাকীত মালেই দিব নিবিচাৰে। যা— এই বিহুৰ কেইদিন তোৰ পৰা মালেই নাখাওঁ।

ৰাতুল ঃ এতিয়া ইয়াত লে'কচাৰ মাৰি থাকিবিনে নে যাবি।

ৰাজীৱ ঃ হয় দে— ব'ল। (ৰাজীৱ, অমৃত আৰু ৰাতুলৰ প্ৰস্থান। বিপৰীত দিশৰ পৰা প্ৰথম সূত্ৰধাৰৰ প্ৰৱেশ)

প্ৰথম সূত্ৰধাৰ ঃ আহে সামাজিক লোক। ঐছন প্ৰকাৰে যুৱবিন্দই চান্দা তুলিয়া ভ্ৰমি ফুৰয়। আহে সামাজিক লোক ঐছন প্ৰকাৰে অনুষ্ঠানৰ দিন প্ৰকট হৈল। প্ৰথম দিনাৰ অনুষ্ঠানৰ কথা সূত্ৰধাৰে কহিতে লাগব তাক সাৱধানে দেখহ-শুনহ। পয়াৰ। (দ্বিতীয় সূত্ৰধাৰৰ প্ৰৱেশ)

দ্বিতীয় সূত্ৰধাৰ ঃ (পয়াৰ)

শুনিয়োক সভাসদ মোহোৰ বচন
প্ৰথম দিনা কিযে হ'ল শুনা সভাসদ।
বিহু কন্যা, বিহু কুঁৱৰী নৃত্য হ'ল যে শেষ
ফিক্সিং যদি হৈছে নাজানো কিংকৰ।
কিছুমানে ক'লে মোক ফিক্সিং হৈছে বুলি
কাজিয়া হ'ল ৰঙালী বিহুৰ স্থলীত।
আজি আছে দ্বিতীয় দিনাৰ অনুষ্ঠান
দেখহ-শুনহ তুমি সাৱধানে দেখ।।

সূত্ৰধাৰ ঃ আহে সংগী কি বাদ্য শুনিয়ে?

দ্বিতীয় সূত্ৰধাৰ ঃ বিহুৰ বাদ্য বাজত।

(বিহু ঢোল বাজে তাৰ তালে তালে নাচি নাচি প্ৰথম, দ্বিতীয় সূত্ৰধাৰে প্ৰস্থান কৰে ঘোষকৰ প্ৰৱেশ)

ঘোষক ঃ শ্ৰদ্ধেয় বিহু বলীয়া ৰাইজ। আমি আহি আহি এতিয়া দ্বিতীয় দিনাৰ দ্বিতীয় কাৰ্যসূচীত ভৰি দিছোঁহি। আমাৰ প্ৰথম কাৰ্যসূচী আধুনিক নৃত্য প্ৰতিযোগিতাৰ ফলাফল আৰু কিছু মুহূৰ্তৰ পাছতেই ঘোষণা কৰা হ'ব। এতিয়া আমি অনুষ্ঠিত কৰিব ওলাইছোঁ আমাৰ ৰঙালী বিহু সন্মিলনৰ আটাইতকৈ আকৰ্ষণীয় অনুষ্ঠান-আমন্ত্ৰিত শিল্পীৰ সংগীতানুষ্ঠান। ইতিমধ্যে আমাৰ মাজৰ উপস্থিত হৈছেহি আমাৰ আমন্ত্ৰিত শিল্পী অসমৰ মাইকেল জেকচন ৰূপে খ্যাত এন্থনী গাৰ্গ। তেওঁৰ অনুষ্ঠানৰ পূৰ্বে আমি আমাৰ মঞ্চ মুকলি কৰিবলৈ আমন্ত্ৰণ কৰি আনিছো আমাৰ অতি আদৰৰ, চেনেহৰ, সন্মানীয় বিধায়ক মহোদয় অজয় আগৰৱালাদেৱক। তেওঁ ইতিমধ্যে আমাৰ মাজৰ উপস্থিত হৈছে। তেওঁক মঞ্চলৈ আগবঢ়াই আনিবৰ বাবে মই আমাৰ বিহু সন্মিলনৰ উদযাপন সমিতিৰ সভাপতি মহোদয় শ্ৰীমান ব্ৰজেন বৰাদেৱক অনুৰোধ জনালোঁ।

(ব্ৰজেনে অজয় আগৰৱালাক আগবঢ়াই আনে)

ঘোষক ঃ এইবাৰ চাৰক এখন ফুলাম গামোচাৰে সম্বৰ্ধনা জনাবলৈ আমি বিহু সন্মিলনৰ উদযাপন সমিতিৰ সভাপতি মহোদয় শ্ৰীমান ব্ৰজেন বৰাদেৱক অনুৰোধ জনালোঁ।

(ব্ৰজেনে অজয় আগৰৱালাক গামোচাৰে সম্বৰ্ধনা জনাব।)

ঘোষক ঃ এইবাৰ চাৰক একাষাৰ কয় আমাৰ মঞ্চ মুকলি কৰিবলৈ অনুৰোধ কৰিলোঁ।

অজয় ঃ অচ্ছা অচ্ছা। আমাৰ শ্ৰদ্ধাৰ ৰাইজগন ও ল'ৰা গন এবম বন্ধুগন। আমি যদিও মূলত অচমীয়া মানুচ না আছে তথাপিও আমি ৰংগালী বিহুটিক বহু ভাল পায় গেছে। আমি জীন্দেগী মে বহু উৎচৱ দেখিছে কিন্তু ৰংগালী বিহুৰ জেইচা উৎচৱ দেখি নাই। লোগ ৰংগালী বিহুত আনন্দে কৰচে তাক দেখি আমি ভি বহু খুচী হৈছে। ৰাইজ ৰংগালী বিহুটিৰ বাবে আমাৰ যুৱচক্তিয়ে টাকা উঠাইছে, চান্দা

উঠাইছে তাক বহুতে খাৰাব পাইছে। এইটো আমি খাৰাব বুলি কয় না। যিনকা তিনকা অলপ কেপিটেল বনাই নল'লে ৰংগালী বিহুটি আমাৰ বেকাৰ যুৱচক্তিয়ে কেনকে পাতব। ৰংগালী বিহুটিয়ে আমাক কাম দিছে— যুৱচক্তিক কাম দিছে। যুৱচক্তিয়ে চান্দা তুলিছে— কৰ্ম কৰিছে। আমি একটা কথা ক'ম— আমি একটা কথা ক'ম। ৰাইজ ইলেকশ্বনৰ টাইম আহিছে। আমাৰ আপোনাৰ ওপৰত সম্পূৰ্ণ বিশচাচ (বিশ্বাস) আছে আপুনি আমাক এৰিব না আমি ভি আপনাকচবক না পাহৰিব— নমস্কাৰ।

ঘোষক ঃ ধন্যবাদ চাৰ। আপোনাৰ বহুমূলীয়া ভাষণে আমাক কৃতাৰ্থ কৰিলে। শ্ৰদ্ধেয় ৰাইজ ইতিমধ্যে আমাৰ মঞ্চ মুকলি অনুষ্ঠান সমাপ্ত হৈছে। আমি চাৰক আকৌ ধন্যবাদ জনাই চাৰক আসন গ্ৰহণ কৰিবলৈ অনুৰোধ জনালোঁ।

অজয় ঃ আমি জাম আৰু একটা বিহু মিটিং জাম। (অজয়ে ৰাইজলৈ চাই হাত জোকাৰি জোকাৰি প্ৰস্থান কৰে)

ঘোষক ঃ শ্ৰদ্ধেয় ৰাইজ। ইতিমধ্যে আমাৰ মাজত উপস্থিত হৈছে আমাৰ মৰমৰ শিল্পী এন্থনী গাৰ্গ। আমি আশা কৰিছোঁ তেওঁৰ সংগীতে আপোনালোকৰ মন মোহিবলৈ সক্ষম হ'ব। তেওঁক আমি মঞ্চলৈ আহিবলৈ অনুৰোধ কৰিলোঁ। (এন্থনীৰ প্ৰৱেশ)

এন্থনী ঃ (চিঞৰি) ৰাইজে বা কি কয়। (নেপথ্যত হাল্লা-গোল্লা শুনা যায়।)

এন্থনী ঃ সাজু নে ৰাইজ— আৰম্ভ কৰোঁ। (শুনিবলৈ চেষ্টা কৰা যেন অভিনয় কৰে) কি ক'লে— শুনা নাই চিঞৰি কওক। (নেপথ্যত হাল্লা-গোল্লা বাঢ়ি যায়।) ঠিক আছে।
(এটা ইংৰাজী গানৰ সুৰ বাজে-গানৰ তালে তালে এন্থনীয়ে নৃত্য কৰে প্ৰায় আধা মিনিট। নেপথ্যত বিশৃংখল পৰিৱেশৰ সৃষ্ট হয়।)

ৰাতুল ঃ (নেপথ্যত) আৰে নাচিছে দে। নাচ-হুইয়া (নাচি নাচি

ৰাতুলে প্ৰৱেশ কৰে। ৰাতুলৰ কথা, খোজত মদৰ নিচাৰ ভাৱ ফুটে। দুয়ো বিশৃংখল ভাবে নৃত্য কৰে। সংগীত বন্ধ হোৱাৰ লগে লগে দুয়ো স্থিৰ হ'ব।)

(প্ৰথম সূত্ৰধাৰৰ প্ৰৱেশ)

প্ৰথম সূত্ৰধাৰ ঃ এনেকৈ এনেদৰে শোষণ কৰা হৈছে আমাৰ বাপতি সাহোন ৰঙালী বিহুটিক।

(দ্বিতীয় সূত্ৰধাৰৰ প্ৰৱেশ)

দ্বিতীয় সূত্ৰধাৰ ঃ উপলব্ধি নকৰোঁ কিয় নতুনত্বক আদৰিব গৈ পাহৰি যোৱা নাই জানো আমাৰ পৰম্পৰা ?

প্ৰথম সূত্ৰধাৰ ঃ ৰঙালী বিহুটিক আজি মঞ্চ নালাগে, প্ৰয়োজন এটা সুস্থ সবল মনৰহে।

দ্বিতীয় সূত্ৰধাৰ ঃ এটাই অনুৰোধ...

প্ৰথম/দ্বিতীয় সূত্ৰধাৰ ঃ ৰঙালীক ৰঙালীৰ দৰে থাকিব দিয়ক। ৰঙালীক বুকুৰ মাজৰ চিৰ সেউজ ৰঙালী বিহু ৰূপে জীয়াই ৰাখক। আমাক আজি তেনে এটা নতুন প্ৰতিশ্ৰুতিৰ প্ৰয়োজন। আমি আজি তেনে নতুন প্ৰতিশ্ৰুতিৰ সন্ধানত।

(দুয়ো স্থিৰ হৈ ৰ'ব তৃতীয় সূত্ৰধাৰে বিহু ঢোলৰ তালে তালে প্ৰৱেশ কৰে। সকলোৱে বিহু নৃত্য কৰে)

(গীত)

ৰাইজ ঐ
নকৰিব অনাদৰ মোক
নকৰিব ধ্বংস মোক
ৰাখিব জীয়াই মোক সদায়
ৰঙালী বিহুটিক ঐ।
ঐ চ'তৰে শেষতে আহিম যে বহাগত
ঐ ৰঙালী বিহুটি ঐ মই।
ঐ চান্দা নুতুলিব প্ৰতিযোগিতা নাপাতিব
ঐ নকৰিব অনাদৰ মোক।।
মহৰ শিঙা বাজিলে

বিহুটি ঐ আহিলে
নুতুলিব চান্দা
বিহুৰ বাবে চান্দা।
মনৰ ঐ আনন্দত
বিহুটি ঐ পাতিব
নকৰিব অনাদৰ
কৰিব ঐ সমাদৰ বিহুক।
এই বেলি বিহুতে যি কৰিলে ৰাইজ ঐ
আকৌ নকৰিব তাক।
চান্দাও নালাগে মঞ্চও নালাগে
ঐ আহঁতৰ তলতে নাচিম।।

## নাটখনত ব্যৱহৃত ইংৰাজী ভাষাৰ শব্দাৰ্থ

| | |
|---|---|
| আনপেইড (Unpaid) | অনাদায়ী |
| আৰ্টিছ (Artist) | শিল্পী |
| ইলেকশ্বন (Election) | নিৰ্বাচন |
| কমপিটিচন (Competition) | প্ৰতিযোগিতা |
| কমিটি (Committee) | সমিতি |
| কম্পেনী (Company) | কোম্পানী |
| কালেক্টচন (Collection) | সংগ্ৰহ |
| কেপিটেল (Capital) | পুঁজি |
| ট'টেল (Total) | মুঠ |
| টাইম (Time) | সময় |
| ডেইলী (Daily) | দৈনিক |
| প্ৰগ্ৰেম (Programme) | কাৰ্যসূচী |
| ফিক্সিং (Fixing) | নিৰ্দ্ধাৰিত |
| মিটিং (Meeting) | সভা |
| লাইব্ৰেৰী (Library) | পুথিভঁৰাল |

| | |
|---|---|
| লে'কচান (Lecture) | ভাষণ |
| লেট্ (Late) | পলম |
| লোকেল (Local) | স্থানীয় |

# অপ্ৰত্যাশিত

## (একাংকিকা নাট)

### নাট্যকাৰৰ একলম

বিশ্ববিদ্যালয়ৰ দাদা এজনে ক'লে এখন একাংকিকা নাট লাগে। চুক্তি এটাই— নাটখনিত পটভূমি হ'ব লাগিব ৰেল ষ্টেচন। গৌহাটী বিশ্ববিদ্যালয়ত পঢ়ি থাকোঁতে ৰেল ষ্টেচনৰ পটভূমিত বিশ্ববিদ্যালয় সপ্তাহত এখন নাট কৰিছিলোঁ। নাটখনিৰ বাবে নাট্য দ'লটিৰ লগত আমি বহু কেইজন পুৰস্কৃতও হৈছিলোঁ। গতিকে মনতে ভাবিলোঁ ৰেল ষ্টেচনৰ পটভূমিত নাট এখন লিখাটো ইমান কঠিন নহ'ব। কিন্তু কাৰ্যক্ষেত্ৰত সেয়া নহ'ল। বহু কেইটা কাহিনী মনলৈ আহিল যদিও মঞ্চৰ উপযোগী নোহোৱাত নাটখনিৰ কাম আগবঢ়াব নোৱাৰিলোঁ। অৱশেষত পত্নী গংগোত্ৰী শিৰমৰ আলোচনা কৰি থাকোঁতে এই কাহিনীটো মনলৈ আহে। কাহিনীটো মনতে দুবাৰমান মনতে জুকিয়াই নাটখনি ৰচনা কৰিলোঁ।

**চৰিত্ৰ**

(ক্ৰম অনুসৰি)

শেৱালি ঃ বিধবা কিন্তু ৫-৬ মাহৰ গৰ্ভৱতী। বয়স ২৪-২৫ বছৰ।
মানস ঃ শেৱালিৰ প্ৰেমিক। বয়স ২৮-৩০ বছৰ।
বীৰেণ ঃ এজন পুলিচ। বয়স ৫০-৫২ বছৰ।
সীমান্ত ঃ এজন যুৱক। বয়স ২৫-২৭ বছৰ।
অসীম ঃ সীমান্তৰ ভায়েক। বয়স ২০-২২ বছৰ।

নেপথ্য চৰিত্ৰ

প্ৰথম মানুহ
দ্বিতীয় মানুহ

(এটা সৰু ৰেল ষ্টেচন- সময় নিশা। বাহিৰত কুকুৰৰ ভুকভুকনিৰ শব্দ শুনা যায়। শেৱালিয়ে ষ্টেচনৰ চকী এখনত বহি থাকে। মানসে প্লেটফৰ্মৰ পৰা নিজকে বেঁকা কৰি ৰেলপথত কোনো ৰেল আহি আছে নে নাই চাবলৈ চেষ্টা কৰে। হাতৰ ঘড়ীটোলৈ চায়। আকৌ ঘূৰি আহি শেৱালিৰ কাষত বহে। দুয়োজনে কিবা কথাত ব্যাকুল হৈ থাকে। শেৱালিয়ে পুহ মহীয়া ঠাণ্ডাটো ঘামে। পিন্ধি থকা চাদৰখনৰ আঁচলেৰে নিজৰ মুখৰ ঘাম মচে। এনে লাগে দুয়ো যেন কাৰোবাৰ ভয়ত পলাবলৈ চেষ্টা কৰিছে। এনেদৰে প্ৰায় দুই মিনিটমান অতিবাহিত হয়। মানসে আকৌ উঠি গৈ ৰেলপথলৈ চকু দিয়ে। শেৱালিয়ে বেগৰ পৰা পানী বটল উলিয়াই অলপ পিয়ে। মানস আকৌ শেৱালিৰ কাষলৈ আহে। প্লেটফৰ্ম ঘড়ীটোৱে নিশা এঘাৰ বজাৰ সংকেত দিয়ে। দুয়োৰে চকু দুয়োৰে চকুত পৰে। বাকী থকা পানীৰ বটলটো শেৱালিটো মানসলৈ আগবঢ়াই দিয়ে। মানসে এক পলকত গোটেইখিনি পানী পিয়ে। খালী বটলটো শেৱালিক দেখুৱাই কয়।)

মানস ঃ মই বটলটো ভৰাই আনো নেকি?

শেৱালি ঃ নাই নাই নালাগে যাব। মোৰ অকলে ভয় লাগে।

মানস ঃ (বাহিৰলৈ দেখুৱাই) সৌখিনিৰ পৰা আহিম। বটলটো ভৰাম আৰু আহিম।

শেৱালি ঃ ওহোঁ নালাগে। এনেই ইমান ভয় লাগি আছে, আপুনি গ'লে আৰু ভয় লাগিব। যিটো কাম কৰি আহিছোঁ বুকু ঢপঢপাই আছে। চাওকচোন মোৰ হাত ভৰিবোৰ কেনেকৈ কঁপি আছে। তাতে ষ্টেচনটোত আমাৰ বাহিৰে দেখোন আন কোনো যাত্ৰী নাই। অলপ বহি থাককচোন মোৰ কাষতে। আপুনি ওচৰতে থাকিলে

হয়তো ইমান ভয় নালাগিব।

মানস ঃ কি ভয় কৰিছা? তুমি এনেয়ে বেছি চিন্তা কৰিছা। কিনো ভুল কৰিছোঁ আমি। যি কৰিছোঁ ঠিকেই কৰিছোঁ।

শেৱালি ঃ আপোনাৰ সাহসতহে এনে এটা কাম কৰিব পাৰিলোঁ। অকলে এনে কৰিব নোৱাৰিলোঁ হয়।

মানস ঃ সেই কাৰণে কৈছো বেছি ভয় কৰিব নালাগে। মই আছোঁ নহয়। আবেগত লোৱা সিদ্ধান্ত নহয় এইবোৰ। ভাবি চিন্তিয়েই ইমানখিনি আগবাঢ়িলো যেতিয়া এতিয়া ভয় কৰিবলগীয়ানো কিনো আছে।

শেৱালি ঃ ট্রেইনখন বা কিমান সময়ত আহিব। এঘাৰটা বাজিলেই দেখোন।

মানস ঃ তিনি ঘণ্টা লেট্ আছে বোলে।

শেৱালি ঃ আৰু তিনিঘণ্টা। আমি গৈ পাওঁতে দেখোন পুৱাই হ'ব।

মানস ঃ এৰা পুৱা পাঁচমান বাজিব। লগৰ এটাক কৈ থৈছো। ষ্টেচনৰ পৰা লৈ যাম বুলি কৈছে। ষ্টেচন পোৱাৰ আধা ঘণ্টাৰ আগতে ফোন কৰিব কৈছে।

শেৱালি ঃ তাৰ মানে আজি আমাৰ কাৰণে তেওঁৰো টোপনি ক্ষতি। তেওঁ আকৌ বেয়া নাপায়তো?

মানস ঃ বেয়া পাব তাৰ মোতকৈ তোমাক লগ পোৱাৰ একচাইট্মেণ্টহে বেছি। কথাটো শুনি তাৰ বোলে কিবা সপোন সপোন লাগিছে পাগল হৈ গৈছে সি। (পকেটৰ পৰা ম'বাইল এটা উলিয়াই) কথা পাতিবা নেকি?

শেৱালি ঃ এতিয়া নালাগে দিয়ক। এতিয়া শুলে চাগৈ।

মানস ঃ নাই ইমান সোনকালে ক'ত শুব।

শেৱালি ঃ তথাপিও নালাগে দিয়ক। শুবও পাৰে পুৱা আকৌ তেওঁ সোনকালে উঠিবও লাগিব নহয়। আমাকো ষ্টেচনত ৰিচিভ কৰাৰ কথা। গুৱাহাটী পালেই চিনাকি হ'ম, ভালদৰে কথাও পাতিম। এতিয়া ট্রেইনখন সোনকালে আহিলেই হ'ল আৰু। ইয়াৰ পৰা যিমান সোনকালে যাব পাৰো সিমানেই ভাল। চিন্তাই লাগি আছে। কোনোবাই যদি গম পায় মই ঘৰত নাই— কিযে হ'ব। কথাটো মনলৈ আহিলেই বুকুখন কঁপি উঠে।

মানস ঃ এই ৰাতিখন কোনে গম পাব। সকলো শুলে দিয়া। পুৱালৈ অৱশ্যে জনাজাত হ'ব। হ'লে হ'ব আৰু, অ— তোমাৰ বিষয়ে অলপ বুবু-বাবা কৰিব। এদিন দুদিন আলোচনা কৰিব। তাৰ পাছত... (সুৰ সলনি) ইয়াতকৈ কিমান ডাঙৰ ডাঙৰ ঘটনা ঘটি থাকে পৃথিৱীত কোনে মনত ৰাখে এইবোৰ কথা।

শেৱালি ঃ তথাপিও দিয়কচোন সমাজ বুলি কথা এটা আছে। সমাজক এৰি আমি কোন কূটা। আমি যি কৰিছোঁ সেয়া উচিত হৈছে নে?

মানস ঃ তুমি এতিয়াও ভুল কৰিছা বুলি ভাবিছা? কিনো ভুল কৰিছোঁ। এটা নতুন জীৱন গঢ়িবহে বিচাৰিছোঁ। ইয়াত কাৰোবাৰ কিবা আপত্তি থকাটো উচিত মই নাভাবো। আৰু যদি কাৰোবাৰ আপত্তি আছে, তেন্তে তাৰ বাবে আমি জগৰীয়া নহওঁ। অ— যদি তুমি ভাবিছা আমি ভুল কৰিছোঁ, তেন্তে তুমি যি কৰিব কোৱা তাকেই মই মানি ল'ম। ইমান দিনে অপেক্ষা কৰিব পাৰিলোঁ যেতিয়া আৰু কেইদিনমান অপেক্ষা কৰিম। দৰকাৰ হ'লে অহা জনমলৈ অপেক্ষা কৰিম। এদিন নহয় এদিনটো মনে বিচৰাজনক পাম।

শেৱালি ঃ (আৱেগেৰে) ইমান ভাল পায় মোক। কিয় ইমান ভাল পায়?

মানস ঃ ভালপাবলৈ জানো সদায় কিবা কাৰণ লাগে। কাৰণ নোহোৱাকৈ জানো আমি ভালপাব নোৱাৰোঁ।

শেৱালি ঃ তেন্তে মনৰ কথা প্ৰকাশ কৰিবলৈ ইমান দিন লাগিল কিয়?

মানস ঃ ভয় এটাই জানোচা মনৰ কথা ক'লে ভালপোৱাজনক হেৰুৱাব লগাত পৰে।

শেৱালি ঃ আৰু সেই কাৰণে কোৱা নাছিলে?

মানস ঃ সাহস গোটাব পৰা নাছিলো। কেতিয়াবা মনৰ কথা প্ৰকাশ কৰি ভালপোৱাজনক হেৰুৱাতকৈ নিজৰ সপোনত ভালপোৱাজনক সাঁচি ৰখাই ভাল। কিন্তু কয় নহয় সময়ে সকলো নিৰ্ধাৰণ কৰে। আৰু সময়ে যি নিৰ্ধাৰণ কৰে সেয়া আমি নিবিচাৰিলেও সময়ত হ'বই।

শেৱালি ঃ ইমান মৰম নকৰিব। ইমান মৰমৰ যোগ্য মই নহয়।

মানস ঃ কোনে ক'লে? আৰু তুমি মৰমৰ যোগ্য হয় নে নহয় তাক তোমাতকৈ মই বেছি ভালদৰে জানো।

শেৱালি ঃ আপুনি মোক আপোনাৰ মনত যেনেকৈ আঁকিছে তেনেকুৱা যদি মই নহওঁ।

মানস ঃ নহ'লেও নাই। তুমি যেনেকুৱা তেনেকুৱাকৈ আকৌ আঁকি ল'ম।

শেৱালি ঃ কাৰোৰে পৰা বেছি আশা নকৰিব। আশা পূৰণ নহ'লে কষ্টহে পাব।

মানস ঃ কষ্টহে পাম। কিন্তু আপোনজনে যিমান কষ্ট দিয়ে সিমান মৰমো দিয়ে।

শেৱালি ঃ আপুনি ভবাৰ দৰে যদি সকলোৱে কথাবোৰ ভাবিলে হয়, পৃথিৱীখন খুবেই সুন্দৰ হ'ল হয়। কিন্তু সকলোৱে যে আপোনাৰ দৰে নাভাবে।

মানস ঃ সেইটো ভুল আমি কিয় ভাবোঁ যে সকলোৱে আমাৰ দৰে নাভাবে বুলি। এদিন ভাবি চাবাচোন অন্ততঃ কম হ'লেও কেইজনমানটো আমাৰ নিচিনাকৈ ভাবে। এনেকৈ ভাবিলে পৃথিৱী সলনি নহ'লেও সলনি হোৱা যেন অনুভৱ হ'ব। নিজৰ ওপৰত থকা বিশ্বাস আৰু বাঢ়ি যাব। আৰু বিশ্বাস বাঢ়িলেই জীৱনৰ প্ৰতি ভালপোৱা আৰু বাঢ়িব। (শেৱালিয়ে একে থৰে মানসক চায় থাকে। শেৱালিয়ে একে থৰে চাই থকা দেখি মানস আচৰিত হয়) কি হ'ল? কি চাইছা?

শেৱালি ঃ নাই। (মানসৰ ওচৰলৈ আহে আবেগৰে) চাওঁ আপোনাক এবাৰ হেঁপাহ পলুৱাই চাব মন গৈছে।

মানস ঃ (নিৰুত্তৰ)

শেৱালি ঃ বন্ধ নকৰিব। যি কয় আছিল, তাক কয় থাকক। যদি সময়খিনি ৰাখিব পাৰিলোঁ হয় কিমান যে ভাল হ'ল হয়। আপুনি অনৰ্গল ভাবে এনেদৰে কৈ থাকিব আৰু মই শুনি থাকিম। নাজানো কিয় আপোনাৰ প্ৰতিটো কথাই মোৰ ভাল লাগিছে।

মানস ঃ (হাঁহে) সেয়াই মোৰ প্ৰতি থকা তোমাৰ মৰম। ভালপোৱাজনৰ প্ৰতিটো কথাই আমাৰ ভাল লাগে। কিন্তু ভাল লাগিলেও, আমাৰ

বিশ্বাসী হ'লেও, প্ৰতিটো কথাকে অন্ধভাৱে উচিত বুলি মানি ল'ব নালাগে। বৰং তাক যুক্তিৰে বিবেচনা কৰি চোৱাতো উচিত। আমি যে কওঁ সেয়া ভাল, সেয়া বেয়া প্ৰকৃততে ভাল বা বেয়া, কোনো নিৰপেক্ষ ধাৰণা নহয় বৰঞ্চ আপেক্ষিক ধাৰণাহে। যিটো আমাৰ কাৰণে ভাল সেইটো যে সকলোৰে বাবে ভাল হ'ব লাগিব তাৰতো কোনো ধৰা বন্ধা নিয়ম নাই। ঠিক সেইদৰে যিটো বেলেগৰ বাবে বেয়া সেইটো আমাৰ কাৰণে ভাল হ'বও পাৰে।

শেৱালি ঃ এতিয়া আৰু মোৰ বাবে ভাল বেয়া কি আছে। আপোনাৰ বাবে যিটো ভাল সেয়া মোৰ বাবেও ভাল। আপোনাৰ অবিহনে আপোন বুলিবলৈ মোৰ এতিয়া কোনোৱেই নাই। যিদিনাই আই-পিতায়ে এই পৃথিৱী এৰিলে সেইদিনাই দেখোন দাদাইও একমাত্ৰ ভনীজনীৰ খবৰ ল'বলৈকে পাহৰিলে। তেওঁৰ ভয় এটাই— জানোচা মোৰ দুখৰ বোজা তেওঁ কঢ়িয়াব লগাত পৰে। যিজন মানুহে মই সৰু থাকোঁতে মই কষ্ট পালে নিজেই কষ্ট পাইছিল। মোৰ সৰু সৰু প্ৰতিটো কথাতে চকু দিছিল আজি তেওঁৰ মোৰ খবৰ এটা ল'বলৈ আহৰি নাই।

মানস ঃ যিবোৰ কথাই আমাক কষ্ট দিয়ে তাক মনত পেলাই আমাৰ জানো কিবা লাভ হ'ব। এতিয়া মই আছোঁ নহয়। মই জীয়াই থকালৈ তোমাক পৃথিৱীৰ একো দুখে চুব নোৱাৰে।

শেৱালি ঃ সেই কাৰণে ভয় লাগে। ইমান সুখ একেলগে পাবলৈ ভয় লাগে। সুখবোৰ যদি কেনেবাকৈ হঠাৎ হেৰাই যায়। ইমান দিনে দুখৰ লগত থাকি থাকি দুখৰ সৈতে জীয়াই থাকিবলৈ অভ্যস্ত হৈছোঁ। এইবাৰ তেনেকুৱা কিবা এটা হ'লে নিজকে চম্ভালাটো সহজ নহ'ব।

মানস ঃ কেৱল জী থাকিবলৈ জীয়াই নাথাকিবা। জীয়াই থকাতকৈ জীৱনটোক উপভোগ কৰাটোহে বেছি প্ৰয়োজনীয়। আৰু যিদিনাই আমি জীৱনটোক উপভোগ কৰিব পাৰিম সিদিনাৰ পৰাই আমাৰ জীৱনৰ পৰা সুখ-দুখৰ পাৰ্থক্য কমি যাব।

শেৱালি ঃ আপোনাক যদি মই আগতেই নিজৰ কৰিব পাৰিলোঁ হয়।

মানস ঃ কি কৈছিলোঁ প্ৰতিটো কথাকে এটা নিৰ্দিষ্ট সময় থাকে। যেতিয়ালৈ সেই সময় নাহে কোনো ঘটনাই সংঘটিত নহয়।

শেৱালি ঃ তথাপিও... (হঠাৎ কাহ আহে। উশাহ ঘন হৈ পৰে। বেগত কিবা বিচাৰে)

মানস ঃ কি হ'ল কি হ'ল তোমাৰ কি বিচাৰিছা কি লাগে?
(শেৱালিয়ে হাতৰে ইংগিত কৰি চিন্তা কৰিবলৈ মানা কৰে। বেগৰ পৰা এটা ঔষধ (ইন্‌হেইলৰ) এটা উলিয়াই নাকত লগাই দীঘলকৈ উশাহ টানে।)

মানস ঃ কি হ'ল তোমাৰ? কি হৈছে?

শেৱালি ঃ মোৰ এচথেমা আছে। বেছি ঠাণ্ডা লাগিলে বেমাৰটো বাঢ়ি আহে। ঠাণ্ডা বতাহ বলি আছে যে (ইন্‌হেইলৰটো দেখুৱাই) বেছি চিন্তা নকৰিব। এইটো ল'লেই ভাল হয়।

মানস ঃ এইবাৰ গুৱাহাটীত ভাল ডাক্তৰ এজনক দেখুৱাব লাগিব।

শেৱালি ঃ মোৰ এই বেমাৰটো ক'ত ভাল হ'ব। ইমান ডাক্তৰক দেখুৱালোঁ। ভালেই নহ'ল। মৰাৰ লগতহে যাব নেকি? (বেগত আকৌ কিবা বিচাৰে।) ছেহ ডাঙৰ কথা হ'ল।

মানস ঃ কি হ'ল?

শেৱালি ঃ (ইন্‌হেইলৰটো দেখুৱাই) এইটোত ভৰোৱা মেডিচিন শেষ। (খালী ঔষধটো ওচৰতে থকা ডাষ্টবিন এটাত পেলাই দিয়ে।)

মানস ঃ এনেকুৱা বেমাৰৰ মেডিচিন লগত নাৰখাকৈ কোনোবা থাকেনে? তুমি জানাই তোমাৰ বেমাৰ আছে, লগত কিয় এক্সট্ৰা মেডিচিন নাৰাখা?

শেৱালি ঃ এক্সট্ৰা মেডিচিন লগত সদায় থাকে। আজি হঠাৎ লৰালৰিকৈ আহিব লগা হোৱাত বেগত ভৰাবলৈ পাহৰিলোঁ।

মানস ঃ কি হ'ব এতিয়া?

শেৱালি ঃ আৰু একো নহয়। এবাৰ মেডিচিন ল'লো নহয়।

মানস ঃ তথাপিও সাৱধানে থাকিবা। নিয়ৰো পৰিছে। চাদৰ খনেৰে মূৰটো ঢাকি থোৱাচোন। (শেৱালিয়ে চাদৰখনৰে মূৰটো ঢাকে।) পাৰিলে ডিঙিত কাপোৰ এখন মেৰিয়াই ল'ব লাগিছিল।

শেৱালি ঃ কি?

মানস ঃ তুমি অকলে অলপ সময় থাকিব পাৰিবানে?

শেৱালি ঃ কিয়?

মানস ঃ আমি আহোঁতেটো ফাৰ্মাচী কেইখনমান দেখা পাই আহিছো। ইয়াৰ পৰা এক কিলোমিটাৰ মানহে হ'ব নেকি? ট্ৰেইনখন আহিবলৈ যেতিয়া এতিয়াও প্ৰায় আঢ়ৈ ঘণ্টামান আছে, মই সাউৎকৈ গৈ ঔষধটো লৈ আনো নেকি? বাহিৰত যদি অট'ৰিক্সা পাওঁ ভালেই। নাপালে খোজ কাঢ়ি গ'লেও আধা ঘণ্টামানৰ ভিতৰত আহিব পাৰিম চাগৈ।

শেৱালি ঃ নালাগে দিয়ক। এই ৰাতিখন ঔষধ ক'ত পাব।

মানস ঃ নাই নাই ৰিস্ক ল'ব নোৱাৰি।

শেৱালি ঃ চিন্তা কৰিব নালাগে দিয়ক। মই কৈছো নহয় এইটো বৰ কাড়া ঔষধ। এবাৰ ল'লো যেতিয়া আৰু একো নহয়। কাইলৈ গুৱাহাটীত কিনিম দিয়ক।

(বীৰেণৰ বেগ এটাৰ সৈতে প্ৰৱেশ। বেগটো শেৱালিহঁতৰ ওচৰতে থয়। হাতৰ ঘড়ীত সময় চায়)

বীৰেণ ঃ ট্ৰেইনখন কিমান সময়ত আহিব কিবা জানা নেকি?

মানস ঃ কোনখন কথা সুধিছে?

বীৰেণ ঃ গুৱাহাটী-শিলঘাট পেচেনজাৰখন।

মানস ঃ তিনি ঘণ্টা লেট্। দুটামান বজাতহে পাবহি।

বীৰেণ ঃ ছেহ বহুত লেট্ হ'ব দেখোন।

মানস ঃ কি কৰিব আৰু আমিও ট্ৰেইনখনৰ বাবে ৰৈ আছোঁ।

বীৰেণ ঃ ক'লৈ যাবা গুৱাহাটী?

মানস ঃ অ আপুনি?

বীৰেণ ঃ ময়ো গুৱাহাটীলৈ যাম।

বীৰেণ ঃ পিছে ট্ৰেইনখনে দেখোন বৰ লেট কৰিলে। ট্ৰেইনখন ৰাইট টাইম বুলিহে লৰালৰিকৈ আহিলোঁ। লেট্ বুলি জনাহেঁতেন ইমান লৰালৰি নকৰিলোঁ হয়। মোৰ ঘৰ ইয়াৰ পৰা ছয় কিলোমিটাৰমান হ'ব। এই ৰাতিখন গাড়ী-ঘোঁৰা একো পাবলৈ নাই। ঘৰৰ ওচৰৰ

ল'ৰা এটাই আহি থৈ গ'লহি। সি মোক ইয়াত ড্ৰপ কৰি আৰু নৰলেই। আহিব লাগে বাবেহে আহিলোঁ নহ'লে ইমান ৰাতি নাহিলো হয়। আবেলি ছয়মান বজাত অফিচৰ ফোন এটা আহিল ইমাৰ্জেন্সি, যেনেকৈ নহওক কাইলৈ পুৰা ছয় বজাৰ আগতে অফিচ জইন কৰিব লাগে। আমাৰ এইখন সৰু ঠাই যে গুৱাহাটীলৈ যাওঁ বুলিলেই যেতিয়াই তেতিয়াই গাড়ী পোৱা নাযায়। ৰাতি ট্ৰেইনখনেই শেষ ভৰষা।

মানস ঃ আপোনাৰ অসুবিধাখিনি অফিচত জনাই নিদিয়ে কিয়?

বীৰেণ ঃ কিনো জনাম? বেলেগ চাকৰি হ'লেও কথা নাছিল। পুলিচৰ চাকৰি, মাতিলেই যাবই লাগিব। লোৱাত লৈছিলোঁ চাৰি দিনৰ চুটি তাকো ছয় মাহৰ পাছত। আজি দুদিনেই নহ'ল মাতি পঠিয়ালে। পুলিচৰ চাকৰি কৰি চাকৰি কৰা যেন পাই গৈছো। চৰকাৰী বন্ধতটো চুটি নাইয়েই, কেতিয়াবা প্ৰয়োজনতো চুটি ল'লেও শান্তি নাই। কেতিয়াবা বৰ বেয়া লাগে বুজিছা। পুজাৰ বন্ধ, বিহুৰ বন্ধ আনৰ দৰে ঘৰৰ পৰিয়ালৰ সৈতে একেলগে উপভোগ কৰিবলৈ মন যায়। কিন্তু চাকৰি কালত আমাৰ সেই ভাগ্য নহ'ল আৰু নহ'বও চাগৈ। সেই কেইদিনত আকৌ আমাৰ ডিউটিহে বাহি যায়। পিছে দেখিছা মইহে বকলা মেলিলোঁ।

মানস ঃ নাই দিয়ক। আপুনিতো একো মিছা কোৱা নাই। যি কৈছে সঁচা কৈছে।

বীৰেণ ঃ তোমালোক ইমান দেৰিকৈ কিয় আহিব লাগে? আবেলি এখন ট্ৰেইন এখন আছিল নহয়, সেইখনতে যাব পাৰিলা হয়।

মানস ঃ নাই আমাৰো কাম এটা আছিল। আজি অহাৰ কথা নাছিল, হঠাৎ আহিব লগা হ'ল। ভালেই হ'ল দিয়ক আপোনাকো লগ পালো। ষ্টেচনটোত আমি দুজনৰ বাহিৰে কোনোৱেই নাই। (শেৱালিক) মই ঔষধটো লৈ আনো নেকি?

শেৱালি ঃ নালাগে— হ'ব বুলি কৈছো নহয়।

বীৰেণ ঃ ঘৰ ক'ত— গুৱাহাটীত নে?

মানস ঃ অ। আপুনি ক'ত থাকে গুৱাহাটীত?

বীৰেণ ঃ থানাৰ ওচৰতে থাকোঁ। দুই মাহ হৈছে হে ট্ৰেন্সফাৰ হোৱাৰ। পুলিচৰ চাকৰি আজি ইয়াত আজি তাত। ক'ত ঠাই ফুৰিলোঁ কিমানবাৰ ট্ৰেন্সফাৰ হ'লো। ট্ৰেন্সফাৰ হওঁতে হওঁতে ল'ৰা-ছোৱালী কেতিয়া ডাঙৰ হ'ল গমেই নাপালোঁ। তেনেকৈ ডাঙৰজনী বিয়াও হ'ল। সৰুটো এইবাৰ এম.এ ফাইনেল দিব। তাক কিবা এটাত থিতাপি লগাব পাৰিলে হ'ল আৰু। পিছে তাৰ কথা ভাবিলে ভয় লাগে, বেছি পঢ়িলে নহয়। কেতিয়াবা কেতিয়াবা অনুভৱ কৰোঁ আনুষ্ঠানিক শিক্ষাই আমাক আচলতে নিৰক্ষৰ হে কৰি তোলে। নহ'লেনো মানুহে এম.এ পাছ কৰাৰ পাছত সৰু কাম কৰিবলৈ লাজ কৰেনে। (কিবা এটা মনত পৰে) মোৰ বেগটো ইয়াতে অলপ সময় ৰাখিলোঁ। মই পানীৰ বটল এটা লৈ আহোঁ। লৰালৰিকৈ আহোঁতে পানী বটলটো আনিব পাহৰিলো।

মানস ঃ এতিয়া পানী ক'ত পাব?

বীৰেণ ঃ প্লেটফৰ্ম বাহিৰত দোকান এখন দেখা পাইছোঁ। বন্ধ কৰা নাই।

মানস ঃ পানী আনিবলৈ গৈছে যেতিয়া, আমালৈও এটা আনিব পাৰিবনে? (মানসে টকা কেইটামান আগবঢ়াই দিয়ে) বেয়া নাপাব এওঁক এৰি যাব নোৱাৰাৰ বাবে ক'লোঁ।

বীৰেণ ঃ এস সেইটো নো কি ডাঙৰ কথা। কিনো বেয়া পাবলগীয়া কথা। মানুহে যদি মানুহক সহায় নকৰে আৰু কোনে কৰিব। (বীৰেণৰ প্ৰস্থান)

শেৱালি ঃ তেওঁৰ কথা শুনোতে খুড়ালৈ মনত পৰিল। ডাঙৰ খুড়াৰ কথা কৈছো। তেওঁ পুলিচৰ চাকৰি কৰে নহয়। তেওঁৰো দুজনী ছোৱালী। এই মানুহজনে কোৱাৰ দৰে খুড়াও চাকৰি কালত আজি বোলে ইয়াত, কালি বোলে তাত। তেনেকৈ ছোৱালী কেইজনী কেতিয়া ডাঙৰ হ'ল, কেতিয়া বিয়া হ'ল খুড়াই গমেই নাপালে। মই দেখাত সিহঁত দুজনীয়েও এটাও ফেচ্‌টিভেল দেউতাকৰ লগত কটাই পোৱা নাই। প্ৰতিটো ফেচটিভেল আমাৰ লগতহে কটাইছে। সিহঁত আমাৰ লগত থাকিলে আমাৰ বেয়া

নালাগে কিন্তু সিহঁতে যেতিয়া আমাৰ মা-দেউতাক আমাৰ লগত দেখে সিহঁতৰ কিমান বেয়া লাগে তাক সিহঁতে ফুটাই নক'লেও আমি বুজি পাওঁ। কিন্তু কিনো কৰিম আৰু। পিছে (হাঁচি মাৰে)

মানস ঃ মই ঔষধটো লৈ আনো বুজিছা। ৰিস্ক নোলোৱাই ভাল। তেওঁ আছে যেতিয়া অলপ সময় থাকিব পাৰিবানে?

শেৱালি ঃ (হাঁচি মাৰে)

মানস ঃ মুখখন থাকি থাকা। মই ঔষধটো বিচাৰি যাওঁ। বেছি দেৰি কৰিলে ফাৰ্মাচী কেইখনো বন্ধ হ'ব।

(বীৰেণৰ প্ৰৱেশ)

বীৰেণ ঃ তামোল খাবা নেকি? (পানীৰ বটলটো আগবঢ়াই দিয়ে)

শেৱালি ঃ (হাঁচি মাৰে)

মানস ঃ মই লৈ আহোঁ বুজিছা।

বীৰেণ ঃ কি হ'ল?

মানস ঃ এওঁৰ এজ্‌মা আছে, ইফালে ইনহেলাৰটো শেষ।

বীৰেণ ঃ কি— লগত আৰু এক্সট্ৰা মেডিচিন নাই নেকি?

মানস ঃ আনিব পাহৰিলে।

বীৰেণ ঃ কথাটো বেয়া হ'ল নহয়। এনেকুৱা বেমাৰত লগত মেডিচিন নাথাকিলে বৰ ডাঙৰ বিপদ হ'ব দেখোন।

মানস ঃ তাকেই কৈছো এওঁক। আহোঁতে ফাৰ্মাচী কেইখনমান দেখি আহিছোঁ। বন্ধ কৰা নাই যদি তাৰ পৰাই ঔষধটো লৈ আনো। (শেৱালিক) চাওঁ ঔষধটোৰ খালী বটলটো দিয়াচোন।

শেৱালি ঃ পেলাই দিলো।

মানস ঃ ক'ত?

শেৱালি ঃ (ডাষ্টবিনটো দেখুৱাই) তাত। (মানসে ডাষ্টবিনটোত ঔষধটো বিচাৰে বিচাৰি পাই শেৱালিক দেখুৱাই) এইটো হয় নে?

শেৱালি ঃ অ হয়।

মানস ঃ (বীৰেণক) মই ঔষধটো লৈ আনো আপুনিটো আছেই?

বীৰেণ ঃ এতিয়া চাগৈ ফাৰ্মাচী কেইখন বন্ধ হ'ল। কাম এটাকে কৰা। হস্পিতালখনলৈ যোৱা। হস্পিতালৰ ফাৰ্মাচীখন গোটেই ৰাতি

খোলা থাকে। ডাক্তৰো থাকে। এইটো ঔষধ নাপালে ডাক্তৰক সুধি বেলেগ ঔষধো আনিব পাৰিবা। হস্পিতালখন চিনি পোৱানে?

মানস ঃ নাই নাপাওঁ নহয়।

বীৰেণ ঃ (বাহিৰলৈ দেখুৱাই) এনেকৈ ওলাই গৈ পোনে পোনে যাবা। অকণমান নিৰ্জান ঠাই। এতিয়া চাগৈ যাবলৈ গাড়ী-চাৰি নাপাবা। খোজ কাঢ়ি গ'লে আধা ঘণ্টামানৰ ভিতৰত পাবাহি। (ঘড়ীলৈ চায়) ট্ৰেইন আহিবলৈ এতিয়াও বহু দেৰি আছে। যোৱা দেৰি নকৰিবা ইমান দূৰ যাবা, ৰাস্তাত কিবা এটা হ'লে অসুবিধাহে হ'ব। এইবোৰ ঔষধ সদায় লগত ৰাখাটো উচিত। (শেৱালিক) তুমি ধূলি-বালি নলগাবাচোন মুখখন ঢাকি নাথাকা কিয়?

মানস ঃ ময়ো তাকেই কৈ আছোঁ মুখখন ঢাকি থোৱা। নাই নুশুনে ঢাকি থ'লে বোলে উশাহ নাপায়। (শেৱালিক) মই ঔষধটো লৈ আহোঁ। তুমি অলপ সময় খুড়াৰ লগতে থাকা। (বীৰেণক) খুড়া আপুনি আছে যেতিয়া মই পটকৈ গৈ ঔষধটো লৈ আনো।

বীৰেণ ঃ যোৱা যোৱা চিন্তা নকৰিবা। দূৰ বাটৰ কথা-কিবা অঘটন নহ'লে নাই, হ'লে বৰ বেয়া কথা হ'ব। মই আছোঁ দিয়া।

মানস ঃ (শেৱালিক) আৰু কিবা লাগিবনে? ভোক লাগিছে নেকি কিবা খাবলৈ আনিম?

শেৱালি ঃ নালাগে দিয়ক। মাত্ৰ সোনকালে আহিব।

মানস ঃ মই এই গ'লো আৰু এই আহিলো।

(মানসৰ প্ৰস্থান)

বীৰেণ ঃ এনেকুৱা সময়ত ঔষধ চৌষধবোৰ কিয় লগত নাৰাখা? এনেকুৱা নকৰিবা। ভাগ্য হস্পিতালখন ওচৰত আছে বুলিহে। নাথাকিলে কি হ'ল হয়।

শেৱালি ঃ মই অহাৰ সময়ত ঔষধ আছে নে নাই, চাবলৈ একেবাৰে পাহৰিলোঁ। আগতে তেনেকুৱা নহয়।

বীৰেণ ঃ এনেকুৱা সময়ত নিজৰ স্বাস্থ্যৰ প্ৰতি চকু দিব লাগে। কয় নহয় মাক ভালে থাকিলেহে পেটৰ পোৱালীও ভালে থাকিব। আমাৰ

মহাভাৰততে আছে দেখোন-অভিমন্যই সুভদ্ৰাৰ গৰ্ভত থাকোঁতেই চক্ৰবেহুৰ কথা শিকিছিল। আমাৰ ধৰ্মশাস্ত্ৰত এইবোৰ কথা এনেয়ে লিখা নাই।

শেৰালি ঃ অ ঠিকেই কৈছে আপুনি। সাধাৰণতে ঔষধৰ কথা নাপাহৰোঁ। আজি লৰালৰিকৈ আহিব লগা হোৱাৰ বাবে পাহৰিলোঁ চাগৈ।

বীৰেণ ঃ এই সময়ত কথাবোৰ পাহৰিলে নহ'ব নহয়। আমি কৰা ভুলবোৰৰ শাস্তি কিয় আহিবলগীয়া জনে পাব। আমাৰ সন্তান কেইটা এওঁৰ পেটৰ থাকোঁতে মই তেওঁৰ যত্ন ল'ব পৰা নাছিলো সঁচা, কিন্তু মোৰ আই য়ে আমাৰ এওঁৰ যত্ন লোৱাত অকণো কৃপণালি কৰা নাছিল। এইটো মাহত বোলে এইটো খাবি এইটো মাহত বোলে এইটো কৰিব। পুৰা নিয়ম মাফিক জীৱন। সেই কাৰণে আন একো নহ'লেও দুটাকৈ স্বাস্থ্যৱান সন্তান পালোঁ। বিশ্বাস কৰিবা সাধাৰণ জ্বৰ চৰ্দিৰ বাহিৰে সিহঁত দুটা সৰু থাকোঁতে এদিনো ডাক্তৰৰ ওচৰত গৈ পোৱা নাই। এদিনো সিহঁতৰ বেমাৰ আজাৰ বুলি আমি টোপনি ক্ষতি কৰি পোৱা নাই। গতিকে কৈছো এনে সময়ত বেলেগ একো নকৰিলেও নিজৰ যত্ন ল'ব লাগে। দেখিছানে নাই কিমান ল'ৰা-ছোৱালী মাক-বাপেকৰ ভুলৰ বাবে বিশেষভাৱে সক্ষম হৈ জন্ম পায়। তেনে ল'ৰা-ছোৱালীয়ে কেৱল নিজেই নহয় সিহঁতৰ বাবে মাক-বাপেকেও কষ্ট পায়। গতিকে এইখিনি সময়ত অলপ সাৱধান হৈ থাকিবা।

শেৰালি ঃ হয়।

বীৰেণ ঃ এহঃ কথা এটা সোধোঁ। তুমি আকৌ বেয়া নাপাব। নিজৰ ছোৱালী নিচিনা লাগিছে বুলিহে সুধিছোঁ। অৱশ্যে এনে কথা সোধাটো উচিত নহয়। তথাপিও সোধোঁ দিয়া তুমি যদি বেয়া নোপোৱা।

শেৰালি ঃ কি কথা?

বীৰেণ ঃ তুমি আকৌ বেয়া নাপাবা।

শেৰালি ঃ আপুনি সুধিলেহে বুজিম। বেয়া নাপাওঁ দিয়ক। কি সুধিব বিচাৰে সোধক।

বীৰেণ ঃ এওঁ তোমাৰ যত্ন নলয় নেকি। এনেকুৱা সময়ত তুমি পাহৰিলেও তেওঁতো ঔষধৰ কথা মনত ৰাখিব লাগিছিল। এইবোৰ তোমালোকৰ ব্যক্তিগত কথা। সুধিব নালাগে। তথাপিও মন গ'ল সুধিলোঁ, তুমি আকৌ বেয়া নাপাবা।

শেৰালি ঃ নাই তেনেকুৱা নহয়। তেওঁনো কি যত্ন ল'ব। আচলতে... (বাক্যটো সম্পূর্ণ নকৰে)

বীৰেণ ঃ কি হ'ল। আচলতে কি?

(ট্রেইন এখনৰ শব্দ হয়)

শেৰালি ঃ ট্রেইনখন আহিলেই নেকি।

বীৰেণ ঃ ক'ত আহিব এতিয়া। আমাৰখন আহি পাওঁতে দুটা বাজিব বুলি কৈছিল দেখোন। এইখন আমাৰ ট্রেইন নহয়।

(ট্রেইন এখন শব্দ কৰি পাৰ হৈ যায়— কাৰোৰে একো কথা শুনা নাযায়)

বীৰেণ ঃ মাল গাড়ীহে আছিল।

শেৰালি ঃ অ।

বীৰেণ ঃ পিছে তুমি একো নক'লা যে, নে মোৰ কথাত বেয়া পালা। কিবা এটা মনত আহিল সুধিলোঁ। আমি আকৌ পুলিচ মানুহ নহয় সন্দেহ কৰা জীৱ। সন্দেহ কৰাটো আমাৰ ধর্ম-কর্ম। মই যদি নুসুধিব লগা কথা সুধিলোঁ বেয়া নাপাবা। নিজৰ ছোৱালী বুলি ভাবিহে সুধিলোঁ।

শেৰালি ঃ নাই নাই কিয় বেয়া পাম। নিজৰ ছোৱালী বুলি সুধিছে যেতিয়া কিয় বেয়া পাম। আপোনাক লগ পোৱাৰ অলপ সময় হে হৈছে। মোৰো কিবা আপোনাক নিজৰ পিতাৰ নিচিনাই লাগিছে। এইবোৰ কথা ক'বলৈ গ'লে দীঘল কাহিনী এটাই হ'ব। সঁচা ক'বলৈ গ'লে বর্তমান তেওঁতকৈ মোৰ কোনো আপোন নাই যদিও সমাজৰ চকুত তেওঁ মোৰ কোনো নহয়।

বীৰেণ ঃ মানে?

শেৰালি ঃ বহুতেই ভালপায় মোক। ইমান দিনে মোৰ বাবেই অপেক্ষা কৰি আছিল। মইহে তেওঁক ইমানদিনে বুজা নাছিলো।

বীৰেণ ঃ তেন্তে তোমাৰ আহিব লগা সন্তানৰ পিতৃ কোন?

শেৱালি ঃ তেওঁ এতিয়া এই সংসাৰত নাই।

বীৰেণ ঃ তাৰমানে?

শেৱালি ঃ তেওঁ ঢুকোৱা আজি পাঁচ মাহ মানেই হ'ল একচিডেণ্ট। তেৰোঁ মোক বহুত মৰম কৰিছিল। তেওঁ থকালৈ দুখ কি বস্তু কোনো দিনেই জনা নাছিলো। কিন্তু কোনোবা জনমত কিবা পাপ কৰিছিলো নেকি? সেই কাৰণে ভগৱানে তেওঁক মোৰ পৰা ইমান সোনকালে কাঢ়ি লৈ গ'ল।

বীৰেণ ঃ কিনো কৰিবা আইজনী যাৰ ভাগ্যত যি লিখা থাকে তাক ভুগিবই লাগিব।

শেৱালি ঃ তেওঁ মোক যিমান মৰম দিলে মই চাগৈ তেওঁক সিমান মৰম দিব নোৱাৰিলো। মোক বিয়া কৰাই মানুহজনে বহুত কষ্টহে পালে। নিম্ন জাতিৰ ছোৱালী এজনীক যে নিজৰ কৰিছিল। মোক বিয়া কৰোৱাৰ বাবে সমাজে তেওঁলোকৰ পৰিয়ালক এঘৰীয়া কৰিলে। সৰু ভনীয়েকৰ হ'ব লগা বিয়াখনো ভাগিল। অৱশ্যে আমাৰ বিয়াৰ দুই বছৰৰ মানৰ পিছত যেনিবা ৰাইজে জৰিমনা লৈ আমাক সমাজে আদৰি ল'লে। সমাজে জৰিমনা লৈ আদৰিলে সঁচা, কিন্তু ঘৰখনে বিয়া নোহোৱা ননদ জনীয়ে চাগৈ মোক কোনোদিনাই আপোন কৰিব নোৱাৰিলে। তেওঁ যেতিয়ালৈ আছিল কোনেও মুখ তুলি কথা ক'ব পৰা নাছিল। কিন্তু তেওঁ... (কান্দে)

বীৰেণ ঃ এই কন্দা কটাখন নকৰিবাচোন। ভাগ্যৰ লেখা খন্দাব কোনে। এতিয়া কান্দা-কটা কৰিলে জানো হোৱাটো নোহোৱা হ'ব।

শেৱালি ঃ আটাইতকৈ দুখৰ কথা কি জানে ঘৰত থকা জনীৰ কথাটো বাদেই দিয়ক। বিয়া হোৱা বায়েক দুজনীয়েও, মা আৰু ঘৰত থকা ননদ জনীক উচতাব ধৰিলে। এদিনতো ঘৰত কোনো নাথাকোঁতে মাজুজনীৰ গিৰিয়েকে অকলে মোক দেখি... (কান্দে)

বীৰেণ ঃ ইচ ৰাম সেই কাৰণে বিয়াৰ আগতে পিতৃ-মাতৃয়ে ল'ৰা ঘৰৰ

বিষয়ে ভালদৰে জানিব লাগে। ছোৱালী বিয়া দিয়াতে মাক-বাপেকৰ কৰ্তব্য শেষ নহয়।

শেৱালি ঃ আই পিতাই তাৰ বাবে দায়ী নহয়। তেওঁলোকৰ অমতত বিয়া সোমাইছিলো। সেয়া ভুল হৈছিল মোৰ।

বীৰেণ ঃ অমতত বিয়া হ'লা তাতনো কি হ'ল। কিন্তু তুমিতো জানো তোমাৰ মা-দেউতাৰ জীয়ৰী নহয়। নিজৰ বিপদৰ কথা তেওঁলোকক কোৱাৰ তোমাৰ অধিকাৰ আছে। তোমাৰ সমস্যাখিনিৰ কথা তুমিতো তেওঁলোকক ক'ব পাৰিলা হয়।

শেৱালি ঃ মা-পিতা জীয়াই থকাহেঁতেন চাগে ঘৰলৈ ঘূৰিয়েই গ'লোঁ হয়। তেওঁলোকৰ হাতে-ভৰিয়ে ধৰি ক্ষমা বিচাৰিলো হয়। কিন্তু মোৰ বিয়াৰ এবছৰৰ পাছতে তেওঁলোক ঢুকাল। দাদাক এদিন ফোন কৰিছিলোঁ। সকলো কৈছিলোঁ। কিন্তু সিও চাগে মই গৈ সম্পত্তি বিচাৰিম বুলি ভাবি খবৰ ল'বলৈ বাদ দিলে। দাদা তেনেকুৱা নাছিলে। মোক ইমান মৰম কৰিছিলে। কিন্তু তাৰ বিয়াৰ পাছত কিয় বা ইমান সলনি হ'ল। মইতো জীয়াই থকাৰ আশা বাদেই দিছিলোঁ। বহুবাৰ মনলৈ আত্মহত্যাৰ ভাব আহিছিল। পেটৰ পোৱালিটোৱেহে মোক জীয়াই ৰাখিলে।

বীৰেণ ঃ এইয়াই জীৱন। এদিন সুখ এদিন দুখ। তোমাৰ কথাবোৰ শুনি বৰ বেয়া লাগিছে সঁচা। কিন্তু কিনো কৰিম। ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ তোমাৰ যেন ভাল হওক।

শেৱালি ঃ মোৰ দুখৰ কথা এওঁ কেনেকৈ জানিলে, মই নাজানো। এদিন আহি আমাৰ ঘৰ ওলালহি। শাহুক তেওঁ মোক লৈ যোৱাৰ প্ৰস্তাৱ দিলে। কথাটো শুনি শাহুৱে এওঁক অপমান কৰি ঘৰৰ পৰা উলিয়াই দিলে। তথাপিও তেওঁ হাৰি নগ'ল। মোক তেওঁৰ লগত পলাই আহিবলৈ প্ৰস্তাৱ দিলে। মইহে হা না একো কোৱা নাছিলো। শেষত ভাবিলো মইনো কিয় ইমান স্বাৰ্থপৰ হৈছোঁ। যদি মোৰ কাৰণে কোনোবা সুখী হয় তেন্তে মইনো তেওঁৰ ভালপোৱা কামতো নকৰো কিয়? এওঁৰ ভালপোৱা দেখি মনটোৱে নসহিলে। মনে মনে এওঁৰ লগত একেবাৰে গুছি

আহিলোঁ।

বীৰেণ ঃ এওঁ যেতিয়া নিজেই বিয়াৰ প্ৰস্তাৱ লৈ গৈছিল, শাহুৱে কিয় আহিব নিদিলে? তেওঁ ভালহে পাব লাগিছিল।

শেৱালি ঃ শাহুৱে কিয় আহিব দিব। তেওঁ পুতেকৰ পেঞ্চনৰ টকাখিনিৰ সোণৰ কণী দিয়া হাঁহজনী যে মই।

বীৰেণ ঃ পিচে এওঁ ঘৰত বা?

শেৱালি ঃ তেওঁ অনাথ।

বীৰেণ ঃ অনাথ।

শেৱালি ঃ মানসিকভাৱে দুৰ্বল মানুহ এগৰাকী কোনো পুৰুষৰ কামনাৰ বলি হৈ গৰ্ভৱতী হৈ জন্ম দিছিল তেওঁক। কোনোবাই আহি আমাৰ ঘৰৰ ওচৰৰ অনাথ আশ্ৰমখনত থৈ গৈছিল তেওঁক। তাতেই ডাঙৰ-দীঘল হোৱা। আশ্ৰমখন আমাৰ ঘৰৰ ওচৰত আছিল বাবেই মোক আগৰ পৰাই চিনি পায়। সৰুৰে পৰাই বোলে ভাল পায় মোক। কিন্তু কাহানিও কোৱা নাছিলে। এওঁ যেতিয়া মোক তেওঁৰ লগত পলাই অহাৰ প্ৰস্তাৱ দিছিল, প্ৰথমতে ভয় লাগিছিল। সঁচা ক'বলৈ গ'লে এওঁৰ লগত এনেদৰে আহিবলৈ নিজৰ বিৰুদ্ধে এক বিশাল যুদ্ধ কৰিব লগা হৈছিল।

বীৰেণ ঃ কিনো ভুল কৰিছা? মনে যি ভাল বুলি কৈছে তাকহে কৰিছা। আচলতে কি জানা, কোনো সমস্যা সমাধানৰ বাবে আটাইতকৈ প্ৰয়োজনীয় কামটো হ'ল সমস্যাটোক বাৰে বাৰে আঘাত কৰা। সাহসৰে তাৰ সন্মুখীন হোৱা। তোমালোকে তাকেই কৰিছা। ভাল ভাবি কৰিছা যেতিয়া জীৱনত উন্নতি কৰিব পাৰিবা। ঈশ্বৰে তোমালোকৰ ভাল কৰিব দিয়া।

শেৱালি ঃ আশীৰ্বাদ কৰিব।

বীৰেণ ঃ অলপ সময়ৰ বাবে যদিও বা লগ পাইছোঁ তোমালোকক, কিবা নিজৰ নিচিনা লাগিছে। আৰু আমি পুলিচ নহয় চোৰ ডকাইত সকলোকে লগ পাইছোঁ। মানুহ দেখিলেই চিনি পাওঁ কোন কেনেকুৱা। মোৰ আশীৰ্বাদ সদায় থাকিব।

(বাহিৰত হুলস্থূল হয়। প্ৰথম আৰু দ্বিতীয় মানুহে ষ্টেচনৰ বেঞ্চ

এখনত শুবৰ বাবে কাজিয়া কৰে)

প্ৰথম মানুহ ঃ (নেপথ্যত) এইখিনি মোৰ ঠাই। মই সদায় ইয়াতে শুওঁ।

দ্বিতীয় মানুহ ঃ (নেপথ্যত) তাত কি হ'ল। আজি মই প্ৰথমতে আহিছো। আজি মই ইয়াতেই শুম, তই সৌখিনিত শুগৈ যা।

প্ৰথম মানুহ ঃ (নেপথ্যত) তই কলেই হ'ব নেকি? এইখিনি মোৰ ঠাই।

দ্বিতীয় মানুহ ঃ (নেপথ্যত) ক'ত লিখা আছে এইখিনি তোৰ ঠাই বুলি।

বীৰেণ ঃ এই কেইটাৰ পৰা আৰু শান্তি নাই। ৰেল ষ্টেচনত শুবলৈও কাজিয়া কৰে। নিজৰ ঘৰ পাইছে ইহঁতে। (শেৱালিক) ৰ'বাচোন মই এবাৰ চাই আহোঁ। (বাহিৰলৈ লক্ষ্য কৰি) ঐ তহঁতে কাজিয়া কৰিবলৈ বাদ দিবি নে দুচাত মান দি পিঠি ফালিব লাগিব। (প্ৰস্থান)

প্ৰথম মানুহ ঃ (নেপথ্যত) চাৰ চাওকচোন, এইখিনিত মই সদায় শুওঁ। আজি সি আহি মোৰ ঠাইখিনি ল'ব বিচাৰিছে।

দ্বিতীয় মানুহ ঃ (নেপথ্যত) তই সদায় শুলেই কি এইখিনি তোৰ ঠাই হ'ব নেকি। যি প্ৰথম আহিছে সিয়েই শুব।

প্ৰথম মানুহ ঃ (নেপথ্যত) তই ক'লেই হ'ব নেকি? এইখিনিত মই সদায় শুওঁ। যা ইয়াৰ পৰা।

দ্বিতীয় মানুহ ঃ (নেপথ্যত) নাযাওঁ কি কৰিবি?

বীৰেণ ঃ (নেপথ্যত) তহঁত দুটা মনে মনে থাকিলেনে। ষ্টেচনটো বাপেৰৰ ঘৰ পাইছ। শুব মন আছে দুইটাই মিলা মিলি কৰি শুই থাক। বেছি কাজিয়া কৰিলে এটাও শুব নাপাবি।

(সীমান্ত বিপৰীত দিশৰ পৰা খৰখেদাকৈ প্ৰৱেশ, কিছু অস্থিৰ।)

সীমান্ত ঃ মই কৈছো তই একো চিন্তা নকৰিবি। যি হয় তাক দেখা যাব (পাছলৈ ঘূৰি চায়) কি হ'ল।

(অসীমৰ প্ৰৱেশ)

সীমান্ত ঃ তই ভয় খাব নালাগে। মই আছোঁ নহয় কোনেও দেখা... (কিবা ক'ব বিচাৰে-সীমান্তই শেৱালিক দেখা পায় কথা সলনি কৰে) বহ। ইয়াতে অলপ বহ। বাইদেউ-অকণমান সিফালে যাব নেকি। (শেৱালিৰ কাষতে সীমান্তই বেগ এটা ৰাখে। অসীম বহে। দুয়ো

অস্থিৰ। সীমান্তই ইফালে সিফালে চায়। অসীমৰ কাষত বহে।)

সীমান্ত ঃ ভণ্টীৰ বাবে মায়ে বান্ধি দিয়া বস্তুখিনি আনিছ নে নাই।

অসীম ঃ বৌয়ে ভৰাই দিছে নেকি বেগত।

সীমান্ত ঃ তই চোৱা নাছিলি?

অসীম ঃ নাই। বৌয়ে ভৰাই দিছে যেতিয়া মইনো আৰু কি চাম।

সীমান্ত ঃ তথাপিও এবাৰ চাচোন। তাই বাৰে বাৰে ফোন কৰি মাক সেইখিনি তাইলৈ পঠাব কৈছে। তাই বিচৰা বস্তুবোৰ নাপালে তাইক জানই দেখোন, দুটা ল'ৰা-ছোৱালীৰ মাক হ'লহি তথাপিও আগৰজনীয়েই হৈ আছে। তাই বিচৰা বস্তুখিনি নাপালে মুখ ওন্দোলাই এসপ্তাহমানলৈ কথাই নাপাতিব।

(অসীমে বেগত কিবা বিচাৰে-বিচৰা বস্তুটো পায়।)

অসীম ঃ আছে দে দাদা।

সীমান্ত ঃ ঠিকে আছে তেন্তে।

(বীৰেণৰ প্ৰৱেশ-বীৰেণক দেখি সীমান্ত আৰু অসীম ভয় খাই যদিও নিজক লুকোৱাবলৈ চেষ্টা কৰে। সীমান্তই বহাৰ পৰা উঠে।)

বীৰেণ ঃ আইজনী ইয়াত বহি নালাগে আহা। নিয়ৰো পৰিছে। ঠাণ্ডা হে লাগিব। মই ষ্টেচন মাষ্টৰক কৈ তেওঁৰ ৰুমতে তোমাৰ বাবে চকী এখন ঠিক কৰি থৈ আহিছোঁ আহা।

(শেৱালিয়ে বেগটো দাঙিব বিচাৰে বীৰেণে বাধা দিয়ে)

বীৰেণ ঃ চাওঁ তুমি দাঙিব নালাগে। মই লৈ যাম আহা।

(শেৱালি আৰু বীৰেণৰ প্ৰস্থান)

অসীম ঃ পুলিচজনক দেখোঁতে মোৰ বিলাই চমকি গৈছিল। ক'ৰবাত আমাকে বিচাৰি অহা নাইতো। ভাগ্য কৰোৱাবলৈ যাবলৈহে আহিছে।

সীমান্ত ঃ কিয় আহিব আমাক বিচাৰি? কোনে জানে, কোনে কি কৰিছে। আমাকটো কোনেও দেখা নাই। যিটো ঘটনা ঘটিলে কোনোবাই যদি আমাক দেখিলে হয় আমাৰ অৱস্থা কাহিল হ'ল হয়। মানুহক কাৰোবাক মাৰিবলৈ সুবিধা হে লাগে। মাৰ-পিট কৰাৰ আগতে

কোন ভুল কোন শুদ্ধ সেয়া কোনেও বিচাৰ কৰি নাচাওঁ।

অসীম ঃ কোনেও নেদেখিলে সঁচা কিন্তু ঘটনাটোৰ কাৰণে মোৰ বেয়া লাগি আছে। ভুলটো আমাৰেই আছিল নেকি। আমিহে...

সীমান্ত ঃ (অসীমৰ বাক্যটো পুৰা হ'বলৈ নিদিয়ে) ক'ত আমাৰ ভুল আছিল। আমিতো ৰাইট্ চাইড্‌তে আছিলোঁ। তাক কোনে ৰং চাইড্‌ত আহিব দিছিল। মানুহে খোজ কাঢ়িলেও ৰাস্তাত কেনেকৈ খোজ কাঢ়িব লাগে তাক জানিব লাগে। তাতে সেইখিনিতে ইমান ডাঙৰ টাৰ্নিং। দিনটো যে সেইখিনি ঠাইত এনেকুৱা ঘটনা নঘটিব তাক কোনে ডাঠি ক'ব পাৰিব।

অসীম ঃ যি হ'ল হ'ল বাৰু। ভুলটো যাৰেই নহওক কিয় তাৰ পাছতো আমি কিবা কৰিব পাৰিলোঁ হয়। আমি যে একোৱেই নকৰিলোঁ। কথাটো মনত পৰি বৰ বেয়া লাগিছে।

সীমান্ত ঃ সেইখিনিত তই ৰোৱাহেঁতেন তই বাচি থাকিলি হয়? শব্দ শুনিটো কিবা এটা যে হৈছে তাক দুই এজনে গম পাইছে। কিন্তু কি হৈছে, কোনে কি কৰিলে তাক হ'লে কোনেও ধৰিব নোৱাৰিলে।

অসীম ঃ কিন্তু দাদা...

সীমান্ত ঃ তই সেইবোৰ চিন্তা কৰি নিজৰ পৰীক্ষা বেয়া নকৰিবি। তোৰ ওপৰত আমাৰ বহুত আশা আছে। পৰীক্ষা ভালদৰে দিবি। আমাৰ একো হোৱা নাই যেতিয়া বেছি চিন্তা নকৰিবি।

অসীম ঃ কিন্তু আমি স্বাৰ্থপৰ হোৱা নাই নে। কাৰোবাক এনেই এৰি থৈ অহাতো কিমান উচিত হৈছে? আমি যদি অলপ ৰৈ মানুহজনক হস্পিতালখনলৈ লৈ গ'লোহেঁতেন কিনো হ'ল হয়। অতি বেছি ট্ৰেইনখন মিছ্ কৰিলোঁ হয়। ট্ৰেইনখন মিছ্ হোৱাহেঁতেন এই বছৰ পৰীক্ষা দিবলৈ নোৱাৰিলো হয়। কিনো ডাঙৰ কথা হ'লৈ হয়। অহা বছৰ দিলোঁ হয়। তাতে মেডিকেলৰ পৰীক্ষা দি ডাক্তৰ হ'বলৈ বিচাৰিছো। মোৰ মতে দাদা, ডাক্তৰ হোৱাটো বেছি ডাঙৰ কথা নহয়। ডাঙৰ কথাটো হ'ল মানুহ হোৱাটোহে। (সুৰ সলনি) দাদা এতিয়াও সময় আছে। আমি পুলিচৰ ওচৰলৈ যোৱাতো ভাল হ'ব নেকি? তেওঁলোকক ক'ম যে মানুহজন ক'ৰ পৰানো

ওলাই আহিল আমি গমেই নাপালো।

সীমান্ত ঃ আৰু পুলিচে আমাৰ কথা বিশ্বাস কৰিব? পুলিচে কথাটো কেনেবাকৈ গম পালে কি হ'ব ভাবিছনে? কোনেও গম পোৱা নাই যেতিয়া নিজে কিয় ক'বলৈ গৈ নিজৰ বিপদ মাতি আনো?

অসীম ঃ তথাপিও দে চোন আনৰ পৰা বাৰু লুকুৱাম কিন্তু নিজৰ পৰা কেনেকৈ লুকুৱাম। এতিয়াই দেখোন পুলিচজনক দেখোঁতেই আমাৰ বিলাই চমকি গৈছিল। বহুত বেয়া লাগি আছে। হস্পিতালখন বেছি দূৰত নাছিল। কি বা হৈছে মানুহজনৰ?

সীমান্ত ঃ বেছি চিন্তা নকৰিবি। ইমান সময় চাগৈ কথাটো জনাজাত হৈ গৈছে। কোনোবাই হয়তো মানুহজনক ইতিমধ্যে হস্পিতাললৈ লৈও গ'ল চাগৈ।

অসীম ঃ এবাৰ চাই আহোঁ নেকি।

সীমান্ত ঃ পাগল হৈছ নেকি— চাই আহোঁ। তোক মই এইবোৰ চিন্তা কৰিব মানা কৰিছোঁ নহয়। ভালদৰে নিজৰ পৰীক্ষাটো দি আহ। হ'ব দে, ঘৰলৈ উভতাৰ সময়ত এবাৰ হস্পিতালত সোমাই যাম। প্ৰয়োজন হ'লে যি পাৰো সহায় কৰিম।

অসীম ঃ কিন্তু ভুলটো যে আমাৰ আছিল।

সীমান্ত ঃ এতিয়া কাৰ ভুল কোন শুদ্ধ সেইবোৰ আলোচনা কৰি কি লাভ। হ'ব লগাটো হ'লেই। ময়ো জানো ইচ্ছা কৰি এনেকুৱা কৰিলোঁ। মানুহজনৰে ভাগ্য বেয়া আছিল। (সুৰ সলনি) তই টিকটতো ভালকৈ লৈছনে। ভিনদেউ ষ্টেচনত থাকিব। গৈ পাই ফোন এটা কৰিবি।

অসীম ঃ কিন্তু পৰীক্ষা দিবলৈ মনেই যোৱা নাই। যিটো ঘটিল বৰ বেয়া হ'ল।

সীমান্ত ঃ মই তোক কি কৈছো— চিন্তা নকৰিবি।

অসীম ঃ দাদা এতিয়াও দেৰি হোৱা নাই। মানুহজনক এবাৰ চাই অহাটো ভাল হ'ব নেকি? মানুহজন যদি এতিয়াও তাতেই পৰি আছে তেন্তে কি হ'ব- এবাৰ ভাবি চা-চোন। ঘটনাটো যেতিয়া আমিয়েই কৰিছোঁ, তেন্তে আমি সহায় কৰিলেনো কি ভুল হ'ব।

সীমান্ত ঃ ভুল হ'ব বুলি মই কোৱা নাই। কিন্তু এতিয়া তোৰ প্ৰথম কাম কি— তোৰ প্ৰথম কাম হ'ল পৰীক্ষাটো। বাকীখিনি মই চাই ল'ম বুলি কৈছো নহয় তোক। যাৰ যি ভাগ্যত যি লিখা থাকে সেয়া হ'বই তাক কোনেও সলনি কৰিব নোৱাৰে। তই পৰীক্ষাৰ এডমিট কাৰ্ডখন ল'লিনে?

অসীম ঃ ল'লো— প্ৰিণ্ট আউট কৰিব থাকিল। গুৱাহাটীত গৈ কৰি ল'ম।

সীমান্ত ঃ পইচাখিনি ভালকৈ ল'বি— ট্ৰেইনত সাৱধানে যাবি।

অসীম ঃ তই বেছি চিন্তা নকৰিবি।

সীমান্ত ঃ মই তোক অকলে যাব দিব নালাগিছিল। কিন্তু কৰিম কি— বৌৰেয়াৰ গাটো বেয়া নোহোৱা হ'লে চাগে ময়ো লগত গ'লোঁ হয়।

অসীম ঃ নাই দাদা-চিন্তা নকৰিবি। মই পাৰিম দে— এই সময়ত বৌৰ লগত তই থকাটো উচিত। মায়ে অকলে নোৱাৰে। (সুৰ সলনি) মানুহজনৰ মূৰটো ইলেকট্ৰিক প'ষ্টত লাগিল নেকি?

সীমান্ত ঃ আস কিমান কৈছো— সেইবোৰ চিন্তা নকৰিবি। পানীৰ বটলটো ল'লিনে? (অসীমে উত্তৰ নিদিয়ে-মূৰে কপালে হাত দি বহি থকা দেখি) কি হ'ল?

অসীম ঃ কি ক'ম- যিমানেই নাভাবোঁ বুলি ভাবোঁ সিমানেই মনলৈ আহে।

সীমান্ত ঃ ভাইটি- কিমান বুজাম তোক। এতিয়া তই তোৰ পৰীক্ষাৰ কথা ভাবিব লাগিছিল। আৰু তই ভাবিছ কি?

অসীম ঃ যদি তাৰ ঠাইত মই হ'লোহেঁতেন, তেতিয়াও তই এনেদৰে ক'লি হয় জানো।

সীমান্ত ঃ তই বেছি চিৰিয়াছ হৈছ-একো বেছি হোৱা নাই।

(ট্ৰেইন ষ্টেচনত সোমোৱাৰ সংকেত কিছু দূৰৰ পৰা শুনা যায়)

সীমান্ত ঃ বেগটো ভালদৰে ল'। আৰু মনত থাকিল নহয় কি ক'লোঁ।

(শেৱালি আৰু বীৰেণৰ প্ৰৱেশ)

শেৱালি ঃ ইমান সময় হ'ল তেওঁ এতিয়াও আহি নাপালে।

বীৰেণ ঃ ফোন এটাকে নকৰানো কিয়?

(শেৱালিয়ে বেগৰ পৰা ম'বাইল উলিয়াই— ফোনটো বন্ধ হয়

থাকে। বেগৰ পৰা ম'বাইলটো উলিয়াওতে বেগৰ পৰা ফটো এখন ওলাই পৰে। অসীমে ফটোখন তুলি শেৱালিক দিব বিচাৰোতে ফটোখনত চকু পৰে। ফটোখন দেখি মুখৰ ৰং সলনি হয়। ফটোখন নিদিয়ে— লুকুৱাবলৈ চেষ্টা কৰে)

শেৱালি ঃ ছেহ এতিয়াহে চুইচ্চ অফ হ'বলৈ পায় নে?

বীৰেণ ঃ চাওঁ মোৰটো লোৱা।
(শেৱালিয়ে ফোন কৰে)

শেৱালি ঃ ক'ত আছে ইমান দেৰি কৰিছে। কি... কোন... কেনেকৈ... এতিয়া... কি... (ফোনত কিবা শুনি শেৱালিয়ে চিঞৰি উঠে। সকলো উচপ খায়। শেৱালিৰ ফালে চায়)

বীৰেণ ঃ কি হ'ল।

শেৱালি ঃ এওঁৰ একচিডেণ্ট। কোনোবা অচিনাকি গাড়ী এখনে খুন্দা মাৰিলে। তেওঁক হস্পিতাললৈ লৈ যোৱা কোনোবা এজনে তেওঁৰ ফোনটো ধৰিছে। মই এতিয়া হস্পিতাল যাব লাগিব। (বাহিৰলৈ প্ৰায় দৌৰি যায়)

বীৰেণ ঃ হেই আইজনী, ৰ'বা চোন ৰ'বা। তুমি অকলে কেনেকৈ যাব। ৰ'বা-ময়ো গৈছো। (বীৰেণৰ প্ৰস্থান)
(ট্ৰেইনখন আহি ষ্টেচনত প্ৰৱেশ কৰে। সীমান্তই অসীমৰ বেগটো লৈ নিৰ্দিষ্ট ডবা এটাৰ ওচৰলৈ যায়। আনফালে অসীমে শেৱালিহঁতক চাই থাকে। অসীমক ডবাটোৰ ওচৰলৈ নহা দেখি সীমান্তই অসীমক মাত দিয়ে।)

সীমান্ত ঃ কি হ'ল? আহ-দেৰি নকৰিবি। ট্ৰেইনখন বেছি দেৰি নৰয়।

অসীম ঃ নাই দাদা। এবাৰ এটা ভুল কৰিছোঁ-আৰু কৰিব নোৱাৰোঁ।

সীমান্ত ঃ তেন্তে?

অসীম ঃ এই মানুহজনীক এৰি মই যাব নোৱাৰোঁ। গাড়ীখন ষ্টাৰ্ট দে। তেওঁক হস্পিতাললৈ লৈ যাব লাগে।

সীমান্ত ঃ তই সেইবোৰ চিন্তা নকৰিবি। মই আছোঁ-তই যা প্ৰথমতে। কি কৰিব লাগে মই কৰিম।

অসীম ঃ নাই দাদা। মানুহজনীৰ এই অৱস্থাৰ বাবে আমিহে দায়ী। আমাৰ

গাড়ীখনেই মানুহজনক খুন্দা মাৰিছিল।

সীমান্ত ঃ আমি খুন্দা মৰা মানুহটো যে এই মানুহজন, তই তাক কেনেকৈ ক'লি।

(অসীমে ফটোখন দেখুৱাই)

অসীম ঃ এইখন চা। তেওঁৰ ম'বাইলটো উলিয়াওতে তেওঁৰ বেগৰ পৰা পৰিছিল।

(সীমান্তই ফটোখন চায়)

সীমান্ত ঃ (মুখৰ ৰং সলনি হয়) হয় দেখোন- (সুৰ সলনি) কিন্তু... যি কৰিব লাগে মই কৰিম। তই এতিয়া... (ৰেলখনে ষ্টেচন এৰাৰ সংকেত দিয়ে।) ট্ৰেইনখন গ'লেই।

অসীম ঃ নহয় দাদা।

সীমান্ত ঃ আহ পাগলামি নকৰিবি।

(সীমান্তই অসীমক ট্ৰেইনখনত উঠাবলৈ চেষ্টা কৰে। অসীমে বাধা দিয়ে-ট্ৰেইনখন পাৰ হৈ গুছি যায়।)

## নাটখনত ব্যৱহৃত ইংৰাজী ভাষাৰ শব্দাৰ্থ

| | |
|---|---|
| অফিচ (Office) | কাৰ্যালয় |
| ইনহেইলৰ (Inhaler) | শ্বাস-প্ৰশ্বাসৰ যন্ত্ৰ |
| ইমাৰ্জেন্সি (Emergency) | জৰুৰীকালীন |
| ইলেকট্ৰিক প'ষ্ট (Electric Post) | বৈদ্যুতিক খুঁটা |
| একচাইটমেণ্ট (excitement) | ৰোমাঞ্চ |
| একচিডেণ্ট (Accident) | দুৰ্ঘটনা |
| এক্সট্ৰা (Extra) | ওপৰঞ্চি |
| এজ্‌মা (Asthma) | হাঁপানী |
| এডমিট (Admit Card) | প্ৰৱেশ পত্ৰ |
| এম.এ (MA/Master of Arts) | স্নাতকোত্তৰ |
| চিৰিয়াছ (Serious) | গম্ভীৰ |
| জইন (Join) | যোগদান |

| | |
|---|---|
| টার্নিং (Turning) | কেঁকুৰি |
| ট্ৰেইন (Train) | ৰেলগাড়ী |
| ট্ৰেন্সফাৰ (Transfer) | বদলি |
| পাছ (Pass) | উত্তীৰ্ণ |
| পেচেনজাৰ (Passenger) | যাত্ৰীবাহী |
| প্ৰিণ্ট আউট (Print Out) | ছপাই উলিওৱা |
| ফাইনেল (Final) | চূড়ান্ত |
| ফাৰ্মাচী (Pharmacy) | ঔষধালয় |
| ফেচ্‌টিভেল (Festival) | উৎসৱ |
| বিজনেচ (Business) | ব্যৱসায় |
| মিছ্ (Miss) | হেৰুৱা |
| মেডিচিন (Medicine) | দৰৱ |
| ৰাইট্ চাইড্ (Right Side) | সোঁফাল |
| ৰিস্ক (Risk) | সম্ভাব্য বিপদ-আপদৰ সম্ভাৱনা |
| লেট্ (Late) | পলম |
| হস্পিটেল (Hospital) | চিকিৎসালয় |

আপুনি মোক কি অস্বীকাৰ কৰিব। মইহে এনে এজন পুৰুষক নিজৰ স্বামী হিচাপে স্বীকাৰ নকৰোঁ যাৰ ওচৰত পত্নীৰ বিশ্বাসৰ কোনো মূল্য নাই-প্ৰেমৰ কোনো মূল্য নাই। আপুনি নহয় মহাৰাজ— আজি এই মুহূৰ্তত মইহে আপোনাক মোৰ স্বামী হিচাপে অস্বীকাৰ কৰিছোঁ।

শকুন্তলাৰ কথাৰে

বৰ লুইতৰ সিপাৰে বঙাল শতৰুৱে শিবিৰ পাতিছে। কোনে জানে বঙাল-আহোমৰ এই মহাৰণত কোন জিকে-কোন হাৰে? বৰ লুইতৰ পানী ক'তজনৰ ৰক্তেৰে ৰঙালী হ'ব। 'মই বৰফুকনৰ দিনতহে এনে দশা হ'বলৈ পালে। মোৰ স্বৰ্গদেউ কেনেকৈ ৰক্ষা পৰিব। ৰাজ্যই বা কেনেকৈ ৰক্ষা পৰিব।'

১৬৭১

কল্পনা নকৰাকৈ আমাৰ জীৱনত তেনেকুৱা বহু ঘটনাই ঘটে। বহু সপোন এনেদৰে ভাঙে। বহু সপোন এনেদৰে জন্ম হয়। জীৱনত ঘটিব লগা প্ৰতিটো ঘটনাৰে পূৰ্বাভাস পোৱাহেঁতেন চাগে মানুহৰ জীৱনৰ প্ৰতি কোনো মোহেই নাথাকিল হয়। আৰু মোহ আছে বাবেই জীৱনটো ইমান ৰসাল।

এটা দ্বীপ এখন নদী আৰু এজাক মানুহ

জীৱনত ক'ত কেতিয়া কি হয় তাক কোনেও নাজানে। কেতিয়াবা এনে সময়ো আহি উপস্থিত হয়, যেতিয়া কোনো প্ৰশ্নৰ উত্তৰ বিচাৰি নোপোৱা সত্বেও আমি বিভিন্ন প্ৰশ্নৰ পাছে পাছে ঘূৰি হাহাকাৰ কৰি ফুৰোঁ। কিমান যে বিচিত্ৰ এই জীৱন। এই বৈচিত্ৰ্যতাতেই আছে জীৱনৰ প্ৰকৃত স্বৰূপ-প্ৰকৃত সত্য। জীৱন মানেনো কি? জীৱন মানেটো হৈছে, 'প্ৰাপ্তিৰ সমাধি, অপ্ৰাপ্তিৰ সমাহাৰ।'

মথাউৰি

ৰঙালীক ৰঙালীৰ দৰে থাকিব দিয়ক। ৰঙালীক বুকুৰ মাজৰ চিৰ-সেউজ ৰঙালী বিহুৰূপে জীয়াই ৰাখক। আমাক আজি তেনে এটা নতুন প্ৰতিশ্ৰুতিৰ প্ৰয়োজন। আমি আজি তেনে নতুন প্ৰতিশ্ৰুতিৰ সন্ধানত।

নতুন প্ৰতিশ্ৰুতিৰ সন্ধানত

কেৱল জী থাকিবলৈ জীয়াই নাথাকিবা। জীয়াই থকাতকৈ জীৱনটোক উপভোগ কৰাটোহে বেছি প্ৰয়োজনীয়। আৰু যিদিনাই আমি জীৱনটোক উপভোগ কৰিব পাৰিম সিদিনাৰ পৰাই আমাৰ জীৱনৰ পৰা সুখ-দুখৰ পাৰ্থক্য কমি যাব।

অপ্ৰত্যাশিত





ISBN 978-93-93855-98-5
9 789393 855985

MRP : ₹ 250/-